# স্মৃতিকথা

অজিত বৰুৱা



বৃষ্টি
যশোৱন্ত ৰ'ড, পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

# SMRITIKATHĀ

স্মৃতিকথা

A collection of personal essays in Assamese
by Ajit Barua and published by BRISHTI, saraswati market, Jasowanta road, Panbazar, Guwahati–781 001
Chief Distributor B R BOOK STALL, saraswati market, Jasowanta road, Panbazar, Guwahati–781 001
Price Rs 80 00

---

প্ৰকাশক
গোকুল কলিতা
বৃষ্টি, সৰস্বতী মাৰ্কেট, যশোৱন্ত ৰোড, গুৱাহাটী-৭৮১ ০০১

মুখ্য পৰিবেশক
বি আৰ বুকষ্টল, সৰস্বতী মাৰ্কেট, যশোৱন্ত ৰোড, পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

বেটুপাত
মনজিৎ ৰাজখোৱা, কুশল দত্ত (ফটোগ্ৰাফী)

প্ৰথম প্ৰকাশ
ডিচেম্বৰ ২০০৮



মূল্য ঃ ৮০ ০০ টকা

বৰ্ণ সংস্থাপন
প্লেনেট ইংক, ১৭ নিজৰাপাৰ, চানমাৰি, গুৱাহাটী-৭৮১ ০০৩
দিপালী হাজৰিকা, অৰ্চনা চৌধুৰী

মুদ্ৰক
কালাৰগ্ৰাফ এড্‌ভাৰটাইজিং এণ্ড পাব্লিছিং
ৰাজগড় ৰোড, গুৱাহাটী-৩, ফোন ঃ ৯৮৬৪০-৩৩৫২৯, ২৪৬৩৪৬১

# পাতনি

কেইজনমান ঘনিষ্ঠ আৰু শুভাকাংক্ষী বন্ধুৰ অনুৰোধত *স্মৃতিকথাৰ* মৃদু হাস্যময় ঘটনাবিলাক লিপিবদ্ধ কৰা হয়। মই হাস্য-ব্যংগৰ অভ্যস্ত লেখক নহয়, বৰঞ্চ টান টান কথা লিখি পাঠকক বিমোৰত পেলোৱা ধৰণৰ কবিতাৰ লেখকহে। তথাপি, আশা কৰোঁ যে ইয়াত সংযোজিত মৃদু হাস্যময় ঘটনাবিলাকৰ বিৱৰণ পঢ়ি পাঠকে আনন্দ পাব। ইয়াতেই উল্লেখ কৰোঁ যে কেইজনমান ঘনিষ্ঠ বন্ধুৰ উদ্যোগত প্ৰকাশ হোৱা *জিলিঙনি* নামৰ আলোচনীখনত এইবিলাক প্ৰকাশ হৈছিল। *জিলিঙনিত এই* ৰচনাকেইখন প্ৰকাশ হৈছিল ২০০২ চনৰ জানুৱাৰীৰ পৰা ২০০৩ চনৰ অক্টোবৰলৈ ধাৰাবাহিকভাৱে। আনহাতে, *জিলিঙনিৰ* ২০০২ৰ . সংখ্যাত প্ৰকাশিত 'মুগা, মেজাংকৰি আৰু মই' ৰচনাখন *স্মৃতিকথাৰ* অন্য ৰচনাবোৰৰ বৈশিষ্ট্যৰ নহয় বাবে আৰু আন এখন ৰচনা 'অথ *বেলিভিউ হোটেল কথা*' *জিলিঙনিৰ* পৰিবৰ্তে *আজিৰ দৈনিক বাতৰিত* প্ৰকাশ হোৱাৰ বাবে এই দুখন ৰচনা সংযোজন শিতানত শেষৰ ফালে যোগ কৰা হ'ল।

মই কেইবাধৰণৰো চাকৰিত নিযুক্ত হৈছিলোঁ— শিক্ষকতা, প্ৰশাসনিক কৰ্ম, যেনে— ফৌজদাৰী দণ্ডাধীশ, সচিবালয়ৰ উচ্চ-মধ্য বিষয়া, কলিকতাত অসম চৰকাৰৰ প্ৰতিনিধি ইত্যাদি। উল্লিখিত ঘটনাবিলাক সম্পূৰ্ণ সত্য; অৱশ্যেই হাঁহিৰ অলপ লঘু সংযোজন ইয়াৰ ভিতৰত সোমাইছে। এই সুযোগতে *স্মৃতিকথা* প্ৰকাশ কৰিবলৈ আগবাই অহা ডেকা প্ৰকাশক শ্ৰীযুত গোকুল কলিতালৈ অশেষ শুভেচ্ছা থাকিল।


অজিৎ বৰুৱা
২৪/১১/০৮

যোৰপুখুৰীপাৰ
নাওজান পথ, উজান বজাৰ
গুৱাহাটী-৭৮১ ০০১

ৰচনা সূচী



সংযোজন—

## অষ্ট্ৰেলীয় গৰুৰ

## প্ৰথম (?) অসম আগমন, ১৯৭১

যোৱা ৫ নৱেম্বৰৰ দৈনিক কাগজ এখনত দেখিলোঁ অষ্ট্ৰেলীয় গৰুৱে শিৰোনাম দখল কৰিছে ঃ 'কোটি টকাৰে অষ্ট্ৰেলিয়াৰ পৰা কিনা ৩২টা গৰুৰ মৃত্যু'। এতিয়ালৈকে কিমানবাৰ অষ্ট্ৰেলীয় গৰুৰ অসম আগমন হ'ল ক'ব নোৱাৰোঁ, কিন্তু ১৯৭১ চনত ৬৮জনী চেঁউৰী আৰু চাৰিটা ষাঁড় (অৰ্থাৎ প্ৰাপ্তবয়স্ক, ক্লীৱ নকৰা পুৰুষ গৰু)ৰ আগমন, অভ্যৰ্থনা, আপ্যায়ন আৰু প্ৰেৰণৰ লগত মই ঘনিষ্ঠভাৱে জড়িত আছিলোঁ। আৰু ঘনিষ্ঠ হ'লোঁহেঁতেন যদি মোক খুঁচিবলৈ খেদি অহা ষাঁড়টোৱে মোৰ ভৰিৰ লগত তাৰ শিঙৰ সংযোজন ঘটাব পাৰিলেহেঁতেন।

মই কলিকতাত অসম চৰকাৰৰ বাণিজ্য উপদেষ্টা। চৰকাৰী বাণিজ্য একো নাই, এতেকে উপদেশো একো দিবলগীয়া নাই। লগতে মই চলাচল সঞ্চালকো। মন্ত্ৰী চলাচলৰ বাহিৰে অন্য চলাচল চাবলৈ অন্য বিষয়া আছে। মন্ত্ৰী চলাচল মাজে মাজে চাইছিলোঁ। কিন্তু ৰাজ্যপাল আৰু মুখ্যমন্ত্ৰী চলাচল মোৰ প্ৰত্যক্ষ দায়িত্ব। এনেতে গৰু চলাচলৰ দায়িত্বটোও মোৰ মূৰত পৰিল। চৰকাৰৰ অনাতাঁৰ বাৰ্তা আহিল যে অষ্ট্ৰেলিয়া চৰকাৰে ৭২টা গৰু অসমলৈ উপহাৰ হিচাপে পঠিয়াইছে। এখন ৭০৭ বোয়িং বিমানত গৰু আহিব। দামী গৰু। ঠিকমতে যাতে সম্বৰ্ধনা কৰা হয়। অষ্ট্ৰেলিয়ান ডেপুটী হাই কমিশ্যনাৰৰ লগত যোগাযোগ কৰি গৰুৰ আগমন সংবাদ সঠিকভাৱে জানি ল'ব। অষ্ট্ৰেলিয়ান ডেপুটী হাই কমিশ্যনাৰৰ লগত মোৰ চিনাকি আছিল। তেওঁৰ লগত যোগাযোগ কৰি থাকি শেষত এটা সম্ভাব্য তাৰিখ পোৱা গ'ল। মাহটো মাৰ্চ বা এপ্ৰিল আছিল। দৌলযাত্ৰাৰ সময়।

সমান্তৰালভাৱে দুখনি ঘটনা ঘটি আছিল। খানাপাৰত থকা চৰকাৰী

পশু চিকিৎসা মহাবিদ্যালয়ৰ অধ্যক্ষই বৰ উদ্বিগ্নতাৰে সৈতে গৰুৰ আগমনৰ প্ৰতীক্ষা কৰি আছিল আৰু প্ৰায়ে টেলিফোন কৰি খবৰ লৈ আছিল কেতিয়া এই বহুমূলীয়া জন্তুবোৰ আহি পাব। নাম ডঃ চৌধুৰী আছিল বোধ কৰোঁ। মোৰ ওপৰতে গৰু নিৰাপদে গুৱাহাটী পোৱাটো নিৰ্ভৰ কৰিছিল। সেই সম্পৰ্কৰ সুযোগ লৈ আমাৰ কুকুৰ 'কালু'ক পশু হাস্পতালৰ জেনেৰেল ৱাৰ্ডৰ পৰা কেবিনলৈ বদলি কৰিব পৰা হৈছিল। কুকুৰৰ কাৰণেও যে কেবিন থাকিব পাৰে তাক জানি বিস্ময় মানিছিলোঁ।

দ্বিতীয়লানি ঘটনাৰ কাৰণ আছিল সেই সময়তে হৈ থকা ইণ্ডিয়ান এয়াৰ লাইন্‌ছৰ ষ্ট্ৰাইক। তাৰ ফলস্বৰূপে ঘটা নানানটা অচল অৱস্থাৰ ভুক্তভোগীসকলৰ এজন আছিল মোৰ বন্ধু প্ৰয়াত ডঃ ৰত্নকান্ত বৰুৱা। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰীক্ষাসমূহৰ নিয়ন্ত্ৰক অৰ্থাৎ 'কণ্ট্ৰ'লাৰ অব্ এগ্‌জামিনেশ্যন্‌ছ' আছিল সেই সময়ত। তেওঁৰ দুশ্চিন্তাৰ কাৰণ আছিল যে কোনোবা এটা পৰীক্ষাৰ প্ৰশ্নকাকতবোৰ তেওঁ কলিকতাৰ এটা প্ৰেছত ছপাবলৈ দিছিল। সংশ্লিষ্ট পৰীক্ষাটোলৈ মাত্ৰ কেইদিনমান থাকোঁতে এয়াৰ লাইন্‌ছৰ ষ্ট্ৰাইক আৰম্ভ হ'ল। ৰেলেৰে কলিকতাৰ পৰা প্ৰশ্নকাকত নিব লাগিলে পৰীক্ষা আৰম্ভ হোৱাৰ আগেয়ে প্ৰশ্নকাকতবোৰ পৰীক্ষাকেন্দ্ৰবিলাক নাপাবগৈ। ডঃ বৰুৱাই সেই কাৰণে প্ৰায়ে টেলিফোন কৰি থাকে— কি ব্যৱস্থা কৰা যাব?

ডঃ চৌধুৰী আৰু ডঃ বৰুৱা দুয়োৰেই শান্ত আৰু মৃদুভাষী। সংকট মোচন তেওঁলোকৰ কৰ্তব্য, কৰ্মৰ পৌনঃপুনিক সংঘটন নহয়। আমাৰ দৰে সাধাৰণ প্ৰশাসনৰ মানুহৰ কাৰণে, তাৰ ভিতৰতে যিবিলাকে ভি আই পি সেৱাত নিযুক্ত হোৱাৰ দুৰ্ভাগ্যত পতিত হয়, সেইবিলাকৰ কাৰণে সংকট হৈছে ভাত খাওঁতে পানী খোৱাৰ দৰে। যেনে— মন্ত্ৰী এজনে অইন এঠাইলৈ যাবলৈ ওলাই চাৰ্কিট হাউছত যাত্ৰা-পূৰ্ব সৰুপানী চুই, চৰকাৰী টাৱেল কান্ধত লৈ খৰখেদাকৈ গাড়ীত উঠিবলৈ গৈছে, টাৱেল উদ্ধাৰ কৰে কেনেকৈ? কেন্দ্ৰীয় মন্ত্ৰী (পাছলৈ ৰাষ্ট্ৰপতি)ৰ বিমান অৱতৰণ কৰোঁ কৰোঁ, এয়াৰপ'ৰ্টৰ ভি আই পি লাউঞ্জৰ অন্তিম পৰিদৰ্শনত দেখা গ'ল যে ভি ভি আই পিক অভ্যৰ্থনা কৰিবলৈ অহা কোনোবা স্থানীয় ভি আই পিয়ে 'কমোড' লেতেৰা কৰি থৈ গৈছে, ইফালে চিষ্টাৰ্নত পানী নাই। প্ৰয়াত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে শেষবাৰ অসম ভ্ৰমণত গুৱাহাটী বিমান বন্দৰত একাপ চাহ খোজাত গোটেই বন্দৰ চলাথ কৰি দেখা গ'ল চাহ নাই— এইবিলাকেই হৈছে কঠিন সংকট। তাৰ তুলনাত গৰুক সজ্ঞানে, সুস্থ শৰীৰে গুৱাহাটী পোৱাই দিয়া আৰু প্ৰশ্নকাকতক ঠিক সময়ত গন্তব্যস্থানত উপস্থিত কৰা কোনো সংকটেই নহয়। বাংলাত ক'বলৈ গ'লে— "নস্যি।" এতেকে, মই স্বভাৱসিদ্ধ 'ননচালান্ট' অৰ্থাৎ 'কুছ পৰোৱা নেহী' ভাবেৰে অধ্যক্ষ মহোদয় আৰু নিয়ন্ত্ৰক মহোদয়ক আশ্বস্ত কৰি

ৰাখিলোঁ। পৰীক্ষাৰ প্ৰশ্নকাকতৰ বাবে বিশেষ চিন্তা নাছিল, কাৰণ খবৰ-খাটি লৈ জনা গৈছিল কেইদিনমানৰ ভিতৰতে জাম্ এয়াৰ বিমান সেৱাৰ এখন স্কাইমাষ্টাৰ বিমান গুৱাহাটীলৈ যাব। সেইটো ভাল খবৰ, লগৰ বেয়া খবৰটো হ'ল যে সেই বিমানখনত বৰ্ত্তমান দমদম বিমান বন্দৰৰ এখন 'হেঙাৰ'ত মেৰামতি কৰি থকা হৈছে। উৰণক্ষম হওঁতে আৰু কেইদিন লাগিব ঠিক নাই। চিন্তাৰ বিষয় হ'ল; কিন্তু চিন্তাটো নিয়ন্ত্ৰক বৰুবাদেৱৰ মুৰলৈকো সম্প্ৰসাৰিত কৰি দিয়াৰ দুষ্ট বুদ্ধিটো দমাই ৰাখিলোঁ। কিন্তু পশু চিকিৎসা মহাবিদ্যালয়ৰ অধ্যক্ষ (তেখেত তেতিয়া অসম কৃষি বিদ্যালয়ৰ অস্থায়ী উপাচাৰ্যও আছিল) মহোদয়ৰ 'ভৰিত টান্ মাৰিবৰ' অৰ্থাৎ 'লেগ্ পুলিং' কৰিবৰ মোৰ সহজাত উজানবজৰুৱা প্ৰবৃত্তিটো দমি নাথাকিল। অধ্যক্ষ মহোদয়ৰ টেলিফোনৰ উত্তৰত কথাৰ মাজতে ক'লোঁ যে গৰু বোয়িং ৭০৭ এয়াৰ কণ্ডিশ্যন্‌ড বিমানত আহিব। অষ্ট্ৰেলিয়াতো সম্ভৱতঃ জন্মাবধি 'এয়াৰ কণ্ডিশ্যন্‌ড' গোহালিতে আছে। গুৱাহাটীতবা কি ব্যৱস্থা কৰে। চীফ্ মিনিষ্টাৰৰ ঘৰতেও নাই বুলি শুনিছোঁ। এইবুলি তেখেতক চিন্তাত পেলাই দি মই প্ৰশ্নকাকত পঠিওৱা সমস্যাটোত মন দিলোঁ। মহেন্দ্ৰমোহন চৌধুৰীদেৱ মুখ্যমন্ত্ৰী। দমদমত তেখেতক আদৰিবলৈ যাওঁতে জাম্ এয়াৰ হেঙাৰতো এভুমুকি মাৰিলোঁ। তাতে আমাৰ অসমীয়া ডেকা গ্ৰাউণ্ড ইঞ্জিনীয়াৰ কানু গোহাঁইক লগ পালোঁগৈ। তেওঁ জখলাত উঠি প্লেন মেৰামত কৰি আছে। কেতিয়ামানে জাহাজ উৰণক্ষম হ'ব পাৰে সোধাত তেওঁ ক'লে যে দুই-এদিনতে হ'ব লাগে; কিন্তু নিশ্চয়কৈ ক'ব নোৱাৰি।

ইতিমধ্যে গৰু সমস্যাৰ এটা উপ-সমস্যাৰ উত্তৰ হ'ল। গৰু বাৰু অষ্ট্ৰেলিয়াৰ পৰা এয়াৰ কণ্ডিশ্যন্‌ড প্লেনত কলিকতা আহি পালে, কলিকতাৰ পৰা গুৱাহাটীলৈ যাব কেনেকৈ? মই সদায়ে অভিনৱ ফন্দীৰ পক্ষপাতী। ভাবিলোঁ যে কলিকতাত বোয়িং নমাই গৰু 'আন্‌লোড্' কৰাতকৈ বোয়িংখনকে দেখোন গুৱাহাটীলৈ নিয়াব পাৰি। নানা ধৰণৰ পৰামৰ্শ বিচৰাৰ পাছত জনা গ'ল যে 'ডাইৰেক্টৰ জেনেৰেল অব্ চিভিল এভিয়েশ্যন'ৰ অনুমতি প্ৰথমতে পালেহে আৰু আগবাঢ়িব পৰা যাব। যিমানদূৰ মনত পৰে সেই উচ্চ বিষয়াজন এজন অসমীয়া জোঁৱাই আছিল। ইয়াৰ পিছত স্মৃতিভ্ৰংশ। যোগাযোগ বোধ কৰোঁ কৰিছিলোঁ, কিন্তু সেই অভিনৱ ফন্দী ফলবান নহ'ল।

তেতিয়া ৰেল বিভাগৰ লগত আলোচনা কৰা হ'ল। ৰেলৰ লগত মোৰ ভাল হলি-গলি আছিল। কৰ্মসূত্ৰেও আৰু ক্লাব-গমন সূত্ৰেও। চৈউৰীকৈইজনীৰ প্ৰত্যেক মালগাড়ীৰ দবাত ৪জনীকৈ ধৰি ১৭টা দবা আৰু বাঁড় মহাৰাজ ৪জনৰ কাৰণে দুটা দবা, মুঠ ১৯টা দবা।

এই দবাৰ সমস্যাটোৰ আলোচনা হৈছিল ইষ্টাৰ্ন ৰেল্‌ৱেৰ চীফ্ কমাৰ্চিয়েল ছুপাৰিণ্টেডেণ্টৰ লগত। গৰু সমস্যাটো আৰম্ভ হোৱাৰ ঠিক পাছতে। চিমেণ্ট কৰ্পৰেশ্যন অব্ ইণ্ডিয়াৰ ম্যানেজিং ডাইৰেক্টৰে কেলকাটা ক্লাবত দিয়া ডিনাৰ

পাৰ্টীত। তেওঁ চীফ্ কমাৰ্চিয়েল ছুপাৰিণ্টেণ্ডেণ্ট আৰু মোক সেই পাৰ্টীলৈ নিমন্ত্ৰণ কৰিছিল। উপলক্ষ এফেটাই ঃ ৰেলৰ দবা আবণ্টন। চিমেন্ট কৰ্পৰেশ্যনক মালগাড়ীৰ দবা লাগে। দবাৰ লগত চীফ্ কমাৰ্চিয়েল ছুপাৰিণ্টেণ্ডেণ্ট (চি চি এছ) আৰু চলাচল সঞ্চালক হিচাপে মই দুয়োয়ে সংযুক্ত। সেই কাৰণেই পাৰ্টী।

সেই সময়ত গৰু সমস্যা আৰু প্ৰশ্নকাকত প্ৰেৰণ সমস্যা লৈ মই জৰ্জৰিত। তথাপি এনেকুৱা পাৰ্টীত কিছু কিছু কিয় সকলো, হাঁহিৰ গল্পৰ ধুম্ উঠে। তাতে চি চি এছজন ৰসিক ব্যক্তি, আমাৰ হোষ্ট চি চি আইৰ এম ডিজনো। মই গৰুৰ কাৰবাৰটোৰ কথা উলিয়ালোঁ। মই ক'লোঁ— "ষাঁড় চাৰিটাকো চৈঁউৰীকেইজনীৰ লগতে অলপ জাগা উলিয়াই লৈ যাব নোৱাৰিনে? চি চি এছে হো হোঁকৈ হাঁহি দিলে। ভাল স্কট্‌ছ্‌-ৰ নিচা জমি আহিছিল। ক'লে— "আপোনাক লং ডিছ্টেন্স ট্ৰেইনৰ ফিমেল কম্পাৰ্টমেণ্টত অকলে সুমুৱাই দিলে কি হ'ব কওকচোন।"

মই ক'লোঁ— "একো নহয়, মই মোৰ গন্তব্য স্থানত নামি যাম।"

"ষাঁড় আপোনাৰ দৰে সুবোধ বালক নহয়, বুজিছে? ষাঁডৰ অন্য মতলব থাকে। লৰ্ড লিন্‌লিথ্‌গো, লেডি লিন্‌লিথ্‌গো আৰু তেওঁৰ দিনত ভূপালত হোৱা বিৰাট গো-প্ৰদৰ্শনীৰ গল্প শুনিছে?"

মই ক'লোঁ যে শুনা নাই।

"শুনক তেন্তে", তেওঁ ক'লে— "আমাৰ আগৰ বৰলাট লৰ্ড লিন্‌লিথ্‌গোৰ গৰু-ঘোঁৰাত বৰ চখ আছিল। তেওঁ এজন বিখ্যাত 'ফাৰ্মাৰ' আছিল। ভূপালৰ বিৰাট গো-প্ৰদৰ্শনী তেওঁৰ ইচ্ছা অনুসাৰেই পতা হৈছিল। লৰ্ড আৰু লেডী দুয়োয়েই উপস্থিত আছিল দুদিনমান। এদিন গৰুবোৰ পৰিদৰ্শন কৰি থাকোঁতে এক তেলীয়াই লেডী লিন্‌লিথ্‌গোক এটা প্ৰকাণ্ড ষাঁড় গৰু দেখুৱাই ক'লে (সৰু সৰুকৈ)— "ইওৰ লেডিশ্বিপ, এই ষাঁডটোৱে দিনে সাতবাৰলৈকে পাল খুৱাব পাৰে।"

লেডিয়েও নিম্নস্বৰত ক'লে— "হিজ লৰ্ডশ্বিপক কওকগৈ।" তেলীয়াজনে হিজ লৰ্ডশ্বিপক জনোৱাত তেওঁ সুধিলে যে কোনে ক'বলৈ কৈছে? তেলীয়াই ক'লে যে হাৰ লেডিশ্বিপে। হিজ লৰ্ডশ্বিপে ক'লে যে হাৰ লেডিশ্বিপক কওকগৈ যে "নট্ উইথ দ্য ছেইম কাও"— একেজনী গাইৰ লগত নহয়। বৰ ৰসিক মানুহ আছিল চি চি এছজন। যিমানদূৰ মনত পৰে তেওঁ বিহাৰী মানুহ আছিল। নামটো পাহৰিলোঁ। ষাঁড়ৰ চৰ্দাৰজী গল্পও দুটামান ওলাইছিল। ইয়াত ক'বলৈ ঠাই নাই। ঠিক হ'ল তাতেই যে দবা ১৯টাই লাগিব। দুটা ষাঁড়কো এটা দবাতে লৈ যোৱা 'ৰিস্কী'। পিছে, দৰকাৰ হ'লে বান্ধি থ'ব পৰা যাব।

যথা সময়ত গৰুৰ ফাইনেল 'ট্যুৰ প্ৰ'গ্ৰেম' আহিল। হেমি ফাইনেল বোলাই ভাল। কাৰণ ছিংগাপুৰ আহি পালেহে গৰুৰ কলিকতা আগমনৰ একেবাৰে সঠিক তাৰিখ আৰু সময় পোৱা যাব। শেষত সেইটোও পোৱা গ'ল। 'হোলী'ৰ আগদিনা গৰু আহি ছিংগাপুৰ পাব আৰু হোলীৰ দিনা পুৱা আন্দাজ ১০ বজাত আহি দমদমত অবতৰণ কৰিব। মোৰ মহা উৎসাহ। অষ্ট্ৰেলিয়ান ডেপুটী হাই কমিশ্যনাৰে আনুষ্ঠানিকভাৱে মোৰ হাতত গৰু সমৰ্পণ কৰিব। সেই সময়ত কলিকতাত বিৰাট এটা অশান্তি চলি আছিল। বোধ কৰোঁ নক্সাল অশান্তি। সেই কাৰণে মই গৰু অহাৰ আগৰাতিয়ে গৈ দমদমৰ এয়াৰপ'ৰ্ট অতিথিশালাত থাকিবলৈ ঠিক কৰিলোঁ। পুৱা তৈয়াৰ হৈ লৈ ছুট-টাই পিন্ধি মোৰ সেনাপতিসকলক লৈ যথাস্থানত উপস্থিত হ'লোঁ, অষ্ট্ৰেলিয়ান ডেপুটী হাই কমিশ্যনাৰো আহিছে। পিন্ধনত হাফ পেন্ট, টী-শ্বাৰ্ট, ভৰিত গাম বুট আৰু মূৰত কাওবয় হ্যাট। মই অলপ আচৰিত হ'লোঁ। আফ্টাৰ্ অল, গৱৰ্ণমেণ্ট টু গৱৰ্ণমেণ্ট ট্ৰান্সফাৰ। পাছতহে তেওঁৰ পোছাকৰ তাৎপৰ্যটো বুজি পাইছিলোঁ।

আমাৰ ১০/১২খনমান খোলা ট্ৰাক সাজু আছিল। মোৰ প্ৰধান সেনাপতি আমাৰ হ্যাণ্ডলিং এজেণ্ট কালীদাস সমাদ্দাৰ। তেওঁ কেইবাজনো এক্সপাৰ্ট গৰু 'হ্যাণ্ডল্যা'ৰ লগত লৈ আহিছে— গোষ্ঠবিহাৰী ঘোষ, গোবৰ্ধন দাস, মাথুৰ আৰু মহম্মদ কোৰবান আলী (আটাইবোৰ নামেই কাল্পনিক)। সকলো বিদ্যাতে কিছুমান ছিক্ৰেট কিটিপ থাকে। গৰু হ্যাণ্ডলিঙৰো জনা গ'ল এটা কিটিপ আছে। বিশেষজ্ঞসকলৰ মতে এইটো হ'ল হেড্ লীড্ কৰা, অৰ্থাৎ মূৰটো গন্তব্য ফাললৈ টানি নিয়া, কেৱল ডিঙিত পঘা লগাই টানি নিলেই কামটো নহ'ব।

যথা সময়ত অষ্ট্ৰেলিয়ান ডেপুটী হাই কমিশ্যনাৰে গৰু সম্পৰ্কীয় কাগজ-পত্ৰ মোৰ হাতত দিলে। হ্যাণ্ড শ্বেইক কৰা হ'ল। চহী-তহীও কিবা ক'ৰবাত কৰা হ'ল নেকি। ৭০৭ এয়াৰ কণ্ডিশ্যণ্ড বোয়িঙৰ পৰা গৰু নামিল। আমাৰ মানুহো আগবাঢ়ি দৌৰি গ'ল ধৰিবলৈ। গৰু গোবৰত লেটি-পেটি হৈ আছে। মোৰ কাষেদি দুটামানক টানি লৈ যাওঁতে মোৰ বেষ্ট ছুটটো, অৰ্থাৎ দুযোৰ ছুটৰ মাজৰ ভালযোৰত গোবৰৰ ছিটিকনি পৰিল। অষ্ট্ৰেলিয়ান ডেপুটী হাই কমিশ্যনাৰৰ হাফ প্যাণ্ট-গাম বুটৰ তাৎপৰ্য তেতিয়াহে বুজি পালোঁ। চেঁউৰী আৰু ষাঁড় সম্প্ৰদান কৰি চাহাবে আকৌ কৰমৰ্দন কৰি গ'লগৈ। পেণ্ডেমোনিয়ামৰ মাজেদি তদাৰক কৰিবলৈ আগবাঢ়োঁতে এটা ষাঁড়ে মোৰ কালে চোঁচা মাৰিলে— ভাবিলে কিজানি ইয়েই যত অনৰ্থৰ মূল। মোক ভৰিত খুঁচিয়ায়ে প্ৰায়, হেড্ লীডাৰজনে কথমপি কণ্ট্ৰ'লত ৰাখিলে।

শেষত দৌৰা-দৌৰি খেদা-খেদি ঠেলা-ঠেলিৰ মাজেদি গোটেই ৭২টা গৰুকে

ট্ৰাকত তোলা হ'ল। ষাঁড় চাৰিটাৰ কাৰণে দুখন ট্ৰাক। ইটোৱে সিটোক মাৰিবলৈ যায়, ইটো সিটোৰ ওপৰত উঠিবলৈ যায়। সিদিনাখন হোলি আছিল কাৰণে ৰাস্তাত ভিৰ নাছিল, আবেলি দুইমান বজাত হাওৰা ষ্টেচন পোৱা গ'ল। আমাৰ স্পেচিয়েল মালগাড়ীখন প্ল্যাটফৰ্মত লগোৱা আছে। মই প্ৰত্যেকটো গৰুকে নিজ হাতে বাল্টি লৈ পানী খুৱালোঁ। ডাঙৰকৈ ক'লোঁ— "৪৮ ঘণ্টা পানী খাবলৈ নোপোৱা গৰুক পানী খুৱালোঁ। আজি মোৰ মন্ত্ৰী সেৱাৰ সকলো পাপ কটা গ'ল।" ষ্টেচনৰ প্ল্যাটফৰ্মৰ বেৰ নাই, এতেকে কাণো থাকিব নোৱাৰে, নিশ্চয় প্ল্যাটফৰ্মৰ চালৰ কাণ আছে। কিছুদিন পাছতে মুখ্যমন্ত্ৰী মহেন্দ্ৰ চৌধুৰীৰ সেৱাত ব্ৰতী হৈ থাকোঁতে কথাৰ মাজতে তেখেতে ক'লে— "হাওৰা ইষ্টেচনৰ পেৰে গৰু পইঠাওঁতে তুমি কি কইছুলা আমি শুনছু।"

গোটেই দিনৰ পৰিশ্ৰম আৰু দুঃশ্চিন্তাৰ মূৰত গধূলি আহি ঘৰ পালোঁ। অলপ পাছতে টেলিফোন আহিল। 'কোড'ত ফোন। দুবাৰ উপৰ্যুপৰি ৰিং। এল্‌গিন এক্‌চেঞ্জৰ, অৰ্থাৎ পুলিচৰ ফোন। মোৰ ছাত্ৰ দিনৰ আৰু তাৰ পাছত কোচবিহাৰৰ বন্ধু প্ৰকাশ ভট্টাচাৰ্যৰ। তেওঁ তেতিয়া কলিকতা পুলিচৰ ডেপুটী কমিশ্যনাৰ। গহীন মাত, লাহে-লাহে কথা কয়।

— "অজিৎ, হাবালদাৰজী দিব্যি একলোটা বানিয়েছে। আস্‌বে নাকি?"

— "আসিব আসিব, সখী নিশ্চয় আসিব।" হোলিৰ দিনৰ গধূলি— বাদাম, পেস্তা, জাফ্‌ৰান দিয়া ঘোটা ভাং।

পৰমানন্দে গধূলি ঘোটা ভাং খাই আৰু খোচ গল্প কৰি (তাৰ ভিতৰত আৰু দুটামান ষাঁড়ৰ গল্প আছিল) ঘৰলৈ আহি শুই থাকিলোঁ।

ক্ৰিং, ক্ৰিং, ক্ৰিং। সুখনিদ্ৰা ভাগি-গ'ল। পুৱাই আকৌ কোনে ফোন কৰে?

— "বৰুৱা চাহাব", মৃদু মোলায়েম কণ্ঠত কথা আহিল— "মোৰ বস্তুটো আহিলনে?"

— "হয়, হয়, গৈছে কালি গধূলি। ১৯টা দবাত গৈছে।"

— "১৯টা দবাত গৈছে!" যেন আকাশৰ পৰাহে পৰিল, তেনেকুৱা এটা সুৰ।

— "হয়, আৰু এটা কথা, আপুনি বঙাইগাঁৱত বিচিভ কৰাৰ বন্দোবস্ত কৰিব।"

— "বঙাইগাঁৱত। কৰিম বাৰু।"

— "হেড্ লীড্ কৰা মানুহ।।"

মোৰ তেতিয়া জ্ঞান হ'ল যে ক'ৰবাত কিবা এটা গোলমাল হৈছে। সুধিলোঁ— "বৰুৱা চাহাব নেকি?" অৰ্থাৎ বস্তু বৰুৱা।

সিফালৰ পৰা এটা বিৰাট স্বস্তিৰ আভাস যেন ভাহি আহিল— "এ, হয়, হয় ।"

মই ক'লোঁ— "আপুনি বেয়া নাপাব। মই প্ৰিন্সিপেল চৌধুৰী চাহাবে কোৱা বুলি ভাবিছিলোঁ। তেখেতৰ গৰু যাবলগীয়া আছিল। আপোনাৰ বস্তুটোও পৰহি জাম এয়াৰৰ চাৰ্টাৰ্ড স্কাইমাষ্টাৰত গ'ল। তেওঁলোকৰ অফিচত খবৰ কৰিব। কালি গধূলি হোলি উপলক্ষে ঘোটা ভাং কেইগিলাচমান খাইছিলোঁ। কিন্তু কন্‌ফিউজনটো সেই কাৰণে হোৱা নাই। কন্‌ফিউজনটো হৈছিল আপোনালোক দুজনৰ মাতদুটা একেৰকম শুনা যায় কাৰণে। নমস্কাৰ।"

# যোৰহাট-১৯৩৫

যোৰহাট হৈছে মই বাস কৰিবলৈ পোৱা প্ৰথম চহৰ। যোৰহাট সেই কাৰণে মোৰ বাবে অনন্য। প্ৰথম প্ৰেমৰ দৰে। এটা বেলেগ শিহৰণ স্মৃতি বীণাৰ তাঁৰত অমিয়া জোকাৰ।

আমি যোৰহাটৰ মিঠাপুখুৰীৰ পাৰত আছিলোঁ— উত্তৰ-পশ্চিম কোণত। ১৯৩৫ চনৰ এপ্ৰিল মাহত মোক 'গভ্‌ট' স্কুলত (এতিয়াৰ বোধ কৰোঁ যোৰহাট চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়) ভৰ্তি কৰাই দিয়া হ'ল। ক্লাছ থ্ৰীৰ বি ছেক্‌চনত। নাম লিখি দিয়া হ'ল বুলি ক'ব নোৱাৰোঁ। কাৰণ গভ্‌ট স্কুল অসমৰ ভিতৰতে এখন আদৰ্শ স্কুল, বৰ ষ্ট্ৰিক্ট। একোটা ক্লাছৰ একোটা ছেক্‌চনত ত্ৰিছটাতকৈ বেছি ছাত্ৰৰ নাম লিখা নহয়। কিন্তু মোৰ দেউতা স্বৰ্গীয় চিত্ৰমল্ল বৰুৱা স্কুল বিভাগৰ ডি আই আছিল। তাতে স্কুলৰ ছেছন আৰম্ভ হোৱাৰ পাছতহে বদলি হৈ আহিছিল। এইবিলাক কাৰণত মোক ক্লাছত বহিবলৈ অনুমতি দিয়া হ'ল, কিন্তু এটেন্‌ডেন্স ৰেজিষ্টাৰত মোৰ নাম নুঠিল। ক্লাছ মাষ্টৰ স্বৰ্গীয় সুৰেশ চন্দ্ৰ ঠাকুৰ ইংৰাজীৰো শিক্ষক। ছাৰে মোক লাষ্ট বেঞ্চত বহিবলৈ দিলে। আৰু সিদিনাই নে তাৰ পাছদিনাই, মোৰ ডিঙিত ধৰি, দেউতাৰ অন্য সহপাঠী ছাৰসকলৰ ওচৰলৈ নি চিনাকি কৰি দিলে— "এইটো বাবাৰ ল'ৰা।" দেউতাই বোলে কটন কলেজত থাকোঁতে তুলী নথকা খাটত সতৰঞ্চিৰ ওপৰত শুইছিল আৰু লেঙুটি পিন্ধি যোগাসন কৰিছিল। সেই কাৰণে 'বাবা'।

আদৰ্শ স্কুল নে আদৰ্শ স্কুল। ছাত্ৰবিলাকৰ সমুখৰ ফালৰ বেৰত, প্ৰায় গোটেই বেৰজুৰি বিশাল ব্লেকব'ৰ্ড। ব্লেকব'ৰ্ডৰ বাঁওফালৰ তলৰ কোণত মুঠ ছাত্ৰ কিমানজন, তাৰ ভিতৰত সেইদিনা কিমানজন উপস্থিত আছে ক্লাছৰ কেপ্টেইন আমিনুৰ ৰহমানে লিখি থয়। মুঠ ছাত্ৰৰ সংখ্যা সদায়েই ৩০। তাৰ ওপৰত আঁচ টানি উপস্থিত থকা ছাত্ৰৰ সংখ্যাও লিখি থয়। মই 'ওপৰঞ্চি' ছাত্ৰ। আমিনুৰে মোক 'গন্তি'ত নধৰে।

আদৰ্শ স্কুলৰ প্ৰত্যেক দিনাই বেঞ্চ বদলাব লাগে। যোৰহাটৰ পিছতো মই আৰু দুখন গৱৰ্নমেণ্ট স্কুলত পঢ়িছিলোঁ, তাত তেনে নিয়ম নাছিল। গভ্‌ট স্কুলৰ সুন্দৰ নিয়ম। সদায়ে লাষ্ট বেঞ্চত বহি টোপনিয়াই থাকিব নোৱাৰি। মই ওপৰঞ্চি ছাত্ৰ হ'লেও সেই সুবিধাকণৰ পৰা বঞ্চিত। ময়ো বেঞ্চ বদলাব লাগে। অন্য স্কুলবিলাকত মই প্ৰায়েই এই সুবিধাকণ আদায় কৰিছিলোঁ।

কিৰণ বৰুৱা (জে'ল ৰোড ? পাছলৈ শিক্ষক আৰু সমাজবাদী নেতা) ফাৰ্ষ্ট বয়, ছেকেণ্ড, থাৰ্ড পাহৰিলোঁ, ফ'ৰ্থ বংশী বৰগোহাঁই (পাছলৈ এয়াৰ ফ'ৰ্চৰ স্কোৱাড্ৰন লীডাৰ আৰু যোৰহাট চহৰৰ পৌৰপতি); মোৰ ঘনিষ্ঠতম বন্ধু গণেশ প্ৰসাদ বৰুৱা (পাছলৈ, ছেল্‌ছ টেক্সৰ ছুপাৰিণ্টেণ্ডেণ্ট। পশ্চিম ফালৰ পৰা চাইকেলত উঠি আহে। পেডেল পূৰাকে ঢুকি নাপায়।)

প্ৰথমতেই ইংৰাজী শিকাৰ পাল। ক্লাছ মাষ্টৰ সুৰেশ চন্দ্ৰ ঠাকুৰ ভাণ্ডাৰীয়া ইংৰাজীৰো শিক্ষক। আজি যদি মই ইংৰাজীৰ কিবা জানো, সেয়া প্ৰধানকৈ তেখেতৰ আশীৰ্বাদ। যোৰহাটৰ কথাই বেলেগ। ইংৰাজীৰ পাঠ্য কিতাপখনৰ নামেই *যোৰহাট মেথোড ৰীডাৰ*। ইংৰাজী শিকোৱাৰ যোৰহাট মেথোড বোধ কৰোঁ তেতিয়াৰ ডি পি আই স্মল চাহাবৰ 'মস্তিষ্ক সন্তান', অৰ্থাৎ ব্ৰেইন চাইল্ড। মোৰ ইংৰাজী শিকা ঠাকুৰ ভাণ্ডাৰীয়াই আৰম্ভ কৰি দিলে আমাৰ সহপাঠী প্ৰয়াত তৰুণ চন্দ্ৰ গোস্বামী (তৰাজান)ৰ প্ৰকাণ্ড বহী এখন মোৰ সমুখতে ডেস্কৰ ওপৰত পেলাই "হেঁ" বুলি কৈ। বহীত, গোটেইখন বিয়াগোম, মাজতে বেজীৰে চিলোৱা ফুলস্কেপ নে শ্ৰীৰামপুৰী কাগজৰ বহীত verb 'to order'-ৰ কন্‌জুগেশ্যন। একেবাৰে **future perfect continuous tense**-ৰ **passive** voice-অলৈকে— **I shall have been being ordered.**

বহুদিনৰ মূৰত ইয়াৰ এটা বৰ সুন্দৰ পশ্চাৎ সংঘটন অৰ্থাৎ ছিকুৱেল হৈছিল। 'গভ্‌ট' স্কুলৰ ১৯৩৫ চনৰ 'ওপৰঞ্চি' ছাত্ৰ গৈ ১৭ বছৰৰ মূৰত ওপৰঞ্চি সহকাৰী আয়ুক্ত, অৰ্থাৎ ই এ চি হ'লোঁগৈ। ১৯৫২ চনত মই নগাঁৱত ওপৰঞ্চি সহকাৰী আয়ুক্ত। মোৰ অতি মৰমৰ ঘনিষ্ঠ বাল্যবন্ধু প্ৰয়াত ডাঃ দ্বিজেন্দ্ৰ নাথ ঠাকুৰ ওচৰৰে ভুৰাগাঁৱত ডাক্তৰ। আৰু এজন ঘনিষ্ঠ বাল্যবন্ধু গোপাল চন্দ্ৰ গোস্বামী (অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত বিত্ত সচিব) যোৰহাটৰ জে বি কলেজৰ অধ্যাপক। তেওঁ আৰু আমাৰ আৰু এজন বন্ধু ড০ হীৰালাল বৈশ্য নেহৰু পাৰ্কৰ ওচৰত মেছ কৰি থাকে। বৈশ্যও অধ্যাপক। এবাৰ দ্বিজেনে ভুৰা গাঁৱৰ পৰা নগাঁৱলৈ আহি প্ৰস্তাৱ কৰিলে যে যোৰহাটলৈ গৈ ননী (গোপাল গোস্বামীৰ ঘৰত মতা নাম) আৰু হীৰাৰ ওপৰত উৎপাত কৰা যাওক। মই আগ্ৰহে ৰাজী হ'লোঁ। ক'বলৈ পাহৰিছোঁ, হীৰা অলপ ভয়াতুৰ। গধূলিৰ পাছত বিশেষকৈ। এদিন গধূলি দ্বিজেন আৰু মই গৈ ননীহঁতৰ মেছত উপস্থিত হ'লোঁ। দুৱাৰ বন্ধ। হ'লেও ভিতৰত মানুহ থকা বুলি গম পায়। ময়েই হ'ম নিশ্চয়, কিছুমান অভং ফাজলামি কৰা কাৰণে ননীয়ে মোক এতিয়াও

বেয়া পায়, 'ছলিড়্' কাঠৰ দুৱাৰত এটা প্ৰকাণ্ড গোৰ। অলপ সময় সাৰ-সুৰ নাই। তাৰ পাছত দুৱাৰ আধা খুলি হীৰালাল ওলাই আহি তেওঁৰ স্বভাৱসিদ্ধ ভংগীত সোঁহাতৰ তৰ্জনী আঙুলিটো বেঁকা কৰি আমাক ভৰ্ৎসনাৰ সুৰত ক'লে— "অ' তহঁতহে।" মই ভাবিলোঁ কি বা হ'ব।

ননীহঁতৰ মেছৰ সমুখতে শ্ৰদ্ধেয় সুৰেশ ঠাকুৰ ছাৰৰ ঘৰ। আমি অহা বুলি তেখেতে খবৰ পালে। মই তেওঁৰ বন্ধু পুত্ৰ আৰু কেইবাবাৰো বেত দাণ্ডিও বেত নিদিয়া ছাত্ৰ, তেখেত আৰু দ্বিজেন বোধ কৰোঁ একে বংশৰে। ছাৰে এদিন গধূলি আমাক ভাত খাবলৈ মাতিলে, দেউতাৰ খবৰ সুধিলে। কথা-বতৰাৰ মাজতে মই সবিনয়ে ক'লোঁ— "ছাৰ, আপুনি 'ভাৰ্ব, টু অৰ্ডাৰ'ৰ ফিউচাৰ পাৰফেক্ট টেন্‌ছৰ পেছিভ ভয়চৰ কন্‌জুগেশ্যন্ মুখস্থ কৰোৱাইছিল। মই সেই ফৰ্মটো কোনোদিনে কিতাপত নেদেখিলোঁ, ব্যৱহাৰ কৰিও নাপালোঁ।" ছাৰে সশব্দে হাঁহি, ভিতৰলৈ যোৱা দুৱাৰখনৰ ওচৰলৈ গৈ পত্নীক উদ্দেশ্য কৰি ক'লে— "হেৰা, ই বোলে মই শিকোৱা কন্‌জুগেশ্যন্ ব্যৱহাৰ কৰি নাপালে।" আজি কিছুদিন আগেয়ে ছাৰে শিকোৱা অন্য এটা ব্যাকৰণৰ নিয়ম কিন্তু *গৰীয়সী* আলোচনীৰ পাতত উল্লেখ কৰিবলগীয়া হৈছিল। বিশ্ববিদ্যালয়ৰ এজন ইংৰাজীৰ অধ্যাপকে (অৱসৰপ্ৰাপ্ত) দুটামান কমন নাউনৰ ছিংগুলাৰ নাম্বাৰৰ শব্দ আগত কোনো আৰ্টিক্‌ল নিদিয়াকৈ *গৰীয়সীত* এটা প্ৰবন্ধ লিখিছিল। মই সেই ভুলবোৰ আঙুলিয়াই দি *গৰীয়সীলৈ* এখন চিঠি লিখি ছাৰৰ শিক্ষাৰ কথা উল্লেখ কৰিছিলোঁ। ছাৰে ইংৰাজীত বাক্য ৰচনা কৰিবলৈ দি, মোৰ পিছফালে থিয় হৈ চাই আছিল। অলপ পিছতে গৰ্জি উঠিল— "কমন নাউনৰ ছিংগুলাৰ নাম্বাৰৰ আগত আৰ্টিক্‌ল নিদিলি কেলেই?" তাৰ পাছত দাণ্ডি লোৱা বেতডাল নমাই ক'লে— "যা, বাপেৰৰ লগত একেলগে হষ্টেলত আছিলোঁ।"

অসমৰ প্ৰবাদপ্ৰতিম হেড্‌মাষ্টৰসকলৰ এজন মৰহুম জেহিৰুদ্দিন আহমদ চাহাব আমাৰ হেড্‌মাষ্টৰ আছিল। তেখেতক লৈ নানা প্ৰবাদৰ সৃষ্টি হৈছিল। এটা আছিল যে হেড্‌মাষ্টৰে হেনো কলিকতাৰ পৰা তলত সন্দেশৰ দৰে বগা ৰবৰ লগোৱা জোতা এযোৰ অনাইছে। সেইকাৰণে তেখেতে স্কুলৰ ভিতৰত টহল দি ফুৰিলে খোজৰ শব্দ নুশুনি। কিছুমানে বিশ্বাস কৰা নাছিল। এদিন এটা ঘটনা ঘটিল। তেতিয়াৰ দিনত 'টফি'ৰ পেকেটৰ ভিতৰত ধুনীয়া মেমৰ ছবি আহিছিল। আমাৰ কেপ্টেইন আমিনুৰে সেইবিলাক গোটাইছিল। সেইদিনা আমিনুৰ দক্ষিণফালৰ লাষ্ট বেঞ্চত। বাৰাণ্ডাৰ ফালৰ পৰা অলপ ৰ'দ পৰিছিল। হঠাৎ সেইফালৰ পৰা ধুপ-ধাপ শব্দ। সকলোৰে ঘূৰি সেইফালে চালে। কালান্তক মূৰ্তি ধৰি স্বয়ং হেড্‌মাষ্টৰ। আমিনুৰক চৰ-চাপৰ মাৰিছে। আমি সকলো ভয়ত পেপুৱা। আমিনুৰে বোধ কৰোঁ তন্ময় হৈ মেমৰ ছবি গণি আছিল। হেড্‌মাষ্টৰ নিঃশব্দে পুবফালৰ পৰা আহি আছিল। আমিনুৰৰ মেম গণিত বাধা পৰিল। হেড্‌মাষ্টৰে মুখেৰে একো শব্দকে নকৰি, চাৰিওফালে অগ্নি-দৃষ্টি হানি গ'লগৈ। তেতিয়াৰ পৰা কাৰো সন্দেহ নাথাকিল যে হেড্‌মাষ্টৰে কলিকতাৰ পৰা 'সন্দেশ' লগোৱা জোতা মগাই অনা কাহিনীটো

সঁচা। আমিনুৰৰ দৰে টেঙৰ লʼৰায়ো গম নাপালে যে হেড্‌মাষ্টৰ পিছফালৰ পৰা আহি আছিল।

হেড্‌মাষ্টৰ চাহাবে এখন নতুন সক মৰিচ গাড়ী কিনিছিল। হেড্‌মাষ্টৰ বহা আহুতীয়া কোঠাটোৰ কাষতে পার্ক কৰি থয়। বৰ সুন্দৰ গোন্ধ। চুই চাবৰ মন গৈছিল, কিন্তু সাহস নাই। কিছুদিন পাছত মোৰ দেউতাই এখন মটৰ কিনিলে। হেকেশু হ্যাণ্ড্। পাঁচশ টকা দি। স্বৰ্গীয় দেৱেশ্বৰ শৰ্মা ডাঙৰীয়াৰ পৰা— পাছলৈ মণিপুৰৰ ডমিনিয়ন এজেন্ট, অসমৰ বিত্তমন্ত্ৰী ইত্যাদি, *জনমভূমি* গোষ্ঠীৰ এজন প্ৰাণপুৰুষ। সেই গাড়ীতে জাঁজী, টীয়ক, মেলেং, নকছাৰী আদি ঠাইলৈ দেউতাৰ লগত যোৱা মনত পৰে। গাড়ীও মাজে মাজে আমাৰ ওপৰত উঠে— অৰ্থাৎ ঠেলিব লাগে। প্ৰথম ড্ৰাইভাৰ পিৰিকা চুতীয়া ঃ দেউতাই এবাৰ ঠিক কৰিলে যে মটৰ চলাবলৈ শিকিব। কাছাৰীৰ সমুখৰ ফিল্ডলৈ যোৱা হʼল, তাত ফুটবল ফিল্ড আছিল— গোলপোষ্টেৰে সৈতে। দেউতাই ড্ৰাইভাৰৰ ষ্টিয়াৰিঙত ধৰিলে। বাঁওফালে পিৰিকা। পিছৰ ছীটত মই, জ্যেষ্ঠপুত্ৰ। দেউতাই দক্ষিণ ফালৰ পৰা চলাই আহিল। গোলপোষ্টৰ পৰা এশ মিটাৰমান দূৰ পাওঁতে পিৰিকা ড্ৰাইভাৰে কʼলে— "দেউতা, গোলপোষ্টৰ ভিতৰেদি চলাই নিয়ক।" দেউতাই চলাই আহিল, গোলপোষ্টৰ পৰা দহ মিটাৰমান থাকোঁতে গাড়ী ৰখাই পিৰিকাক কʼলে— "আহ তই চলা।" দেউতাৰ আৰু গাড়ী চলোৱা শিকা নহʼল। গাড়ীখনৰ নম্বৰ আজি ৬৬ বছৰৰ মূৰতো মনত আছে- A-3062J ডচ কোম্পানীৰ কাৰেৰে গৈও ভাল লাগে। নতুন গাড়ীবোৰ শাৰী কৰি থোৱা, কি ৰং, কি গোন্ধ, তেতিয়া লেদাৰ আপহোলষ্টাৰি আছিল। তাৰ গোন্ধেই বেলেগ। আটাইতকৈ সুগন্ধি গাড়ীখন আছিল স্বৰ্গীয় শৈলেন্দ্ৰ প্ৰসাদ বৰুৱাৰ। কাৰণ লেদাৰ আপহোলষ্টাৰিৰ গোন্ধৰ লগতে বৰ দামী বিলাতী চিগাৰেটৰ ধোঁৱাৰ গোন্ধ লগ হৈ যি গোন্ধ সৃষ্টি হৈছিল তাৰ কাৰণে 'স্বৰ্গীয়'ৰ বাহিৰে অন্য একো বিশেষণ উপযুক্ত নহয়। অসমীয়াৰ ভিতৰত আটাইতকৈ আঢ্যৱন্ত বুলি জনাজাত স্বৰ্গীয় শিৱ প্ৰসাদ বৰুৱাৰ বৰ পুত্ৰ শৈলেন্দ্ৰ প্ৰসাদ বৰুৱাই মোৰ বৰ মোমাইদেউ স্বৰ্গীয় কমলেশ্বৰ বৰুৱাৰ জীয়েকক বিয়া কৰাইছিল। সেই সূত্ৰেই মই ভিনিহিদেউৰ ছিলভাৰ ৰঙৰ গাড়ীত উঠিবলৈ সুযোগ পাইছিলোঁ। তেওঁ দুই-এবাৰ আমাৰ মিঠা পুখুৰীৰ ঘৰলৈ আহিছিল আৰু মোক তেওঁৰ সেই স্বৰ্গীয় গোন্ধৰ গাড়ীখনত একোটা পাক মৰাইছিল। এই সূত্ৰেই এবাৰ ঠেঙালৈ গৈ মই দুৰ্যোধন হৈছিলোঁ। কথাটো ভাঙি কওঁ। বহুতৰে মনত থাকিব পাৰে মহাভাৰতৰ সেই কাহিনী ঃ মহাভাৰতৰ সভাপৰ্বৰ দ্যূতপৰ্বাধ্যায়ত আছে। পাণ্ডৱসকলৰ ৰাজধানী ইন্দ্ৰপ্ৰস্থত দুৰ্যোধনে পাণ্ডৱসকলৰ ঐশ্বৰ্য দেখা পালে। স্ফটিকময় এখন ঠাইত পানী আছে বুলি ভাবি তেওঁ পিন্ধি থকা কাপোৰ কোঁচাই লাজত পৰিছিল। অন্য এঠাইত তেওঁ দুৱাৰ আছে বুলি ভাবি স্ফটিকময় বেৰৰ ভিতৰেদি যাবলৈ গৈ মূৰত খুন্দা খালে। মোৰো একেৰকমে তেনেকুৱা অৱস্থা হৈছিল। মই বাহিৰৰ কোঠালিত অকলে বহি আছোঁ, এনেতে এটা মানুহে আহি মোক খবৰ দিলে যে বাইদেৱে মোক ভিতৰলৈ মাতিছে। মই ভিতৰৰ ফালৰ বেৰত চাবলৈ ধৰিলোঁ দুৱাৰ কʼত আছে। হাত বুলায়ো চালোঁ। দুৱাৰ বিচাৰি

নাপালোঁ। অলপ পাছত কোনোবাই আহি মোক ভিতৰলৈ লৈ গ'ল। কিছুদিন আগেয়ে শ্ৰীযুত হেমেন্দ্ৰ প্ৰসাদ বৰুৱাক ঘটনাটোৰ কথা কৈ কৈছিলোঁ যে এতিয়াও মোৰ ঠেঙলৈ গৈ জানিবৰ মন যায় কিয় মই দুবাৰ বিচাৰি নাপালোঁ। তেওঁ কৈছিল যে যেতিয়াই মন যায় গৈ চাই আহিবা। এতিয়াও যোৱা হোৱা নাই।

দেওবৰীয়া 'ৰিচ্ছুবেল' এটা চাই বৰ আনন্দ পাইছিলোঁ। তিতাবৰলৈ যোৱা আলি আৰু তাৰ পৰা মিঠাপুখুৰীৰ পাৰেৰে গৈ গড়আলিত লগা আলিৰ চুকতে ফুকন আলি চাহাবৰ ঘৰ। মিঠাপুখুৰীৰ পূব পাৰে, গড়আলি আৰু মিঠাপুখুৰীৰ মাজতে ফুকন আলি চাহাবৰ ভায়েক গভ্‌ট প্লিডাৰ ৰুকুনুদ্দিন আহমদ চাহাবৰ ঘৰ। প্ৰত্যেক দেওবাৰে পুৱা প্ৰায় একে সময়তে ফুকন আলি চাহাবৰ গাড়ী ৰাজকীয় ধীৰগতিত ৰুকুনুদ্দিন আহমদ চাহাবৰ ঘৰলৈ যায়। মই আৰু মোৰ ভাইটোৱে গাড়ী যোৱা চাবলৈ ৰৈ থাকোঁ। গাড়ীখন ৰঙচুৱা চেভ্ৰলেট আছিল যেন মনত পৰে।

ফুকন আলি চাহাবৰ কথা কওঁতে যোৰহাটৰ আলিৰ বিষয়ে এটা 'গাজা' মনত পৰিল। 'গাজা'টো ভূতপূৰ্ব সাংসদ তথা ভূতপূৰ্ব আৰক্ষী মহাপৰিদৰ্শক আতাউৰ ৰহমান চাহাবৰ। এজন অনা-অসমীয়া মানুহ যোৰহাটত চাকৰি কৰিবলৈ আহিল। কিছুদিন গ'ল। এদিন অনা-অসমীয়াজনে স্থানীয় এজনক সুধিলে— "আপোনালোকৰ ইয়াত বহুত মুছলমান ডাঙৰ মানুহ আছে নেকি?"

— "আছে দুই-এজন", স্থানীয়জনে ক'লে— "কিন্তু কিয় সুধিলে?"

— "এইযে ৰাস্তাবিলাকৰ নাম। গড আলি, ন আলি, চেউনী আলি, কমাৰবন্ধা আলি ।"

শেষ কৰাৰ আগেয়ে দুটা কথা। যোৰহাটতে মই চাইকেল চলাবলৈ শিকিছিলোঁ। প্ৰথমতে তলত, তাৰ পাছত চেডেলত বহি, ভৰিৰ আগেৰে পেডেল ঠেলি মিঠাপুখুৰীৰ দক্ষিণ ফালৰ ৰাস্তা, তাৰপাছত ঘূৰি পূব ফালৰ ৰাস্তা নৰ্মাল স্কুলৰ সীমাইদি যোৱা, তাত এশাৰী কৰচ গছ। যিদিনা নপৰা, ননমাকৈ তলত উঠি চাইকেলত আলাসতে ওপঙি যোৱাৰ দৰে চলাই যাব পৰা হ'লোঁ সেইদিনাৰ মনৰ অৱস্থা আজিও বৰ্ণাবৰ কাৰণে মোৰ শব্দ নাই। শব্দৰ লগত যুদ্ধত মই তেতিয়াৰ পৰাই হাৰিবলৈ আৰম্ভ কৰিছোঁ। আৰু এটা দিনৰ লগত মাত্ৰ তাৰ তুলনা হয়। বহুত দিন ঘেঁহাই ঘেঁহাই ভাবি ভাবি বাক্য সাজি কথা কৈ কৈ এদিন দেখিলোঁ হঠাতে মই খোকোজা নলগাকৈ কলিকতাৰ আলিয়াঁছ ফাছেজৰ এজন শিক্ষকৰ লগত কথা পাতিব পাৰিছোঁ।

মোৰ যোৰহাটৰ স্মৃতিকথা সম্পূৰ্ণ নহ'ব যদিহে মই নৃপেনৰ কথা নকওঁ— নৃপেন্দ্ৰ নাৰায়ণ সিংহ— অসম্ভৱ বিখ্যাত ক্ৰীড়া সংগঠক, খেল-ধেমালিত উৎসৰ্গিত প্ৰাণ। নৃপেনক বাকী বন্ধুবিলাকে 'মৌজাদাৰৰ ঘৰৰ বুলি উল্লেখ কৰিছিল। তাত এটা সম্ভ্ৰমৰ ভাব আছিল। বহুত দিনৰ পাছতহে জানিছিলোঁ নৃপেন স্বৰ্গদেউ পুৰন্দৰ সিংহৰ পৰিনাতি।

আমি খেলিছিলোঁ নৰ্মাল স্কুলৰ ফিল্ডত— ক্ৰিকেট ব্যাড্‌মিন্টন, টাংগুটি আৰু নৃপেনে দেখুৱাইছিল 'গছ কুমটি' বোলা এটা অদ্ভুত খেলা। ইজোপা গছৰ পৰা সিজোপা গছলৈ ডালত ওলমি ওলমি যোৱা। নৰ্মাল স্কুলৰ কম্পাউণ্ডৰ পূব সীমাত্ৰিদি থকা কৰচ গছবিলাকৰ ডালে ডালে। সেই খেলাত এবাৰ পৰি আঁঠুত বিষ হৈ বৰ কষ্ট পাইছিলোঁ। সেই কৰচ গছৰ ডাল ৩০ বছৰৰ মূৰত মোৰ পদ্য 'হঠাতে এছাট্ অকলশৰীয়া বতাহ'ত ওলাইছে। অধ্যাপক ভবেন বৰুৱাই সেই শাৰীটো আৰু গোটেই পদ্যটোৰ ধ্বনি-সমন্বয়ৰ বিষয়ে এটা মনোজ্ঞ আলোচনা লিখিছিল। ময়ো মোৰ কিতাপ 'পদ্যৰ পাছৰ কাব্য' (পৃ. ৩৬)ত অৰ্থ আৰু ধ্বনিৰ সম্বন্ধ সম্পৰ্কে লিখিছোঁ। ভাষাতাত্ত্বিক পণ্ডিত ৰোমান য়্যাকব্‌ছনৰ এই বিষয়ে এটা সূক্ষ্ম আলোচনা আছে। .. এইটো গুৰুচণ্ডালী কাৰবাৰ হ'ল— গছ কুমটি খেলা আৰু ৰোমান য়্যাকব্‌ছন!

ব্যাক্ টু নৃপেন। নৃপেনে মোক— এক প্ৰচণ্ড গাঁৱলীয়াক— ক্ৰিকেট খেলা শিকায়। মই ব্যাটখন থিয়কৈ ধৰিব নাজানো, সেইখন মাটিৰ লগত সমান্তৰাল কৰি আগুৱাইহে বলটো বাউন্দাৰীৰে সৰাৰ দৰে সাৰি পেলাবৰ চেষ্টা কৰোঁ। নৃপেনে কয়— "লাইনী মইনা লাইনী ঐ!" এনেকৈ তিনিবাৰ লাইনী হ'লে নৃপেনে কয়— "আঁউট!" ক'লে কি হ'ব? যোৰহাটৰ পৰা বৰপেটা গভৰ্নমেণ্ট (গভ্‌ট নহয়) হাইস্কুললৈ গৈ ল'ৰাৰ আন্তঃস্কুল টুৰ্ণামেণ্টৰ কাৰণে ক্ৰিকেট টীমত অন্তৰ্ভুক্ত হৈছিলোঁ। একে সময়তে পদ্য লিখাও আৰম্ভ কৰিছিলোঁ। দুটা খেলা একেলগে।

# ৰূপীয়া আ যায়েগা

মোৰ ৩৫ বছৰৰ চৰকাৰী চাকৰি কালৰ ২০ বছৰেই মই উদ্যোগ বিভাগৰ লগত প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত আছিলোঁ। ১৯৬৩ চনত উদ্যোগ বিভাগৰ উপ-সচিব হিচাপে যোগ দি সেই বিভাগৰ নিৰ্দেশক অৰ্থাৎ ডাইৰেক্টৰ, সচিব, ক্ষুদ্ৰ উদ্যোগ উন্নয়ন নিগমৰ অধ্যক্ষ তথা পৰিচালন সঞ্চালক এই সকলো আছিলোঁ। আনকি, ব্যক্তিগত কাৰণত কলিকতাত অসম চৰকাৰৰ বাণিজ্য উপদেষ্টা হ'বলৈ ইচ্ছা কৰাত সেই পদ মোক দিয়া হৈছিল যদিও তেতিয়াৰ উদ্যোগমন্ত্ৰী, মোৰ ছাত্ৰদিনৰ বন্ধু স্বৰ্গীয় বিশ্বদেৱ শৰ্মাই কৈছিল যে আপোনাক 'পেৰোল'তহে দিয়া হৈছে। আৰু নতুন কামতো আপুনি উদ্যোগ বিভাগৰ কলিকতাৰ সমন্বয়ৰক্ষক হৈয়েই থাকিব লাগিব। ফ্ৰান্সত পঢ়ি থাকোঁতেও মোৰ চাকৰিৰ ৰেকৰ্ড চাই ফৰাচী চৰকাৰৰ উদ্যোগ মন্ত্ৰালয়ৰ লগতহে তিনি মাহ প্ৰশিক্ষণৰত কৰি ৰাখিছিল।

১৯৭৮ চনৰ পৰা ১৯৮১ চনলৈ মই উদ্যোগ বিভাগৰ সচিব আছিলোঁ। সেই সময়তে— বোধ কৰোঁ ১৯৭৯-৮০ চনত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন কৰা হয়। ৰাষ্ট্ৰপতিৰ শাসন মানে ৰাজ্যপালৰ শাসন। মন্ত্ৰীতন্ত্ৰ আৰু ৰাজ্যপালতন্ত্ৰৰ কৰ্ম-পদ্ধতি একেই। কেৱল এটা কথাত পৰিবৰ্তন পৰিলক্ষিত হ'ল— মন্ত্ৰীতন্ত্ৰত কাৰ্যালয় সহায়ক আৰু অধীক্ষকে ফাইলৰ নোটৰ সোঁফালে চহী কৰে, আৰু অবৰ সচিবৰ পৰা আৰম্ভ কৰি মন্ত্ৰীলৈকে সোঁ-মাজতে চহী কৰে আৰু ৰাজ্যপালতন্ত্ৰত বিষয়াসকলে দিল্লী ষ্টাইলত বাঁওফালে চহী কৰে আৰু ক্ৰমান্বয়ে ওপৰবালা বিষয়ালৈ ফাইল 'পাছ' কৰোঁতে নিজৰ চহীটো কাটি গৈ থাকে।

ফৰাচী জাতিটো বৰ চতুৰ জাতি। তেওঁলোকৰ শুষ্ক-হাস্য অৰ্থাৎ ড্ৰাই হিউমাৰ বিখ্যাত। তেওঁলোকৰ এটা ফকৰা আছে— "প্ল্যু চা শাঁজ, প্ল্যু চে লা মেম্ শোাজ্", অৰ্থাৎ বস্তুবিলাক যিমানে বেছিকৈ বদলে সিমানে বেছিকৈ একে হৈ থাকে। ৰাজ্যপালতন্ত্ৰত চহী কৰা ফাল দুটাৰ বদলি হ'ল। কিন্তু কৰ্মপদ্ধতি আৰু মনোভংগী

একেই থাকিল। অৰ্থাৎ কীপ ফাইলছ মুভিং, ফাইল চলাচল চলাই ৰাখক, সিদ্ধান্ত কি হয়, কেতিয়া হয়, কাৰ দ্বাৰা সেইবিলাক বি হয় হ'ব।

এটা কথাত কিন্তু পাৰ্থক্য বৰ চকুত লগা হৈ পৰিল। বাইজৰ উপকাৰ কৰিবলৈ বাইজৰ প্ৰতিনিধিসকলতকৈ ৰাজ্যপাল আৰু তেওঁৰ উপদেষ্টাসকলৰ বেছি উৎসাহ। এটা 'দিখা দুংগা' মনোভাব। তেওঁলোকে ভাবিছিল মন্ত্ৰীতকৈ তেওঁলোকে বেছি সোনকালে কামবোৰ কৰিব, বা অন্ততঃ দিল্লীৰ পৰা কৰাই আনিব। কাৰণ তেওঁলোকৰ 'দিল্লী কানেক্‌চন' আছে। কপিয়াইতো সব আৰু কপিয়াতো সব দিল্লীৰ পৰাই আছে। তাত তেওঁলোকৰ 'কানেক্‌চন' আছে।

ৰাজ্যপাল আছিল এল্ পি (লালন প্ৰসাদ) সিং। আমাৰ সচিবালয়ৰ যিসকলৰ দিল্লী কানেক্‌চন আছিল, তেওঁলোকে সেই 'কানেক্‌চন'ৰ সদ্ব্যৱহাৰ কৰি জানি আহিছিল যে 'এল্ পি' মানে 'লং প্লেয়িং'। অৰ্থাৎ লং প্লেয়িং গ্ৰামোফোন ৰেকৰ্ডৰ দৰে, এবাৰ বাজিবলৈ আৰম্ভ কৰিলে বহুত সময় বাজি থাকে। যিবিলাকৰ সেই 'কানেক্‌চন' নাছিল, সেইবিলাকে ক'লে যে নহয়, এল্ পি মানে 'লালন-পালন'— অসমক তেওঁ অকলেই লালন-পালন কৰিব। দুয়োটা অৰ্থতে তেওঁ সাৰ্থকনামা আছিল।

অসমক লালন-পালন কৰাৰ সময়তে এল্ পি সিং মহোদয় মেঘালয়ৰো ৰাজ্যপাল আছিল, কিন্তু মেঘালয়কো অকলেই লালন-পালন কৰিছিল নে নাই পাহৰিলোঁ। বোধ কৰোঁ কৰা নাছিল, কিন্তু শিলঙৰ ৰাজভৱনত থাকিয়েই তেখেতে অসমক লালন-পালন কৰিছিল।

সেই সময়ত বঙাইগাঁও বিফাইনাৰী (বি আৰ পি এলত) পলিয়েষ্টাৰ ফাইবাৰ অৰ্থাৎ পেট্ৰ'লিয়ামজাত আঁহ বনোৱাৰ পৰিকল্পনা চলি আছিল। পলিয়েষ্টাৰ ফাইবাৰৰ পৰা সূতা হ'ব, সূতাৰ পৰা কাপোৰ। অসমৰ শিপিনীয়ে কাপোৰত সপোন ব'ব পাৰে। স্বয়ং জাতিৰ পিতাৰ কথা। ৰাজ্যপালৰ বিপুল উৎসাহ। উদ্যোগ সচিব হিচাপে মই বি আৰ পি এলৰ নিৰ্দেশক মণ্ডলীৰ অৰ্থাৎ ব'ৰ্ড অব্ ডাইৰেক্টৰ্ছৰো সদস্য। ৰাজ্যপালে সেইকাৰণে মোকেই পোনে পোনে মাতি পঠিয়ালে। মই শিলঙলৈ গৈ তেখেতক দেখা কৰিলোঁ নে গুৱাহাটীতে খানাপাৰাত থকা ১ নং গেষ্ট হাউছতে দেখা কৰিলোঁ পাহৰিলোঁ। ১ নং গেষ্ট হাউছটোকে ৰাজ্যপাল সিং মহোদয়ে তেওঁৰ গুৱাহাটীৰ বাহৰ কৰিবৰ মন কৰিছিল বুলি শুনিছিলোঁ। কিন্তু মুখ্য মন্ত্ৰী শৰৎ চন্দ্ৰ সিংহদেৱে আপত্তি কৰা কাৰণে কৰিব নোৱাৰিলে। মুঠৰ ওপৰত ৰাজ্যপালে মোৰ পৰা 'বি আৰ পি এল'ৰ ভটীয়নি উৎপন্ন বস্তু অৰ্থাৎ ডাউনষ্ট্ৰিম্ প্ৰডাক্ট সম্বন্ধে বুজ-বাজ ল'লে। সুধিলে পি এছ এফ (পলিয়েষ্টাৰ ষ্টেপ্‌ল ফাইবাৰ) কিমান উৎপাদন হ'ব, তাৰ পৰা কিমানটা সূতা কল হ'ব, সেই সূতাকলবিলাকৰ পৰা উৎপাদিত সূতাৰ পৰা কিমানখন

যন্ত্ৰচালিত তাঁতশাল অৰ্থাৎ পাৱাৰলুমক সূতাৰ যোগান ধৰিব পৰা যাব, আনকি বোধ কৰোঁ তাৰ পৰা কিমানসংখ্যকৰ কৰ্মসংস্থান হ'ব। মই ক'লোঁ যে পৰিযোজনা অনুসাৰে কেঁচামালৰ গড় লভ্যতা অৰ্থাৎ 'অ্যাভেইলিবিলিটী'ৰ ওপৰত নিৰ্ভৰ কৰি এটা পূৰ্বানুমান প্ৰথমতেই কৰি থোৱা হৈছিল কিমানটা সূতাকল প্ৰতিষ্ঠা কৰা সম্ভৱ হ'ব পাৰে। সেই সংখ্যাটো মই নিবেদন অৰ্থাৎ মৌখিকভাৱে 'ছাব্‌মিট' কৰিলোঁ। (সংখ্যাটো এতিয়া মোৰ ঠিক মনত নাই। শতাব্দীৰ প্ৰায় চতুৰ্থাংশ— ২০ নে ২১ এনেকুৱা কিবা এটা হ'ব)। তেওঁ ক'লে 'কুছ পৰোৱা নেহি' মনোভাবেৰে— "চব বনাযেংগে।" এনেতে তেওঁৰ এটা ফোন আহিল, বোধ কৰোঁ 'দিল্লী কানেক্‌চন!' তেওঁ মোক এখন ষ্টেটাছ্ পেপাৰ অৰ্থাৎ বৰ্তমান স্থিতিৰ ওপৰত এটা টোকা দিবলৈ দি বিদায় দিলে। মই ৰক্ষা পৰিলোঁ।

'বৰ্তমান স্থিতি টোকা কাগজখন' সমৰ্পণ অৰ্থাৎ 'ছাব্‌মিট' কৰি দিলোঁ। 'ছাবমিট'ৰ অসমীয়া বহুত হয়। অভিধান মতে তাৰ আৰু এটা অৰ্থ হৈছে 'হাত তুলি দিয়ন'। টোকা কাগজখন ছাব্‌মিট কৰাৰ লগত হাত তুলি দিয়নৰ এটা ওচৰ সম্বন্ধ আছে। আজিৰ কৌতূহলী পাঠকৰ, আনকি সকলো কালৰ জ্ঞানাৰ্থী পাঠকৰ, সেই সম্বন্ধটো জনা উচিত বুলি মই ভাবোঁ।

সিদিনাখন মাত্ৰ ডিগবৈ শোধনাগাৰৰ এশ বছৰ পূৰ্তি উপলক্ষে ডাক টিকট মুকলি হ'ল। অসমত খাৰুৱা তেলৰ সন্ধেদ এশ ত্ৰিছ বছৰ আগেয়েই পোৱা হৈছিল। এটা 'পুতলা শোধনাগাৰ' অৰ্থাৎ টয় ৰিফাইনাৰীও ১৯০১ চনত স্থাপিত হ'ল। ঔপনিৱেশিক শাসনকালত ইয়াৰ কোনো বিকাশ আশা কৰিব নোৱাৰি। কিন্তু তাৰ পাছত কি হ'ল? ডিগবৈত পেট্ৰ'লিয়াম থাকিলে তাৰ ওচৰে-পাঁজৰেও থকাৰ সম্ভাৱনা আছে, তাক পৰীক্ষা কৰিবলৈ লাগিল অৰ্দ্ধশতাব্দী। খাৰুৱা তেলৰ ৰয়েল্‌টী নিৰ্ধাৰণ কৰিবলৈ ভাৰত চৰকাৰে কেইবাখনো কমিটী গঠন কৰি দিয়ে। তাৰে এখন আছিল খাৰে কমিটী। ১৯৬৫ চনত মই প্ৰথমবাৰ মোৰ উপ-সচিবৰ পদৰ উপৰি মোক উদ্যোগ বিভাগৰ ডাইৰেক্টৰ পদত নিযুক্ত কৰা হয়। খাৰে কমিটীৰ আগত অসম চৰকাৰৰ মতামত দাঙি ধৰিবৰ কাৰণে ফাইল বিচাৰিলোঁ। উদ্যোগ বিভাগত সেই সম্পৰ্কে কোনো ফাইলেই নাই। ফাইল বিচাৰি বিচাৰি পোৱা গ'লগৈ যোগান বিভাগত। কেৰাচিন বিতৰণৰ ফাইলতে আছে খাৰুৱা তেলৰ ৰয়েল্‌টী সম্পৰ্কে কাগজ-পত্ৰ।

যি হক, '৫০ৰ দশকৰ শেষত' অইল ইণ্ডিয়া আৰু পাছত অ' এন জি চিয়ে খাৰুৱা তেলৰ সন্ধান আৰম্ভ কৰিলে, সেই তেলৰ ওপৰত ভিত্তি কৰি গুৱাহাটীত আৰু এটা 'পুতলা ৰিফাইনাৰী' স্থাপন কৰা হ'ল। তাৰ পাছত আৰু এটা ৰিফাইনাৰীৰ কাৰণে প্ৰকল্প প্ৰতিবেদন প্ৰণয়ন আৰম্ভ হ'ল। ৰিফাইনাৰীৰ লগতে এইবাৰ এটা পেট্ৰ'-ৰাসায়নিক উদ্যোগো যোগ দিয়া হ'ল। তাৰ 'প্ৰডাক্ট প্যাটাৰ্ন' অৰ্থাৎ উৎপন্ন

বস্তুৰ আৰ্হি-পত্ৰ তৈয়াৰ হ'ল। এই আৰ্হিৰ ভিতৰত আছিল পলিয়েষ্টাৰ ষ্টেপল্ ফাইবাৰ (সংক্ষেপে পি এছ্ এফ)। অসমত থাকৰা তেল সন্ধান লেহেম গতিত গৈ থাকোঁতে গুজৰাটত খাৰুৱা তেলৰ সন্ধান ওলাল। তেতিয়ালৈকে ভাৰতৰ ভিতৰত অসমেই একমাত্ৰ খাৰুৱা তেল উৎপাদনকাৰী ৰাজ্য আছিল। গুজৰাটত তেল ওলোৱাৰ লগে লগে তাতো ৰিফাইনাৰী আৰু পেট্ৰ'-ৰাসায়নিক উদ্যোগ আৰম্ভ কৰাৰ যো-জা চলিল। ব্যক্তিগত খণ্ডত, এতিয়াৰ সুবিখ্যাত ৰিলায়েন্স ইণ্ডাষ্ট্ৰিজেও পেট্ৰ'-ৰাসায়নিক উদ্যোগৰ বাবে অনুজ্ঞা-পত্ৰ পালে।

মই উদ্যোগ বিভাগৰ সচিব হোৱাৰ কাৰণে বি আৰ পি এলৰো প্ৰতিষ্ঠাপক ডাইৰেক্টৰ মণ্ডলীৰ সদস্য আছিলোঁ। ৰিফাইনাৰী আৰু পেট্ৰ'-ৰাসায়নিক উদ্যোগ সম্পৰ্কে বাধ্য হৈ, আৰু কিছু নিজৰ উৎসাহতে, বহুতো পঢ়া-শুনা কৰিছিলোঁ আৰু তাৰ সমসাময়িক বিকাশ সম্বন্ধে দৈনিক খবৰ ৰাখিছিলোঁ। বি আৰু পি এলৰ পৰা প্ৰতি বছৰে ৩০,০০০ টন পি এছ্ এফ উৎপন্ন হোৱাৰ কথা আছিল। এই গোটেইখিনি পি এছ্ এফ অসমতে প্ৰচেছ্ কৰিব লাগিলে ৬৩০ কোটি টকাৰ প্ৰয়োজন হ'ব। প্ৰশ্ন উঠিল পি এছ্ এফ তৈয়াৰৰ কাৰণে কাৰ প্ৰযুক্তি লোৱা হ'ব। নিবিদা আহ্বান কৰা হোৱাৰ পাছত দুটা সংস্থা নিৰ্বাচিত হ'ল আৰু আমেৰিকান দ্যুপোঁ (Du Pont) কোম্পানীৰ প্ৰযুক্তি নিৰ্বাচন কৰা সম্পৰ্কে ব'ৰ্ড অব্ ডাইৰেক্টৰ্ছৰ সভাত মতাধিক্য হোৱা যেন দেখা হ'ল। যি হওক, যি কথাটো মই ক'বলৈ ওলাইছোঁ সেইটো হ'ল এই যে ইতিমধ্যে নতুন প্ৰযুক্তি এটা আৱিষ্কৃত হ'ল, যিটো তেতিয়ালৈকে থকা প্ৰযুক্তিবিলাকতকৈ ২০% সস্তা। এই নতুন প্ৰযুক্তিটো যদি গুজৰাটত কোনোবাই লয় তেতিয়াহ'লে গুজৰাটত তৈয়াৰী পি এছ্ এফ বঙাইগাঁৱত তৈয়াৰী পি এছ্ এফতকৈ ২০% সস্তা হ'ব। ফলত বঙাইগাঁৱৰ পি এছ্ এফৰ চাহিদা কম হ'ব। এইবিলাক কথা কিন্তু মই 'ষ্টেটাছ্ পেপাৰ'ত লিখিলোঁ। কাৰণ, লিখিলে ৰাজ্যপালে মনত পাওঁলা অৰ্থাৎ 'স্পেকিউলেটিফ' কথা বুলি ক'ব আৰু নিৰাশাবাদী বুলি মোৰ সাহিত্য ক্ষেত্ৰত যেনেকুৱা 'দুৰ্নাম' আছে, চৰকাৰী কামতো আছিল। তদুপৰি ৰাজ্যপালৰ যেতিয়া ইমান উৎসাহ, ২০টা সূতাকলেই 'বনা দেংগে', মই কিয় তাত কেঁশা লগাওঁ?

মই ভাৰতীয় চাহ ব'ৰ্ডৰো সদস্য আছিলোঁ। সেই সময়তে দক্ষিণ ভাৰতৰ কুনুৰত চাহ ব'ৰ্ডৰ এখন সভা বহিছিল। কুনুৰ এখন শৈলাবাস। তালৈ যাবলৈ হ'লে ক'য়াইটুৰলৈ প্লেনেৰে গৈ তাৰ পাছত মটৰত যাব লাগে। সূতাকলৰ যন্ত্ৰপাতিৰ আমদানিকাৰক লকহ্মিৰিষ্টাৰ কোম্পানীৰ হেড্ অফিচ ক'য়াইটুৰত। মই টী ব'ৰ্ডৰ মিটিঙলৈ যোৱাৰ বাটত লকহ্মিৰিষ্টাৰ কোম্পানীৰ অফিচত সোমাই জাপানৰ পৰা আমদানি সূতাকলৰ যন্ত্ৰপাতিৰ দাম-দৰ সুধিলোঁ। দাম-দৰৰ পৰিমাণ অৱশ্যে মোটা-মুটিভাৱে কাগজে-পত্ৰে মোৰ জনা আছিল। তথাপি, কোটি কোটি টকাৰ সূতাকল কিনা আৰু আমাৰ উজান বজাৰত এপোৱা ভাঙোন মাছ কিনাৰ

'প্ৰিন্সিপল্ ইজ দি ছেইম'—পদ্ধতি একেই। দাম-দৰ কৰি চাব লাগে, এপোৰা নিকিনি এক কিলো কিনিলে সস্তা হয় নেকি ইত্যাদি। অৱশ্যে সূতাকল দৰালে উজান বজাৰত মাছ দৰালে খোৱাৰ দৰে ভেকাহি খাব নালাগে, 'লাগু'হে খাব লাগে। আলোচনা হ'ল। আলোচনা প্ৰসংগত ডেলিভাৰী ছিডিউলৰ কথা ওলাল, অৰ্থাৎ তেওঁলোকে মাল সৰবৰাহ কেতিয়া কৰিব পাৰিব, চৰ্ত কি কি ইত্যাদি। শুনিলোঁ ডেৰ বছৰ আগলৈকে তেওঁলোক সম্পূৰ্ণ বুক্‌ড্ আছে। তাৰ পাছতহে তেওঁলোকে নতুন মাল 'বুক' কৰিব। আৰু চৰ্ত হ'ল যে বুক কৰাৰ লগে লগে মালৰ দামৰ পঞ্চাশ শতাংশ আগধন দিব লাগিব।

মই টী ব'ৰ্ডৰ মিটিঙলৈ গ'লোঁ। কাজিয়া কৰিম বুলিয়েই গৈছিলোঁ। এজেণ্ডা পেপাৰ দেখিয়েই বুজিছিলোঁ কাজিয়া লাগিবই। আগেয়েও লাগে। টী এণ্ড ছিম্‌পেথী বুলি এখন বিখ্যাত ইংৰাজী চিনেমা আছিল। তাৰে গইনা লৈ মই প্ৰায়ে কৈছিলোঁ যে টীৰ প্ৰতি মোৰ কোনো ছিম্‌পেথী নাই, কাৰণ মই নামনি অসমৰ মানুহ, মই সেই কাৰণে প্যাডী ম্যান, টী ম্যান নহয়। ধানৰ লগতহে মোৰ আৱেগিক সম্পৰ্ক। অৱশ্যে ব'ৰ্ডৰ চাহ খেতিয়ক সদস্যসকল মোৰ কলিকতীয়া দিনৰ ভাল বন্ধু আছিল। বিশেষকৈ বসন্ত দুবে। একেলগে খোৱা-পিয়া, বিশেষকৈ পিয়া। কুনুৰত বহা মিটিঙৰ কাৰণে যোৱাৰ আগেয়ে পানীলগা, কাহ হৈ মোৰ মাতটো ভাগিছিল। ভগা মাতেৰে কাজিয়া কৰা টান। মাত ভগাৰো নেপথ্যত এটা মজাৰ ঘটনা আছে। সম্পাদকৰ সম্ভাব্য পেন্দুৰা চকুক নেওচি অলপ লুপ লাইনেদি যাত্ৰা কৰোঁ। যিমানেই বুঢ়া হোৱা যায় সিমানেই লুপ লাইনেদি যোৱাৰ সংখ্যা বাঢ়ে। লুপ লাইনেদি যোৱাটো ৰেলগাড়ীৰ পৰিভাষা। অৰ্থাৎ প্ৰধান কথাটো এৰি অন্য এটা অপ্ৰধান কথা উলিয়াই আকৌ প্ৰধান কথালৈ ঘূৰি অহা। মোৰ মাত ভাগিছিল কাৰণ গুৱাহাটীত ভীষণ পাৱাৰ কাট হোৱা এটা ৰাতি গৰমত মই খালী গাৰে পকী মজিয়াৰ ওপৰত শুইছিলোঁ। আয়ৰনিযুক্ত কথা এই যে সেই সময়তে মই পাৱাৰ ছেক্ৰেটেৰী অৰ্থাৎ শক্তি বিভাগৰো সচিব আছিলোঁ। দীঘল পাৱাৰ কাট্ হোৱা কাৰণে চীফ্ ইঞ্জিনীয়াৰ মোৰ অগ্ৰজপ্ৰতিম শ্ৰীযুত নিৰ্মল দাসদেৱক ফোন কৰি কৈছিলোঁ, "নিৰ্মলদা। মই পাৱাৰ ছেক্ৰেটেৰী, অথচ মোৰ ঘৰতেই দেখোন পাৱাৰ কাট্!" তেখেতৰ উত্তৰটো বৰ সুন্দৰ আছিল— "হেঃ হেঃ হেঃ আপুনি পাৱাৰ ছেক্ৰেটৰী কাৰণেই আপোনাৰ ঘৰত পাৱাৰ কাট্ হৈছে!"

এতিয়া মেইন লাইনলৈ ঘূৰি আহোঁ। খালী গাৰে পকী মজিয়াত শোৱা কাৰণে মোৰ দুৰ্জয় পানী লাগিল আৰু তাৰ পাছতে অৱশ্যম্ভাৱীভাৱে কাহ হৈ মাত ভাগিল। টী ব'ৰ্ডৰ মিটিঙত ভগা মাতেৰেই (নে ভগা মাত) মই কাজিয়া আৰম্ভ কৰিলোঁ। বিশেষকৈ মোৰ বিশিষ্ট বন্ধু বসন্ত দুবেৰ লগতে। চাহ খেতিৰ প্ৰতিনিধিসকলৰ অভিযোগ আছিল যে চাহ উদ্যোগৰ ওপৰত অসম চৰকাৰে ৯০

নে ৯৪ শতাংশ টেক্স লগাইছে। মই ভগা মাতেৰেই ক'লোঁ যে আক বড়াম। মোৰ বন্ধু বসন্ত দুবেই সুধিলে অসম চৰকাৰে চাহ উদ্যোগৰ বাবে কি কৰিছে? ভগ্ন স্বৰেৰে মই ক'লোঁ, "বিফোৰ আই টেল ইউ হোৱাট্ দি আছাম গৱৰ্নমেণ্ট হ্যাজ ডান ফৰ দি টী ইণ্ডাষ্ট্ৰী, আই ৱাণ্ট টু নো হোৱাট্ দ্যা টী ইণ্ডাষ্ট্ৰী হ্যাজ ডান ফৰ আছাম?" কাজিয়া জমি উঠিল কাৰণ তাত এজনী ধুনীয়া ছোৱালী আছিল— ৰমা মজুমদাৰ, পশ্চিমবংগৰ ইণ্ডাষ্ট্ৰিজ ছেক্ৰেটেৰী। মিটিং ভাগিল, কাজিয়াও ভাগিল। মই মাদ্ৰাজ, কলিকতা হৈ গুৱাহাটী আহি পায়েই ভীষণ জ্বৰত পৰিলোঁ।

কিছুদিন গ'ল। ৰাজ্যপালে আকৌ মাতি পঠিয়ালে। মোক সুধিলে সূতাকলবিলাকৰ বাবে কিমান টকা লাগিব? মই ক'লোঁ— "ছাৰ, ৬৫০ কোটি টকা। লক্ষ্মী মিকটাৰক অ্যাড্ভান্স দিব লাগিব।" ৰাজ্যপালে অলপ তভক খালে, অলপ বৈ সুধিলে— "হোৱেন ডু ইউ ৱাণ্ট ইট?" মই ক'লোঁ, "টুডে ছাৰ। আজি টকা দিলেহে ডেৰ বছৰৰ মূৰত জাপানলৈ অৰ্ডাৰ যাব।"

ৰাজ্যপালে ক'লে— "ৰুপিয়া আ যায়েগা।" "চব বনা দেংগে"ৰ সমান জোৰেৰে কথা নোলাল।

কিছুদিন পাছত মোক উদ্যোগ সচিব পদৰ পৰা বদলি কৰা হ'ল।

ৰুপিয়া নাহিল। মই দেখি আহিছিলোঁ বৰ বেছি ৪টা সূতাকল হ'ব পাৰে। দুটা গৱৰ্নমেণ্ট ছেক্টৰত, দুটা কো-অপাৰেটিভ ছেক্টৰত। সেয়ে বোধ কৰোঁ হৈছিল।

এতিয়া বোধ কৰোঁ তিনিওটাই বন্ধ।

এটা কথা মই কওঁ কওঁ বুলি ৰাজ্যপালক ক'ব নোৱাৰিলোঁ— এবৃহৰ্চেন কেপাচিটী বোলা এটা বস্তু আছে। এটা মজলীয়া ছাইজৰ পাঠা মোক অকলে খাবলৈ দিলে মই পাৰিম জানো ছাৰ?

২১টা সূতাকল অসমে হজম কৰিব নোৱাৰিলেহেঁতেন আৰু ৰুপিয়া অহা কথাটো সেই প্ৰথম পৰিকল্পনাৰ দিনৰ পৰাই হয়। পঢ়ি আহিছোঁ, নহয় শুনি আহিছোঁ।

# বাংলাদেশ দৰ্শন

*অসম ইয়েৰবুক* ২০০২ চাই জানিলোঁ ১৯৭১ চনৰ ১৬ ডিচেম্বৰত বাংলাদেশত (তেতিয়াৰ পূব পাকিস্তান) থকা পাকিস্তানী সৈন্যবাহিনীযে বাংলাদেশী মুক্তিবাহিনী আৰু ভাৰতীয় সৈন্যবাহিনীৰ ওচৰত আত্মসমৰ্পণ কৰে। তাৰ কিছুদিন পাছতে মই বাংলাদেশলৈ গৈছিলোঁ। *অসম ইয়েৰবুক* নথকা হ'লে মই সঠিক সময় উলিয়াব নোৱাৰিলোঁহেঁতেন। শ্ৰী চিযেৰ্চ ফৰ *অসম ইয়েৰবুক*।

১৬ ডিচেম্বৰৰ পিছতো ভাৰতীয় সৈন্যবাহিনী বাংলাদেশত থাকিযেই গ'ল। নানা জল্পনা-কল্পনা চলিবলৈ ধৰিলে। বহুতে ক'লে সামৰিক বাহিনীতো বাংলাদেশত থাকিবই, তদুপৰি সামৰিক প্ৰথামতে সেই দেশৰ অসামৰিক প্ৰশাসনকো সুস্থিৰ কৰি ৰাখিবলৈ ভাৰতীয় অসামৰিক প্ৰশাসক কিছুমানকো নিযুক্ত কৰা হ'ব। কিছুমানলৈ হুকুম আহিলো। সেইবিলাকৰ ভিতৰত মোৰ বৰ আদৰৰ মিজো বন্ধু পু লালথামাও আছিল। তেতিয়া মই কলিকতাত অসম চৰকাৰৰ বাণিজ্য উপদেষ্টা। লালথামাই দিল্লীৰ পৰা বাতৰি পঠিয়ালে যে তেওঁৰ বাংলাদেশলৈ যাবলৈ হুকুম হৈছে। তেওঁ কলিকতা হৈ যাব। অসম ভৱনত থাকিব। দেখা হ'ব।

যথা সময়ত লালথামা আহিল। কথা-বতৰা হ'ল। ধীৰ, শান্ত, মৃদুভাষী মানুহ। কথা উঠিল, তেওঁ বাংলাদেশলৈ যাব কেনেকৈ? তেওঁৰ ফৰিদপুৰলৈ যাবৰ হুকুম হৈছে। মই ক'লোঁ মোৰ কৰ্তৃত্বাধীন চাৰিখন চৰকাৰী গাড়ী আছে। চৰকাৰৰ অনুমোদন লৈ তাৰে এখন লৈ যাম। এটা চৰকাৰী কামো আছে। কলিকতাৰ পৰা অসমলৈ বাংলাদেশৰ ভিতৰেদি জল পৰিবহন ব্যৱস্থা আকৌ প্ৰবৰ্তন কৰিব পাৰি নেকি সেই বিষয়ে অলপ অনুসন্ধান চলোৱা আমাৰ পক্ষে উপকাৰী হ'ব পাৰে। তদুপৰি, বাংলাদেশ চোৱাৰো মোৰ ইচ্ছা আছে। কৰিমগঞ্জত থাকোঁতে তেতিয়াৰ পূব পাকিস্তান আৰু ভাৰতৰ সীমা কুছিয়াৰা নৈ পাৰ হৈ পূব পাকিস্তান জকিগঞ্জ চহৰলৈ গৈছিলোঁ। কেৱল মাছমৰীয়াসকলৰ বিষয়ে এটা চুক্তিত স্বাক্ষৰ কৰিবলৈ— কিন্তু একো দেখা হোৱা

নাছিল। মোৰ কলিকতীয়া বাঙালী সহপাঠী বন্ধু আৰু অন্য বন্ধুও বহুত আছিল, যিবিলাক পূৰ্ব্ববংগীয় মূলৰ। তেওঁলোক বৰিশাল, খুলনা, যশোহৰ আৰু ফৰিদপুৰৰ কথা কৈ অজ্ঞান। বিশেষকৈ পাছলৈ কলিকতা হাইকৰ্টৰ জজ আৰু কেন্দ্ৰীয় চৰকাৰৰ বিত্ত ৰাজ্যমন্ত্ৰী ড° দেৱীপ্ৰসাদ পাল।

অসম চৰকাৰে মোৰ প্ৰস্তাৱত অনুমোদন জনালে। আমি— লালখামা, মই আৰু ড্ৰাইভাৰ কালাচাঁদ চক্ৰৱৰ্তীয়ে যাত্ৰাৰ আয়োজন কৰিবলৈ ধৰিলোঁ।

মোৰ এজন বন্ধু ব্যানাৰ্জি চাহাব (তেওঁৰ পূৰা নামটো পাহৰিলোঁ) আছিল কলিকতাৰ ক্ষুদ্ৰ উদ্যোগ সেৱা প্ৰতিষ্ঠান (স্মল ইণ্ডাষ্ট্ৰিজ ছাৰ্ভিচ ইনষ্টিটিউট, সংক্ষেপে (SISI)-ৰ ডাইৰেক্টৰ। তাৰ আগেয়ে তেওঁ সেই একে সংস্থাৰ গুৱাহাটীস্থ ডেপুটী ডাইৰেক্টৰ আছিল। একে সময়তে মই অসম চৰকাৰৰ উদ্যোগ বিভাগৰ প্ৰতি-সচিব, আৰু সেই বিভাগৰ নিৰ্দেশক অৰ্থাৎ ডাইৰেক্টৰ পদতো অস্থায়ীভাৱে কাম কৰিছিলোঁ। সেইসূত্ৰে চিনাকি। তেওঁৰ ল'ৰাটোক মই গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজত ছীট দিয়াই দিয়াৰ বাবে তেওঁ মোক ভাল পাইছিল; তদুপৰি মোৰ অফিচলৈ আহিলে তেওঁক বাংলা ভাষাত হাঁহিৰ গল্প— বিশেষকৈ পৰশুৰামৰ গল্প শুনালে বৰ ৰস পাইছিল আৰু আমাৰ সৌহাৰ্দ্দ্য বাঢ়িছিল। ব্যানাৰ্জি চাহাবে যেতিয়া শুনিলে যে মই বাংলাদেশলৈ যাবলৈ ওলাইছোঁ, তেওঁ মোলৈ ফোন কৰি ক'লে— "বৰুয়া চাহেব, আমাকে আমার দ্যাশডা, দ্যা খাবেন না?" (মই অলপ ভাটৌৰ দৰে মানুহ, বাংলা ভাষাৰ কেইবাটাও উপ-ভাষাত কথা ক'ব পাৰোঁ, বিশেষকৈ পূৰ্ব-চিলেটি আৰু খুলনাৰ উপ-ভাষাত)। মই তৎক্ষণাতে উত্তৰ দিলোঁ— "হ, হ, দ্যাখাইমু, দ্যাখাইমু না ক্যান?"

আমি তিনিজন অৰ্থাৎ পু খামা, ব্যানাৰ্জি চাহাব আৰু মই ১৯৭২ চনৰ এপ্ৰিল মাহত ফৰিদপুৰ অভিমুখে যাত্ৰা কৰিলোঁ। ব্যানাৰ্জি চাহাবৰ সংযত কিন্তু উত্তেজনাময় উৎসাহ, লালখামা 'মৰোচ', কাৰণ বাংলাদেশলৈ গৈ কি কৰিব লগা হ'ব পাৰে সেই বিষয়ে তেওঁ উৎকণ্ঠিত, মোৰ নৰ্মেল টেম্পাৰেচাৰৰ উৎসাহ। মোৰ উৎসাহৰ কাৰণ হৈছে আগেয়ে কৈ অহা বন্ধু দেৱী প্ৰসাদ পাল (পাছলৈ কলিকতা হাইকৰ্টৰ জজ, কেন্দ্ৰীয় চৰকাৰৰ বিত্ত মন্ত্ৰালয়ৰ ৰাজ্যমন্ত্ৰী) আৰু এজন হৈছে আশাকেন্দু ৰায়, শ্ৰীৰামপুৰ কলেজৰ অধ্যাপক নে অধ্যক্ষ, এই দুজন। এওঁলোকে দৌলতপুৰৰ কথা কৈ কৈ অজ্ঞান। যদিও এজনেও জনম ঠাইখন দেখা নাই। বাটত আমাৰ কোনো অসুবিধা নহ'ল, কাৰণ ভাৰতীয় সৈন্যবাহিনীৰ শিবিৰবিলাকতে আমি বৈ যাব লাগিব। লালখামাৰ আনুষ্ঠানিক ৰ্যাংক ব্ৰিগেডিয়াৰ। তেওঁৰ দস্তুৰমত কাগজ-পত্ৰ আছে। মোৰ কাগজ-পত্ৰ নাই। কিন্তু ব্ৰিগেডিয়াৰৰ বন্ধু ব্ৰিগেডিয়াৰ বুলি মই চলি গ'লোঁ। ব্যানাৰ্জি চাহাবকো পাৰ কৰি লৈ যোৱা হ'ল। সীমান্তৰ চেকপোষ্ট আদিত একো অসুবিধাই নহ'ল। কলিকতাৰ

পৰা যাত্ৰা কৰি আমি আবেলি বাংলাদেশৰ যশোহৰ চহৰ পালোঁগৈ। আগৰ পৰা শুনি আহিছোঁ, যশোহৰৰ ফণি আৰু যশোহৰৰ কাৱৈ মাছৰ কথা। লালখামা ম্ৰিয়মাণ হৈ আছে অনিশ্চিত ভৱিষ্যতৰ আশংকাত, ব্যানাৰ্জি চাহাবে 'দ্যাশ'খনত ভৰি দি আনন্দ আৰু দেশ ত্যাগ কৰাৰ স্মৃতি ৰোমন্থন কৰি হৰ্ষ-বিষাদৰ মিশ্ৰ ৰাগ আশোৱাৰীৰ দৰে, মই কিন্তু প্ৰথমবাৰ বিদেশ ভ্ৰমণৰ আনন্দত উত্ৰাৱল নহ'লেও আনন্দিত। বজাৰলৈ যোৱা হ'ল। মনোহাৰী মালৰ দোকানত যশোহৰৰ বিখ্যাত ম'হৰ শিঙৰ ফণিৰ কথা সোধাত দোকানীজনে খোলা দাঁত উলিযাই হাঁহি ক'লে— "ঐ গুলা পাইবেন না বাবু, সব পেলাষ্টিক হয়া গেছে।" কাৱৈ মাছৰ কথা সোধাত ক'লে যে তেতিয়াও মাছৰ বজাৰ বহিবৰ হোৱা নাই, কিন্তু যি ছুইজৰ কাৱৈ মাছৰ কথা ভাবি আমি জিভাৰ পানী পেলাই আহিছোঁ সেই কাৱৈ আৰু নাই। বিফল মনোৰথ হৈ আমি আগুৱালোঁ। দুটা বস্তু বৰ ভাল দেখিছিলোঁ। পিচ দিয়া সুন্দৰ সমান ৰাস্তা, যদিও অলপ ঠেক, আৰু নৈ পাৰ কৰা ফেৰীৰ দ্ৰুত বেগ। শুনিছিলোঁ ফেৰীবোৰ জাৰ্মানীৰ পৰা আমদানি কৰা, ড্ৰাফ্‌ট বৰ কম, তৰাং পানীতো বেগাই চলিব পাৰে আৰু আচৰিত কথা— বেগেৰে ঘূৰিব পাৰে। আয়ুব শ্বাহী চৰকাৰ। আয়ুব খানৰ ডিক্টেটৰী ব্যৱস্থা সেইফালৰ পৰা বেছ কৰ্মদক্ষ যেন লাগিল। গধূলি গৈ ফৰিদপুৰ চহৰ পালোঁ। ফৰিদপুৰ চহৰৰ উল্লেখ মোৰ একমাত্ৰ উপন্যাস 'এখন প্ৰেমৰ উপন্যাস'ত আছে। সেই উপন্যাসৰ 'অৰ্ধেক মানৱী তুমি অৰ্ধেক কল্পনা'ৰ নাযিকাগৰাকী ফৰিদপুৰৰ বুলি মোৰ পূৰা কল্পনা। পূব পাকিস্তান (পাছলৈ বাংলাদেশ)ৰ শাসনযন্ত্ৰটো আমাৰ অসমৰ দৰেই, ইংৰাজসকলৰ অৱদান, লাট মণ্ডলৰ পৰা লাট চাহাবলৈ (আজিকালি ৰাজ্যপাল) একেধৰণৰ গাঁথনি। গতিকে, ডি চি, এছ ডি অ' আছে। আমি আহিব ধৰাৰ খবৰ সেনাৰ যোগেদি ডি চি-এ আগেয়েই পাইছিল। চাৰ্কিট হাউছত আমাৰ থকাৰ ব্যৱস্থা কৰিয়েই থোৱা হৈছিল। ৰাতি আমাৰ সন্মানত পাৰ্টীও আয়োজন কৰা হৈছিল। সকলো বিষয়া পাৰ্টীত উপস্থিত আছিল। পাৰ্টী আৰু পানীযৰ অবিচ্ছেদ্য সম্পৰ্ক— ফৰিদপুৰতে হওক বা ক'লকাতাতে হওক, প্যাৰিছতে হওক বা লেংটিছিঙা গাঁৱতে হওক, জটীযা ভাঙাৰা গাঁৱতো পাৰ্টীত ভাং খোৱা নহয়, মদ খোৱা হয়। নিচা জমি আহিল। ব্যানাৰ্জি চাহাব সম্পৰ্কে ডি চিৰ কৌতূহল আছিল। এজন নহয় পদেন ব্ৰিগেডিয়াৰ, এজন ব্ৰিগেডিয়াৰৰ বন্ধু ব্ৰিগেডিয়াৰ, এই তৃতীয়জন কোন? বেলেগ বেলেগ দেশৰ হ'লেও, ডি চি আৰু মই আমাৰ কামৰূপীয়া ফকৰাত— "আকে বাঁহৰ কাকে", দুয়োয়ে হাকিম। সন্দেহ আমাৰ মজ্জাগত। ডি চিৰ মনৰ ভাব মই বুজিছিলোঁ। এবাৰ একাষৰীয়াকৈ নি ব্যানাৰ্জি চাহাবৰ ফালে কেৰাহিকৈ চালোঁ। ডি চিয়েও সেইফালে চকু ঘূৰালে। মই মাতটো সৰু কৰি ক'লোঁ— "জানেনতো...," ডি চিয়েও সৰুকৈ ক'লে— "হ্যাঁ ।" তেওঁ কি বুজিছিল মই নাজানো। তেওঁৰ নাজানো বুলি কোৱাটো অসম্ভৱ আছিল। আচলতেও বুজিব পাৰে। মই বুজাব খুজিছিলোঁ ব্যানাৰ্জি চাহাব গুপ্তচৰ সংস্থাৰ মানুহ। এনেকুৱা পৰিস্থিতিত গুপ্তচৰৰ উপস্থিতি অৱধাৰিত। বেচেৰা ব্যানাৰ্জি চাহাব। ইঞ্জিনীয়াৰ মানুহ, নষ্টালজিয়াত বিভোৰ, এনেয়ে মদ খাথায়,

এতিয়া দুই-এঢোক খাইছে। নির্দোষ মানুহজনৰ এনে অপবাদ।

ডি চিক মই একাষৰীয়াকৈ মাতি লৈ যোৱা দুজনমান মানুহে লক্ষ্য কৰি আছিল। তেওঁলোকৰ সাজ-পাৰ, ধৰণ-কৰণ দেখি মই বুজি পাইছিলোঁ যে তেওঁলোকো বিষয়া। তেওঁলোকৰ ভিতৰত দুজন মানুহে মোক অন্য এটা কোঠালৈ লৈ গ'ল। মোক অকলশৰীয়াকৈ পাই, এজনে বৰ উত্তেজিতভাৱে ক'বলৈ ধৰিলে— "এই যে ডি চিজন দেখিছে, তেওঁহে আমাৰ ফৰিদপুৰৰ হিন্দু নিৰ্যাতনৰ নায়ক আছিল। এতিয়া আপোনালোকৰ আগত মিঠা মিঠা কথা ক'বলৈ ধৰিছে। বিশ্বাস নকৰিব ইহঁতক।" মই তেওঁৰ উত্তেজনা কমাবলৈ অন্য কথা উলিয়ালোঁ। সুধিলোঁ ফৰিদপুৰত এতিয়াও বহুত বাঘ আছে নেকি? তেওঁ আচৰিত হৈ সুধিলে, ক'ত? ফৰিদপুৰত কোনোদিনেইতো বাঘ নাছিল। ডি চি চতুৰ লোক। মোৰ লগত অন্য মানুহে বেলেগে কথা পতা দেখি তেৰোঁ আহি যোগ দিলে। সুধিলে কি বাঘৰ কথা ওলাইছে? মই ক'লোঁ যে ফৰিদপুৰত বাঘৰ বৰ উপদ্ৰৱ বুলি মই আমাৰ অসমৰ প্ৰথম প্ৰধান মন্ত্ৰী (পাছলৈ মুখ্য মন্ত্ৰী) চাৰ্ মহম্মদ ছাদুল্লা চাহাবে আমাৰ কলেজৰ মিটিঙত বক্তৃতা দিওঁতে শুনিছিলোঁ। তেওঁৰ সমান হাস্যৰসিক মানুহ মই বৰ কম দেখিছোঁ। কটন কলেজ ইউনিয়ন ছ'চাইটীয়ে তেওঁক ছাত্ৰসকলক সম্বোধি এটা ভাষণ দিবলৈ আমন্ত্ৰণ কৰিছিল। ইউনিয়ন ছ'চাইটীৰ ছেক্ৰেটেৰী আছিল উপেন দাস— আৰ চি পি আই দলৰ নেতা। ইউনিয়ন ছেক্ৰেটেৰীৰ ভাষণ জ্বালাময়ী। দেশৰ দুৰৱস্থা, শ্ৰমিক, কৃষক, খাটি খোৱা বাইজ প্ৰায় নিবন্ন ইত্যাদি, ইত্যাদি। তেনেকুৱা ভাষাত কিছু উৎকট অত্যুক্তি থাকেই। চাৰ্ ছাদুল্লা চাহাবে শুনি থাকিল। বোধ কৰোঁ তেওঁৰ স্বভাৱসিদ্ধ কৌতুকৰ হাঁহিটোও মুখত লাগি আছিল। তেওঁৰ ভাষণৰ পাল পৰাত তেওঁ একো প্ৰাসঙ্গিক কথা নোকোৱাকৈয়ে কিছুমান গল্প ক'বলৈ আৰম্ভ কৰিলে। তাৰ ভিতৰত অষ্ট্ৰেলিয়াত বনোৱা জাহাজৰ গল্প আছিল। অষ্ট্ৰেলিয়ান আৰু আমেৰিকানৰ ভিতৰত তৰ্কাতৰ্কি হ'ল। অষ্ট্ৰেলিয়ানজনে ক'লে যে এওঁৰ দেশত ইমান ডাঙৰ জাহাজ বনোৱা হৈছে যে তাৰ যাত্ৰীৰ বাবে কঢ়িয়াই লৈ যোৱা শ্যাম্পেনৰ বটলবিলাক এটাৰ পাছত এটাকৈ দীঘলীয়াকৈ শাৰী কৰি দিলে আটলাণ্টিক মহাসাগৰৰ ইপাৰৰ পৰা সিপাৰ পায়ো আৰু বৈ যাব! আৰু তেনেকুৱা কেইবাটাও বোমা মৰা গল্প আছিল। তাৰ ভিতৰত এটা আছিল বাঘৰ গল্প— কোন ঠাইত বাঘৰ কিমান উপদ্ৰৱ। তাৰ ভিতৰত ফৰিদপুৰৰ বাঘৰ গল্প কোৱা মানুহ এজনো আছিল। এওঁ বাকী গল্প কোৱা মানুহবিলাকক উৰাই দি ক'লে বোলে তহঁতে কি বাঘৰ উৎপাতৰ কথা কৈছ? আমাৰ ফৰিদপুৰত বাঘৰ ইমান উপদ্ৰৱ যে গধূলি সকলো মানুহ ঘৰৰ চালৰ ওপৰত উঠি থাকিব লাগে। এদিন চালৰ ওপৰত থকা মানুহ এজনৰ পেচাব কৰা লাগিল। তেওঁ কিছুসময় ৰখালে, কাৰণ তলত বাঘে পিয়াপি দি আছে। শেষত ৰখাব নোৱাৰি তেওঁ পেচাব কৰিবলৈ বাধ্য হ'ল। পেচাব কৰিবলৈ ধৰিলে, দেখে যে এটা বাঘ পেচাবৰ সোঁতত বগাই বগাই ওপৰলৈ উঠি আহিছে। মানুহজনক খাব আৰু। তেনেতে তেওঁ কোনোৰকমে চেপা মাৰি ধৰি পেচাবৰ সোঁতটো বন্ধ কৰিলে, বাঘটো পৰি মৰিল।

সকলোৰে অলপ-চলপ হাঁহিলে, কিন্তু ক'লে যে ফৰিদপুৰত বাঘ কোনোৰে দেখা নায়েই, বাঘ আছিল বুলিও শুনা নাই। ছাৰ ছাদুল্লা চাহাবে অৱশ্যে গল্পবোৰ কৈছিল ইউনিয়ন ছেক্রেটেৰীৰ ভাষণত থকা অত্যুক্তিবোৰলৈ বক্রোক্তি কৰি।

তাৰ পাছদিনা ব্যানাৰ্জি চাহাবক লৈ মই গোৱালন্দলৈ গ'লোঁ। গোৱালন্দত চাই-চিন্তি কথা-বতৰা হৈ মই বুজিলোঁ যে নৈখনত ইমান চৰ পৰে যে খৰালি জাহাজ বহুত ঘূৰি ঘূৰি যাব লাগিব। আৰু বুজিলোঁ যে দুই দেশৰ আভ্যন্তৰীণ জল পৰিবহনৰ বিশেষজ্ঞসকলে আলোচনা কৰিহে কিছুমান সিদ্ধান্তত উপনীত হ'ব পাৰিব।

গোৱালন্দৰ পৰা ফৰিদপুৰলৈ ঘূৰাৰ বাটত মই ব্যানাৰ্জি চাহাবক সুধিলোঁ যে পূববংগৰ পৰা নদীৰে জাহাজত আহি থকাৰ সময়ত ঘটা কিছুমান ঘটনাৰ গল্প তেওঁ শুনিছে নে নাই। তেওঁ ক'লে যে শুনা নাই। কেনে গল্পনো? মই ক'লোঁ যে তেওঁ 'দ্যাশ' 'দ্যাশ' কৰিছে হয় কিন্তু 'দ্যাশ' সম্বন্ধে একো নাজানে। ১৮৭১ চনতহে গোৱালন্দৰ পৰা ঢাকা, নাৰায়ণগঞ্জ ইত্যাদি ঠাইলৈ ষ্টীমাৰ ছাৰ্ভিচ আৰম্ভ কৰা হয়। তাৰ আগেয়ে মানুহ পূববংগৰ নানা ঠাইৰ পৰা নাৱেৰেহে অহা-যোৱা কৰিছিল। জাহাজ হোৱাত অহা-যোৱাত সুবিধা হ'ল সঁচা, বেগাই আহিব পৰাও হ'ল। কিন্তু আনুষংগিক কিছুমান অসুবিধাৰো সৃষ্টি হ'ল, বিশেষকৈ তেওঁৰ দৰে নৈষ্ঠিক ব্ৰাহ্মণসকলৰ কাৰণে। তেওঁ আপত্তি কৰিলে যে তেওঁ নৈষ্ঠিক নহয়। মই ক'লোঁ, বাৰু বাৰু, তেওঁ যেনিবা নৈষ্ঠিক নহয়, কিন্তু নৈষ্ঠিক বামুণ আছেতো? এতিয়া ঢাকাৰ পৰা গোৱালন্দলৈ উজাই আহোঁতে দুই-তিনি দিন লাগি যায়। কিন্তু খাবতো লাগিল সেইকেইদিন। খায় কেনেকৈ? নাৱত বাৰু বাছি বাছি মানুহ ল'ব পাৰি, কিন্তু জাহাজততো যিকোনো মানুহেই টিকট কাটি উঠিব পাৰে— মুছলমান, খ্ৰীষ্টান ইত্যাদি। সেইবিলাকৰ লগত একেখন জাহাজৰ কাঠৰ ওপৰত উঠি ভাত খোৱাতো দূৰৰ কথা, চিৰা-মুৰি আদিও খোৱাও নিষেধ। কিন্তু দুই-তিনিদিন লঘোণে থাকিব কেনেকৈ? শেষত এজন বুধিয়ক নৈষ্ঠিকে উপায় উলিয়াই পেলালে— গোৱালন্দত জাহাজৰ পৰা নমালৈকে তেওঁলোকে ৰসগোল্লা খায়েই আহি থাকিব। এজন কম বুধিয়কে আপত্তি উলিয়ালে যে তথাপিতো সংসৰ্গ দোষ থাকিয়েই যাব। একেখন জাহাজত বিধৰ্মীৰ লগত চিৰা, মুৰি যদি খাব নোৱাৰে ৰসগোল্লা কেনেকৈ খাব? বেছি বুধিয়কজনে নাক খজুৱাই বুধি উলিয়াই টপৰাই ক'লে— "সংসৰ্গ দোষ নহয়, নহয়! ৰসগোল্লাটো হাতত লৈ জাপ মাৰি দিব আৰু ভৰিয়ে জাহাজ নোচোওঁতেই মুখত ভৰাই গিলি পেলাব। যিমানদুৰ শুনা যায় এই বেছি বুধিয়ক নৈষ্ঠিকজন এজন ব্যানাৰ্জি আছিল।"

ব্যানাৰ্জি চাহাবে অলপ টলকা মাৰি থাকি লাহে লাহে ক'লে— "বৰুৱা চাহাব, একটা কথা জিজ্ঞাস কৰি? আপনি বাঙালীবিলাকৰ বিষয়ে ইমান কথা জানে কেনেকৈ?"

"কিয় আপুনি পাহৰিলে নেকি, মই যে তিনি বছৰ কলিকতাত পঢ়া-শুনা কৰিছোঁ আৰু তাৰ পাছত পাঁচ বছৰ চাকৰিও কৰিছিলোঁ? এই খেপত আৰু তিনি বছৰ হ'ল।"

তাৰ পাছদিনা বিষণ্ণ লালখামাক এৰি থৈ ব্যানাৰ্জি চাহাব আৰু মই দুয়ো ব্যানাৰ্জি চাহাবৰ 'দ্যাশ' খুলনালৈ যাত্ৰা কৰিলোঁ। যিমানদূৰ মনত পৰে কুষ্টিয়া হৈ খুলনালৈ যাব লাগে। বাটত মই 'পৰশুৰাম'ৰ বিখ্যাত গল্প 'চিকিৎসা সংকট'ৰ পৰা আওৰালোঁ: কবিৰাজ তাৰিণী সেনে ৰোগীক কৈছে— "যত্তি বাবুৰে চেন? খুলনেৰ উকীল যত্তি বাবু? তাব শালাব হল উৰুস্তম্ভ। চিভিল ছাৰ্জন পা কাটলে, তিন দিন অচৈতন্যি। জ্ঞান হলি পর কইলেন: আমাব ঠ্যাং কৈ? ডাক তাৰিণী স্যানৰে। দেলাম ক দলা চ্যবনপ্ৰাশ ঠুকে।" ৰোগীয়ে উদ্বিগ্ন হৈ সুধিলে, "তাব পর তাব পব আবাব ঠ্যাং গজালো বুঝি?"

কবিৰাজে তেতিয়া প্ৰসংগ পৰিবৰ্তন কৰিলে। এনেতে বাটৰ কাষত ডাব নাৰিকল দেখা গ'ল। ময়ো প্ৰসংগ পৰিবৰ্তন কৰি ক'লোঁ খুলনাৰ উপ-ভাষাত— "ডাব খালি হয না?"

ডাবৰ পানী খাই উঠি আগুৱাই গৈ আছোঁ। মোৰ কলিকতীয়া বন্ধু দেৱী পাল আৰু অশোক ৰায়ৰ কথা আগেয়েই কৈ আহিছোঁ। দুয়ো দৌলতপুৰ একাডেমী নামৰ স্কুলৰ যশস্যা কীৰ্তন কৰি মোৰ কাণ কলা কৰিছিল। মই ব্যানাৰ্জি চাহাবক ক'লোঁ যে খুলনাৰ বাটত দৌলতপুৰ পৰে বুলি শুনিছোঁ, তাত অলপ ৰখোৱাব। দৌলতপুৰ একাডেমীও অন্য ডাঙৰ গাঁৱৰ স্কুলৰ দৰে— পথাৰৰ মাজত। প্ৰধান ৰাস্তাৰ পৰা অলপ দূৰত। শেষত খুলনা চহৰৰ ভিতৰত সোমালোঁগৈ। ব্যানাৰ্জি চাহাবে ১৯৪৭ চনতে খুলনা এৰিছিল। ২৩ বছৰত বহুত পৰিবৰ্তন হৈছে। তেওঁ তেওঁৰ ঘৰৰ বাট বিচাৰি উলিয়াব পৰা নাই। শেষত তেওঁ এডোখৰ ঠাইত ৰাস্তাত বাৰে বাৰে অহা-যোৱা কৰিবলৈ ধৰিলে।

হঠাৎ ৰাস্তাৰ এটা ভাঁজত তেওঁ ড্ৰাইভাৰক গাড়ীখন ৰখাবলৈ কৈ নামি গ'ল। অলপ দূৰলৈ এখন সৰু নদীৰ পানী দেখা গ'ল। ব্যানাৰ্জি চাহাবে এটা দুমহলীয়া পকী ঘৰৰ চৌহদত সোমাই অভিভূত হৈ স্বগতঃ কথা ক'বলৈ আৰম্ভ কৰিলে। মই আচৰিত হৈ পিছে পিছে গ'লোঁ। তেওঁ সৰু সৰুকৈ ক'লে— "হ্যাঁ, এইটো— এয়াই। এইটো মোৰ পঢা কম আছিল। ম্যাট্ৰিক পৰীক্ষাৰ সময়ত পঢ়া-শুনা ইয়াতে কৰিছিলোঁ, ইয়াৰ পৰাই পৰীক্ষা দিবলৈ গৈছিলোঁ। মই অলপ হাঁহি ক'লোঁ, "ব্যানাৰ্জি চাহাব, আপুনি নিজৰ ঘৰটো চিনি উলিয়াবলৈ ইমান সময় লগালে।" তেওঁ সেমেনা-সেমেনি কৰি ক'বলৈ ধৰিলে— "হয়, ঘৰটো এক তলা আছিল। কিনোতাজনে ওপৰত আৰু একতলা উঠালে। সেই কাৰণে ধৰিব পৰা নাছিলোঁ।" হঠাৎ কৰে মোৰ মনটো গধুৰ হৈ গ'ল। ভাবিলোঁ— "মোৰ যদি এনেকৈ দেশ ত্যাগ কৰিব লগা হয় আৰু তাৰ পাছত ঘটনাক্ৰমে গুৱাহাটীলৈ ঘূৰি গৈ আমাৰ উজানবজাৰত থকা ঘৰটো উলিয়াব নোৱাৰোঁ?" মোৰ মুখৰ পৰা আৰু কথা নোলাল।

তেওঁ তেতিয়া আকৌ সেমেনা-সেমেনিকৈ ক'লে— "বক্সয়া চাহাব, একটু আসতে পারি ?" মই নির্বাক হৈ চাই থাকিলোঁ। তেওঁ বাস্তাৰ পৰা লাহে লাহে নামি নৈৰ পানীৰ ওচৰ পালেগৈ। মই সেইফালে নাচালোঁ। তেওঁ নিশ্চয় নৈখনৰ পৰা এচলু পানী মুখত ল'ব। নৈখনৰ নাম আছিল 'ৰূপসা'।

# প্ৰধান মন্ত্ৰী ইন্দিৰালৈ বিজয় উপহাৰ

মহেন্দ্ৰ মোহন চৌধুৰীদেৱৰ আমোল। *অসম ইয়েৰবুক* ২০০২ (পৃ. ৩৫৭) মতে ১১ নৱেম্বৰ ১৯৭০ৰ পৰা ৩০ জানুৱাৰী ১৯৭২, আৰু পাকিস্তান সৈন্যবাহিনীৰ বাংলাদেশত আত্মসমৰ্পণ ১৬ ডিচেম্বৰ, ১৯৭১। এতেকে, মই ক'বলৈ ওলোৱা ঘটনাটো হ'ব লাগিব ১৬ ডিচেম্বৰ, ১৯৭১ আৰু ৩০ জানুৱাৰী ১৯৭২ৰ ভিতৰত। কাৰণ, বাংলাদেশত পাকিস্তানৰ পৰাজয়ৰ পাছত অসম চৰকাৰে প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীক বাংলাদেশক পাকিস্তানৰ কবলৰ পৰা মুক্ত কৰাৰ কাৰণে এটা উপহাৰ প্ৰদান কৰিবলৈ স্থিৰ কৰে।

মই কলিকতাত অসম চৰকাৰৰ বাণিজ্য উপদেষ্টা আৰু স্বৰ্গীয় ধৰ্মানন্দ দাসদেৱ মুখ্য সচিব। কোনো বৰণীয় ব্যক্তিক তুলাচনীৰ একালে তুলি অন্য ফাললৈ সোণ দি তেওঁৰ সমান ওজন কৰা দেখুৱাবলী প্ৰথা এটা চলি আছে। সাধাৰণতে সামন্তৰজাসকলকে তেনেদৰে জোখা হৈছিল বোধ কৰোঁ। সেই প্ৰথা সামন্ত ৰজাৰ পৰা গণতান্ত্ৰিক ৰজাসকললৈ বিয়পিছিল। কিছু বছৰ আগেয়ে চৌধুৰী চৰণ সিঙক তেনেকৈ জোখাৰ বাতৰি এটা মনত পৰে। গণতন্ত্ৰ হ'লেও মনোবৃত্তি সামন্ততান্ত্ৰিক, পৰিয়ালকেন্দ্ৰিক হৈয়ে বৈ গ'ল।

যিহক, মোলৈ হুকুম আহিল প্ৰধান মন্ত্ৰীৰ ওজনৰ সমান ৰূপ কিনিব লাগে। প্ৰধান মন্ত্ৰীৰ ওজন ১১৭ পাউণ্ড, অৰ্থাৎ প্ৰায় ৫৮ কিল'গ্ৰাম। সোণ-ৰূপৰ দৈনিক বজাৰ দৰ খবৰ কাগজত আছে। মই সেই অনুসাৰে টকা খুজি পঠিয়ালোঁ। টকা আহিল। ষ্টেট ব্যাংকত জমা থোৱা হ'ল। কলিকতাস্থ বাণিজ্য উপদেষ্টাৰো অন্য বিভাগীয় মুৰব্বীৰ দৰে এটা পি এল অ্যাকাউণ্ট আছিল, এতিয়াও নিশ্চয় আছে। পি এল অ্যাকাউণ্ট মানে পাৰ্ছনেল লেজাৰ অ্যাকাউণ্ট। পাৰ্ছনেল মানে কিন্তু ব্যক্তিগত একো নহয়। অৰ্হতাসম্পন্ন কৰ্তৃপক্ষৰ 'ছেংচন' মতেহে খৰচ হ'ব লাগিব, কিন্তু জৰুৰী কামৰ বাবে হ'লে পি এল অ্যাকাউণ্টৰ পৰা আগেয়ে পইচাটো খৰচ

কৰি তাৰ পাছত যথাযথ কৰ্তৃপক্ষৰ 'ছেংচন' ল'লেও হয়। এই অ্যাকাউন্টত ৰূপ কিনাৰ আনুমানিক খৰচৰ টকাটো জমা থোৱা হ'ল।

বি জি সমাদ্দাৰ মই যোৱাৰ আগৰ পৰাই কলিকতাত অসম চৰকাৰৰ হ্যাণ্ডলিং এজেন্ট। তেওঁলোক মাল অনা-নিয়াৰ হ্যাণ্ডলিং এজেন্ট হিচাপে ডাঙৰ কিনা-কটাৰো এজেন্ট। বি জি সমাদ্দাৰৰ প্ৰধান কাৰ্যবাহক কালীদাস সমাদ্দাৰ সকলোৰে প্ৰিয়, মুখ্য সচিবৰো প্ৰিয়পাত্ৰ। কৰ্মদক্ষ মানুহ কাৰণে ময়ো তেওঁক ভাল পাওঁ। তেওঁলোকৰ যোগেদিয়েই প্ৰধান মন্ত্ৰীলৈ উপহাৰটো কিনা হ'ব, এনেকুৱা কথা ভবা হৈছিল। প্ৰধান মন্ত্ৰীৰ পৰৱৰ্তী অসম চফৰতে ৰূপখিনি ওজন কৰি তেওঁক দিয়া হ'ব, এনেকুৱা পৰিকল্পনা কৰা হ'ল। এটা সম্ভাব্য তাৰিখো ভবা হ'ল।

আগেয়েই কৈ আহিছোঁ সোণ-ৰূপৰ বজাৰ ভাও দৈনিক কাগজত ওলায়। মই এনেয়ে কলিকতা আৰু বোম্বাইৰ বজাৰ ভাও চাই আছোঁ। এদিন হঠাৎ আকস্মিকভাৱেই চকুত পৰিল যে ছেল্‌ছ ট্যাক্সৰ হাৰ কলিকতাতকৈ বোম্বাই (মুম্বাই)ত দহ শতাংশ কম। তেতিয়া গধূলি হৈছে। মই অফিচতে বহি আছোঁ। কিয় বহি আছোঁ ক'ব নোৱাৰোঁ। বোধ কৰোঁ দাম্পত্য কলহ। মই ভাবিলোঁ ঃ প্ৰায় দহলাখ টকাৰ ৰূপ কিনিব লাগিব। ছেল্‌ছ ট্যাক্স দহ শতাংশ কম মানে চৰকাৰৰ এক লাখ টকা কম খৰচ। মই তাতেই তেতিয়াই ঠিক কৰিলোঁ যে বোম্বাইলৈ যাম। ৰূপ তাত কিনিম। কলিকতাত মোৰ জেপ চুটি, কিন্তু হাত দীঘল। বিশেষকৈ যাতায়াত ব্যৱস্থা আৰু ব্যাংকৰ বিষয়ত। ব্যাংকৰ বিষয় লেখোঁতে মনত পৰিল যে ব্যাংক আৰু দাম্পত্য সমস্যাৰ এসময়ত এটা সম্বন্ধ স্থাপিত হৈছিল— মই ১৯৭৫ চনৰ পৰা ১৯৬০লৈ কৰিমগঞ্জত থাকোঁতে মোৰ বন্ধু শান্তি সেনগুপ্ত, যাৰ কথা পাছলৈ ওলাব, তেওঁ কৰিমগঞ্জৰ পৰা বদলি হৈ যোৱাত এজন মিঃ মুখাৰ্জি কৰিমগঞ্জৰ ষ্টেট ব্যাংক ব্ৰাঞ্চৰ এজেন্ট হৈ আহিল (এতিয়া ম্যানেজাৰ বোলে)। তেওঁ ৰাতিলৈকে ব্যাংকতে বহি কাম কৰি থাকে। আমাৰ অলপ কৌতূহল হ'ল। এখেতে ইমান দেৰিলৈ কৰে কি? কৰিমগঞ্জততো ইমান কাম থাকিব নোৱাৰে। মই আৰু স্বৰ্গীয় ভুবনেশ্বৰ ভট্টাচাৰ্য গধূলি ব্যাড্‌মিণ্টন খেলি আহোঁ, আৰু সদায়ে মিঃ মুখাৰ্জি টেবুলত কৰ্মব্যস্ত। ৰহস্য উদ্‌ঘাটন কৰোঁ বুলি এদিন আমি ব্যাংকত সোমালোঁ। এটা থিয়'ৰী আছিল যে মুখাৰ্জি চাহাবে অফিচতে পান কৰি যায়, কাৰণ ঘৰত অসুবিধা থাকিব পাৰে। মই তেতিয়া পানাসক্ত হোৱা নাই, কিন্তু গোন্ধটো চিনো। সোমাই একো গোন্ধ পোৱা নগ'ল। মুখাৰ্জি চাহাবে আথে-বেথে আমাক বহুৱালে। বয়স্ক হিচাপে ময়ে উলিয়ালোঁ কথাটো— "মুখাৰ্জি চাহাব, ব্যাপাৰটা কি? আপোনাৰ আগৰ এজেন্ট এছ পি সেনগুপ্তই নিয়মমাফিক ব্যাংক বন্ধ কৰি যায়গৈ। ব্যাংক হোৱাৰ আগেয়ে আমাৰে সহকৰ্মী ভৰত গগৈ চাহাবে তিনি বজাতে ট্ৰেজাৰীৰ কাম শেষ কৰি গধূলিৰ প্ৰস্তুতিৰ বাবদ কেইঘণ্টামান শুই লয়। কাৰণ আমাৰ আদালত কক্ষসমূহত ইলেক্ট্ৰিক ফেন নাই। ব্ৰিটিছৰ আমোলৰ

পাংখাই চলি আছে। অথচ, আপুনি এই চাৰে ছয় বজাতো নিবিষ্টমনে কাম কৰি আছে!" মুখাৰ্জি চাহাবে সেমেনা-সেমেনি কৰি শেষত ক'লে— "এই ঘৰত অলপ মনোমালিন্য চলি আছে, বুজিছেনে?"

মোৰো সেয়ে হৈছিল। আচলতে এছ পি সেনগুপ্তৰ অনুষংগ লৈয়েই মুখাৰ্জিলৈ মনত পৰিছিল। এছ পি সেনগুপ্ত তেতিয়া বোম্বাই ষ্টেট ব্যাংকৰ মুখ্য কাৰ্যালয়ত চীফ মেনেজাৰ অপাৰেশ্যনছ আছিল (তেওঁ ইউনাইটেড কমাৰ্চিয়েল ব্যাংকৰ চেয়াৰমেন হিচাপে অৱসৰ লয়)। তেওঁৰ যোগেদিয়েই মই দহ লাখ টকাৰ ৰূপ কিনাৰ কথা বিবেচনা কৰি আছিলোঁ। তেতিয়া, দহ লাখ কিয়, এক লাখ টকাৰ সামগ্ৰী চৰকাৰী ধনেৰে কিনিলে পূৰ্ণ স্বচ্ছতাৰ প্ৰয়োজন আছিল আৰু সেই স্বচ্ছতা ৰক্ষা কৰা হৈছিল।

ৰাতিয়েই পাছদিনা পুৱাৰ ফ্লাইটৰ টিকেট বুক কৰা হ'ল। মাজত মাত্ৰ চাৰি দিন (নে তিনি দিন) সময়। প্ৰধান মন্ত্ৰীৰ গুৱাহাটী আগমনৰ দিন ঠিক হৈ গৈছিল। কিন্তু সমস্যা হ'ল মই যদি পুৱাই গুচি যাওঁ, তেনেহ'লে পাছদিনাই, নহ'লেও তাৰ পাছদিনাই টকা বোম্বাই কেনেকৈ গৈ পাব? বোম্বাইৰ বেপাৰীয়েতো ইমান টকাৰ বাকী মোৰ মুখ চাই নিদিব। ঠিক কৰিলোঁ মই পি এল অ্যাকাউণ্টৰ পৰা পইচা উলিওৱাৰ চেক্ দি যাম। পাছদিনা আমাৰ অফিচৰ সকলোৰে আস্থাৰ পাত্ৰ 'অল পাৰপাছ ম্যান' শেখৰ ৰায়চৌধুৰীয়ে আবেলিৰ এয়াৰ ইণ্ডিয়াৰ বোয়িং ৭০৭ ফ্লাইটত ৫/৫ লাখ টকাৰ দুখন ব্যাংক ড্ৰাফ্‌ট লৈ গৈ বোম্বাইত মোৰ লগ হ'ব। হোটেল হেৰিটেজ বোলা এখন নিম্ন দ্বিতীয় শ্ৰেণীৰ হোটেলত ৰূম বুক কৰা হৈছিল। তাত ঠাই ঠিক কৰা হৈছিল এই কাৰণে যে সেইখন ৰূপৰ বজাৰৰ ওচৰত।

মই হোটেলত নামিয়েই ষ্টেট ব্যাংকত এছ পি সেনগুপ্তলৈ ফোন কৰিলোঁ। এছ পি সেনগুপ্তৰ কথা আগেয়েও কৈ আহিছোঁ। ১৯৫৮ চনৰ পৰা তেওঁৰ লগত মোৰ বন্ধুত্ব। তেওঁ শুনি উঠি ক'লে— "তুমি কি ভেবেছ তুমি বেগুন কিন্‌তে এসেছ?" মই ক'লোঁ যে কথাটো একৰকম তেনেকুৱাই। নিবিদা আহ্বান কৰাৰ সময় ক'ত? তুমি কিবা বুধি দিব পাৰা নেকি যাতে মোৰ কোনো দোষ নহয়। সেনগুপ্ত বৰ চিধা মানুহ। তেওঁ একে আষাৰেই ক'লে যে তেওঁ তেনে কোনো বুধি দিব নোৱাৰে।

গধূলি শেখৰ বাবু ব্যাংক ড্ৰাফ্‌ট লৈ আহি পালে। পাছ দিনালৈকে কোনো কাম নাই। শুনা গ'ল যে হোটেলখন সৰু হ'লেও তাত ক্যাবাৰে শ্ব্যো হয়। অৰ্থাৎ ডিনাৰৰ আগেয়ে প্ৰায়-উলংগ ছোৱালীয়ে নাচিব। তেতিয়া ১৯৭১ চন। তাৰ বহুত আগেয়ে, ১৯৫৩ চনত কলিকতাৰ গ্ৰেট ইষ্টাৰ্ণ হোটেলত ক্যাবাৰে শ্ব্যো আৰম্ভ হৈছিল। লীন আৰু লীচ নামেৰে দুজনী নৰ্তকীয়ে ইজিপ্‌চিয়ান বেলী ডান্স দেখুৱাইছিল। এই নাচৰ বিশেষত্ব আছিল নৰ্তকীয়ে বেলী অৰ্থাৎ পেটটো সজোৰে আগলৈ ঘনে ঘনে মাৰি পঠিয়ায়। আমি তিনিজন অনভিজ্ঞ যুৱকে এজন অভিজ্ঞ আৰু বয়সীয়া সহকৰ্মীৰ লগত বহি বেলী ডান্স চাই আছিলোঁ। বয়স্কজনে নাচৰ শেষত বৰ শালীনভাৱে মন্তব্য

কৰিছিল যে নৰ্তকী দুগৰাকীৰ এগৰাকীকো তেওঁৰ দ্বাৰা বিয়া কৰোৱা সম্ভৱ নহ'ব, কাৰণ তেওঁৰ জেগ চিলিং ফেনত লাগি ক্ষত-বিক্ষত হোৱাৰ সম্ভাৱনা আছে। কথাষাৰৰ অৰ্থটো বুজোঁতে মোৰ বেছ কিছুদিন লাগিছিল। সেয়ে মোৰ ক্যাবাৰে দেখাৰ আৰম্ভ। তাৰ বিছ বছৰৰ পাছত ১৯৭৩ চনত প্যাৰিছত একেবাৰে পকিছিলোঁ। তাৰ যৎকিঞ্চিত বিৱৰণ মোৰ কিতাপ 'এখন প্ৰেমৰ উপন্যাস'ত আছে। ক্যাবাৰে অনুষ্ঠানত স্থানবিশেষে 'ষ্ট্ৰিপ টীজ'ও অনুষ্ঠিত হয়। ষ্ট্ৰিপ টীজৰ সুন্দৰ সংজ্ঞাৰ্থ আৰু আনুষংগিক কাহিনী আছে। মোৰ জ্ঞান-গণ্ডীৰ ভিতৰত পৃথিবীৰ এজন শ্ৰেষ্ঠ হাস্যৰসাত্মক গল্প লেখক বাঙালী মনীষী পৰশুৰামৰ 'নিৰ্মোক নৃত্য' নামৰ গল্পত। সম্পাদকৰ পোন্দোৱা চকুক আওকাণ কৰি গল্পটো থোৰতে ইয়াতেই ক'ব পাৰি ঃ

এবাৰ ইন্দ্ৰসভাৰ 'নহ মাতা নহ কন্যা, নহ বধূ সুন্দৰী ৰূপসী হে নন্দন বাসিনী উৰ্বশী'য়ে দেৱৰাজ ইন্দ্ৰক গৈ ক'লে যে তেওঁ অপ্সৰা পদৰ পৰা ৰিজাইন দি পৃথিবীলৈ যাবলৈ মনস্থ কৰিছে। দেৱৰাজ আচৰিত হ'ল, সুধিলে— "তোমাৰ মৎলবটো কি উৰ্বশী? এই স্বৰ্গধামততো পৰম সুখত আছা, উত্তম বাসগৃহ, সুন্দৰ প্ৰমোদ কানন, মহাৰ্ঘ্য বেশভূষা, প্ৰচুৰ বেতন, সকলোকেতো ভোগ কৰিছা। এইবিলাক ত্যাগ কৰি তুমি মৰ্ত্যলোকলৈ যাব খুজিছা কিয়?" উৰ্বশীয়ে ক'লে— "দেৱৰাজ, ইয়াত মোৰ অৰুচি ধৰিছে। সকলো পুৰুষকে মই জয় কৰিছোঁ। সিহঁতৰ তোষামোদ মোৰ আৰু ভাল নালাগে।" ইন্দ্ৰই ক'লে যে যদি তুমি প্ৰমাণ কৰিব পাৰা যে তুমি ইয়াৰ সকলো পুৰুষকে জয় কৰিছা তেনেহ'লে তোমাক এৰি দিব পাৰোঁ। দেৱৰ্ষি আৰু মহৰ্ষিসকলক কাবু কৰিব পাৰিবা?"

"তেওঁলোকতো সেই কেতিয়াবাই কাবু হৈ গৈছে।"

"বাৰু, দিব্য মানৱ কি জানা? যিবিলাকে স্বৰ্গ, মৰ্ত্য অবাধে অহা-যোৱা কৰিব পাৰে। তেনে তিনিজন মুনি সম্প্ৰতি স্বৰ্গলৈ ফুৰিবলৈ আহিছে— কুতুক, পৰ্বত আৰু কৰ্দম ঋষি। এওঁলোকক কাবু কৰিব পাৰিবা?"

"যদি পুৰুষ হয় তেনেহ'লে কাবু কৰিব নোৱাৰিম কিয়?"

"কেৱল পুৰুষ নহয়, তেওঁলোক মহাপুৰুষ।"

"তেনেহ'লে তেওঁলোকক মহাকাবু কৰিম।"

"উত্তম কথা। তেওঁলোক দেৱৰ্ষি নাৰদৰ বন্ধু। নাৰদক ক'ম তোমাৰ নাচ চাবৰ কাৰণে মোৰ সভালৈ তেওঁলোকক নিমন্ত্ৰণ কৰি আনিব।"

নাৰদৰ মুখে নিমন্ত্ৰণ পাই তিনি ঋষি প্ৰীত হ'ল। ক'লে, আমি ময়ূৰ নৃত্য, খঞ্জন চৰাইৰ নৃত্য, বান্দৰ-ভালুকৰ নৃত্য দেখিছোঁ, কিন্তু নাৰী নৃত্য কেতিয়াও দেখা নাই। চাবৰ খুব কৌতূহল আছে।

নাৰদে ক'লে, তেনেহ'লে ইন্দ্ৰসভালৈ যাবৰ বাবে প্ৰস্তুত হোৱা।

পৰ্বত ঋষিৰ ডাঢ়ি ডিঙিপৰ্যন্ত, কৰ্দমৰ বুকুপৰ্যন্ত, আৰু কুতুক ঋষিৰ আঁঠুপৰ্যন্ত। পৰ্বত ঋষিয়ে এখন বল্কল পিন্ধিলে, বল্কল নথকা কাৰণে কৰ্দমে কেৱল এখন কৌপীন ধাৰণ কৰিলে। মহামুনি কুঁতুক একেবাৰে সৰ্বত্যাগী নিষ্কিঞ্চন, তেওঁৰ বল্কলো নাই, কৌপীনো নাই, অগত্যা তেওঁ দিগম্বৰ হৈয়েই ৰ'ল। নাৰদে ক'লে, হেৰা কুতুক, ইন্দ্ৰসভালৈ

নাচ চাবলৈ যাব ওলাইছু, অন্ততঃ বৃহস্পতিৰ মেখেলাৰ দৰে আচ্ছাদন এখন দিয়া। কুতুকে ক'লে, কোনো প্ৰয়োজন নাই। আজানুলম্বিত এই জটাই মোৰ আচ্ছাদন।

সভাত এই তিনি ঋষিৰ যথাবিহিত অভ্যৰ্থনা কৰি দেৱৰাজ ইন্দ্ৰই ক'লে— "হে মহাতেজা মুনিপ্ৰিয়, আপোনালোকৰ মনোৰঞ্জনৰ কাৰণে মোৰ মুখ্য অপ্সৰা উৰ্বশীয়ে এটা অভিনৱ নৃত্য দেখুৱাব— নিৰ্মোক নৃত্য, মৰ্তলোকৰ প্ৰতীচ্যখণ্ডৰ ম্লেচ্ছবিলাকে যাক ষ্ট্ৰিপ টীজ বুলি কয়।

লাস্য নৃত্যৰ উপযুক্ত বেশ-ভূষাৰ ওপৰত এটা আলখাল্লা পিন্ধি উৰ্বশী ইন্দ্ৰসভাত প্ৰৱেশ কৰিলে। সকলোকে প্ৰণাম কৰি যুক্তকৰে ক'লে— "হে মহাভাগ দেৱগণ আৰু অগ্নিকল্প ঋষিসকল, মই যি নিৰ্মোক নৃত্য দেখুৱাম তাত মোৰ দেহ ক্ৰমে ক্ৰমে অপাবৃত হ'ব। আপোনাসকলৰ তাত আপত্তি নাইতো?"

কুতুকে তেওঁৰ মূৰ আৰু বিপুল ডাঢ়ি লৰাই ক'লে— "কিহৰ আপত্তি? যাবতীয় জন্তুৰ দৰে তোমাৰ দেহো পঞ্চভূতৰ সমষ্টি। তাৰ ভিতৰত নাৰী সত্তা ক'ত আছে আমি চাব খোজোঁ।"

উৰ্বশীয়ে আকৌ সবিনয়ে ক'লে যে মোৰ নৃত্যত যদি অসভ্য বা কুৎসিৎ কিবা দেখা পায় তেতিয়া হ'লে অনুগ্ৰহ কৰি জনাব, তৎক্ষণাৎ মই নৃত্য সংবৰণ কৰিম।

আলখাল্লাটো খুলি উৰ্বশীয়ে তেওঁৰ মণি-মুক্তা স্বৰ্ণময় দৃষ্টিবিভ্ৰমকাৰী উজ্জ্বল বেশ প্ৰকাশ কৰিলে। তাৰ পাছত অলপ সময় নৃত্য কৰি তেওঁৰ 'ওড়না' খুলি পেলাই দিলে।

পৰ্বত ঋষিয়ে হাত তুলি ক'লে, "উৰ্বশী নিবৃত্ত হোৱা, তোমাৰ নৃত্যত শালীনতাৰ নিতান্ত অভাৱ দেখিছোঁ, এই চিত্তপীড়াকৰ নৃত্য আমি আৰু চাব নোখোজোঁ।"

মহামুনি কুতুকে ধমকি দি ক'লে— "তোমাৰ চিত্তপীড়া হৈছে যদি তাত আমাৰ কি হ'ল? তুমি চকু মুদি থাকা, নৃত্য চলি থাকক।"

উৰ্বশীয়ে সকৰুণে ইন্দ্ৰক ক'লে— "দেৱৰাজ, পৰ্বত ঋষি কাবু হৈছে।"

নৃত্য চলিবলৈ ধৰিলে। পৰ্বত ঋষিয়ে দুই হাতেৰে চকু ঢাকি ল'লে। কিন্তু আঙুলিৰ ফাঁকেদি নৃত্য চাই থাকিল।

ক্ৰমে ক্ৰমে উৰ্বশীয়ে তেওঁৰ দেহৰ ঊৰ্ধভাগ অনাবৃত কৰিলে। তেতিয়া কৰ্দম ঋষিয়ে চকু ঢাকি ক'লে— "উৰ্বশী তোমাৰ এই নিন্দনীয় নৃত্য চালে আমাৰ তপস্যা নষ্ট হ'ব। ক্ষান্ত হোৱা।"

কুতুকে ভৰ্ৎসনা কৰি ক'লে— "কিয় ক্ষান্ত হ'ব? তোমাৰ যদি সহ্য নহয় উঠি যোৱা ইয়াৰ পৰা।"

চকুৰ ইংগিতেৰে উৰ্বশীয়ে ইন্দ্ৰক জনালে যে কৰ্দমো কাবু হৈছে।

তাৰ পাছত উৰ্বশীয়ে তেওঁৰ সকলো আবৰণ আৰু আভৰণ খুলি মাটিত নিক্ষেপ কৰিলে আৰু অৱশেষত তেওঁ কুন্দ শুভ্ৰ নগ্নকান্তি প্ৰকাশ কৰি পাষাণ বিগ্ৰহৰ দৰে নিশ্চল হৈ থিয় হৈ ৰ'ল।

ইয়াৰ পাছত গল্পটোত আৰু কথা আছে। মহামুনি কুতুকক তেওঁ জয় কৰিব

নোৱাৰিলে, কিন্তু আমাৰ প্ৰধান কাহিনীৰ বাবে সি অনাৱশ্যক। বোম্বাইৰ হেৰিটেজ হোটেলত ক্যাবাৰে অনুষ্ঠিত হোৱা প্ৰসংগত স্বৰ্গীয় ষ্ট্ৰিপ টীজৰ বৰ্ণনা পৰশুৰামৰ গল্পৰ পৰা 'মাৰি' দিয়া হ'ল। দুখৰ বিষয়, যিদিনা মই আৰু শেখৰ বাবু ৰূপ কিনাৰ উপলক্ষ লৈ বোম্বাইৰ হেৰিটেজ হোটেলত আছিলোঁ সেই ৰাতি তাত ষ্ট্ৰিপ টীজ নাছিল, এজনী ছোৱালীয়ে এটা জাঙিয়া আৰু টান ব্ৰা পিন্ধি নাচিবলৈ আৰম্ভ কৰিছিল। পিছে, মই চাৰিওফালে চকু ঘূৰাই দেখোঁ যে শেখৰ বাবু তাত নাই। আচৰিত হ'লোঁ। তাৰ ২/৩ বছৰৰ পাছতেই মই প্যাৰিছৰ 'মুল্যা ৰুঝ' আৰু 'ক্ৰেইজী হৰ্ছ' ৰেষ্টোৰাঁত ক্যাবাৰে অনুষ্ঠান দেখিছোঁ। 'ক্ৰেইজী হৰ্ছ'ত সোমাই মোৰ বন্ধু মছিয় পোলাকক তাত ষ্ট্ৰিপ টীজ হ'ব নেকি সোধাত তেওঁ বেছ গহীনভাৱেই কৈছিল— "ইন নিয়াপাদ্ ষ্ট্ৰিপ টীজ ইচি। এলজ্ অঁত্ৰ ন্যু," অৰ্থাৎ "ইয়াত ষ্ট্ৰিপ টীজ নাই সিহঁত সোমাওঁতেই নাঙঠ হৈ সোমায়।"

বোম্বাইৰ ক্যাবাৰে প্যাৰিছতকৈও চৰা। জাঙিয়া আৰু ব্ৰা পিন্ধা ছোৱালীজনীয়ে নাচি নাচি আহি প্ৰথম শাৰীতে বহা বয়স্ক দৰ্শকৰ চছ্‌মাযোৰ টান মাৰি নিলে (সেইজন মই নহয়। মই তেতিয়া ইমান বুঢাও হোৱা নাছিলোঁ আৰু চছ্‌মা ল'ব লগাও হোৱা নাছিল।) আৰু তাইৰ জাঙিয়াৰ ভিতৰলৈ সুমুৱাই দিলে, আৰু অলপ সময় পাছত আকৌ মানুহজনক পিন্ধাই দিলে। কিছু সময় পিছত এই ক্যাবাৰেটো শেষ হ'ল। মই শেখৰ বাবুক বিচাৰি ৰাস্তালৈ ওলাই গ'লোঁ। দেখোঁ তেওঁ প্ৰসন্নচিত্তে পান এখন চোবাই অলপ এক্সট্ৰা চূণ আঙুলিৰ পৰা দাঁতত লগাইছে। বোয়িং ৭০৭ত উঠাই হোটেলত ৰাখিলোঁ, ক্যাবাৰে চাব লাগে, পান খাবলৈ গ'ল। এক নম্বৰ বেৰসিক।

পাছদিনা ৰূপৰ দোকানৰ পটীলৈ ৰূপ কিনিবলৈ গ'লোঁ। যিখন দোকানতে সোধোঁ একে দামকে কয়। সেইটো সিদিনাখনৰ বজাৰ ভাও আছিল হ'বলা। নিৰ্দিষ্ট দোকান পাই সেইখনৰ পৰাই ৫৭ নে ৫৮ কিলো ৰূপ কিনি পেলালোঁ। ৰূপবিলাক ইটা একো একোডোখৰৰ দৰে কটা আছে— ছিল্‌ভাৰ ব্ৰিক্, গ'ল্ড ব্ৰিকৰ দৰে। প্ৰত্যেকটো ব্ৰিকৰে ওজন বোধ কৰোঁ ১ কিলোকৈ আছিল। কেনেকৈ এয়াৰপ'ৰ্টলৈ ৰূপখিনি নিয়া যাব সেই বিষয়ে দোকানীজনৰ পৰামৰ্শ লোৱা হ'ল। তেওঁ ক'লে যে অতি সহজ কথা। সৌ ট্যাক্সি ষ্টেণ্ডৰ পৰা তিনিখন ট্যাক্সি মাতি আনক। তিনিখন ট্যাক্সি 'কনভয়' কৰি ছান্টাক্ৰুজ এয়াৰপ'ৰ্টলৈ লৈ যাওক। মাজৰখন ট্যাক্সিৰ 'বুট'ত ৰূপৰ টুকুৰাবোৰ উঠাব। সেইখনতে আপুনিও উঠিব। পিছৰখনত আপোনাৰ সহকৰ্মী উঠিব, আগৰখনত আমাৰ এজন বিশ্বাসী কৰ্মচাৰী দিম। তেওঁ ৰখীয়া আৰু পাইলট দুয়োটা কামকে চম্ভালিব। বোম্বাইত দহ লাখ টকাৰ বস্তু ট্যাক্সিত উঠাই লৈ যোৱা একো কথাই নহয়, কৌটি টকাৰ 'হিৰোইন'ও চোলাৰ জেপতে ভৰাই লৈ যায়।

ট্যাক্সি অনা হ'ল, 'বুট'ত ঠিক মাটিৰ ইটাৰ দৰেই ৰূপৰ ইটা খোলা অৱস্থাতে উঠাই দিয়া হ'ল। ৰূপ বুলি বুজা নাযায়, ওপৰত হৰেক ৰকম ময়লা লাগি বগাৰ ঠাইত মটীয়া ৰং ধৰিছে। দোকানখন নিৰ্বাচন কৰোঁতে কিন্তু এছ পি সেনগুপ্তই যথাস্থানত খবৰ-খাটি লৈ মোক সহায় কৰিছিল আৰু ওচৰা-উচৰি তিনিটা ঠিকনা দিছিল।

দোকানীয়ে বিল বনাবলৈ আৰম্ভ কৰিলে। সেই সময়তে মোৰ জীৱনৰ প্ৰথম আৰু শেষ প্ৰত্যক্ষ উৎকোচৰ প্ৰস্তাৱ আহিল। দোকানীয়ে বিলৰ মুঠ সংখ্যাটো বহুওৱাৰ আগেয়ে সুধিলে— "দশ হাজাৰ ৰুপিয়া জোৰ দেঁ?" মই ইমান অপমানিত বোধ কোনোদিনেই কৰা নাছিলোঁ। গৱৰ্ণমেণ্টে দহ লাখ টকা মই ঠিকমতেই খৰচ কৰিম বুলি বিশ্বাস কৰিছে। নিবিদা নাই, সময়সীমা নাই, সেনগুপ্তই কোৱাৰ দৰে বেঙেনা কিনাৰ দৰেই মই দহ লাখ টকাৰ ৰূপ কিনি পেলালোঁ আৰু ই দোকানীয়ে মোক দহ হাজাৰ টকা কমিশ্যন্ দিয়ে। কি বুলি ভাবিছে মোক!

ৰচিদ আদি লৈ সেই একে তিনিখন ট্যাক্সিতে ৫৭/৫৮ কিলোগ্ৰাম ৰূপ লৈ এয়াৰপৰ্ট পালোঁ। তাতেই লাগিল মহালেঠাটো। তেতিয়া প্লেনত উঠা বাছত উঠাৰ দৰেই আছিল। ব্যাগেজ চেক্, শৰীৰ তালাচী আদি কাৰবাৰ নাছিল। কিন্তু ছিল্‌ভাৰ ব্ৰিক্‌ছ লাগেজ কৰি নিব নোৱাৰি। ইণ্ডিয়ান এয়াৰ লাইনে ৰূপখিনি প্লেনত উঠাবলৈ নিদিয়ে। তেতিয়া মোৰ সঁচাকৈয়ে আমাৰ ঢেকেৰী ভাষাত ক'বলৈ গ'লে 'মূৰ্ধাচুত' হ'ল। মাজত মাত্ৰ তিনি দিন বাকী, প্ৰধান মন্ত্ৰী আহিব। ইমান লেঠাৰ মাজত মই ৰূপখিনি কিনিলোঁ। পিছত বা কি জগৰত পৰোঁ তাৰ ঠিক নাই, প্লেনত ৰূপখিনি উঠাই কলিকতা গৈ পালে একো আৰু সমস্যা নাই, অথচ এই মুহূৰ্তত, পাৰৰ কাষত নাও ডুবে। মই 'মৰীয়া' হৈ চিঞৰি ক'লোঁ যে ৰূপ প্লেনত উঠাবলৈ নিদিলে প্লেনৰ আগত জঁপিয়াই ইন্দিৰাজীলৈ নিয়া এই উপহাৰ হৈ পৰহি দিনা গুৱাহাটী নাপালে মোৰ চাকৰি যাব। ইন্দিৰাজীৰ নাম কোৱাৰ লগে লগে যাদুমন্ত্ৰৰ দৰে সকলো সমাধান হ'ল। মাল তোলা মানুহৰ পৰা এয়াৰ লাইন বিষয়ালৈকে সুধিলে— "ইন্দিৰাজীকে লিয়ে?" মই ক'লোঁ— "জী হাঁ, ইন্দিৰাজীকে লিয়ে।" ইন্দিৰাজীৰ নাম লওঁতেই 'চিচিম ফাক'ৰ দৰে সকলো দুৱাৰ খুলি গ'ল। সকলোৰে মুখত বিজয়োল্লাসৰ হাঁহি বিৰিঙিল। ৰাতি আহি কলিকতা পালোঁ। দমদম বিমান বন্দৰত পহৰাদাৰ চিপাহী বন্দোবস্ত কৰি ৰূপখিনি ৰখা হ'ল, কাৰণ পাছদিনা পুৱা সেইখিনি গুৱাহাটীলৈ নিব লাগিব।

দমদমৰ পৰা আহি অসম ভৱন পাওঁতেই মুখ্য মন্ত্ৰীৰ ফোন। মহেন্দ্ৰ মোহন চৌধুৰীদেৱে নিজেই ফোন কৰিছে। সুধিলে ৰূপ কেতিয়া আহিব। মই ক'লোঁ কালিলৈ পুৱালৈ গৈ পাম। মুখ্য মন্ত্ৰীয়ে ভেকাহি মাৰি ক'লে— "হৈছে দিয়া, আন্‌ৰা দিয়া, তুমি কালি। শুন্‌ছাৰা? আন্‌ৰা দিয়া।" তাৰ পাছত খটংকৈ

টেলিফোনটো থৈ দিলে।

পাছদিনা দুপৰীয়া ঠিকেই গৈ উপহাৰ লৈ গুৱাহাটী পালোঁ।

দেখোঁ যে ডি চি অনিল চৌধুৰী চাহাবে এক ট্ৰাক বন্দুকধাৰী চিপাহী পঠিয়াইছে উপহাৰ নিৰাপদে লৈ যাবলৈ। আৰু মই বোম্বাইত সাধাৰণ ট্যাক্সিৰ 'বুট'ত তুলি বজাৰৰ মাজেদি যান-বাহনৰ ভিৰৰ ভিতৰেদিয়েই সেই উপহাৰ বেঙেনা অনা দিয়েই আনিব লগা হৈছিল।

# “আঃ, কিত্না সুন্দৰ গানা”

সিদিনা গুৱাহাটীৰ পৰা ওলোৱা এখন ইংৰাজী দৈনিক (২০ মে'ৰ সংখ্যা, পৃ. ৩)ত দেখিলোঁ যে অসমৰ পৰিবহণ মন্ত্ৰীয়ে কৈছে যে 'ৰুগ্ন' অসম পৰিবহণ নিগমৰ পুনৰুজ্জীৱন বৰ্তমান চৰকাৰৰ এবছৰীয়া শাসনকালত পৰিবহণ বিভাগৰ প্ৰধান সাফল্যৰ ভিতৰত এটা। তেওঁ তাৰ প্ৰমাণস্বৰূপে কোৱা বুলি ওলাইছে যে ২০০১-০২ চনত নিগমৰ নিজৰ পৰিচালনাত থকা বাছৰ সংখ্যা ৮০ৰ পৰা ২০০লৈ বাঢ়িছে। ইয়াৰ ফলত সেই বছৰত নিগমৰ 'নেট' (ইন্‌কাম?) ৪২১ ৪২ লাখ হৈছে। সেই একে বছৰতে নিগমে ব্যক্তিগত খণ্ডত চলোৱা ৭২৭খন বাছৰ পৰা ২৬০ ৮৪ টকা 'নেট' লাভ (?), সে ইন্‌কাম (?) কৰিছে। অৰ্থাৎ নিগমে নিজৰ প্ৰত্যক্ষ পৰিচালনাত থকা প্ৰত্যেকখন বাছৰ পৰা যি সময়ত থূলমূলভাৱে (৪২১ — ২০০) = ২ লাখ টকা বছৰি 'ইন্‌কাম' কৰিছে সেই একে সময়তে ব্যক্তিগত খণ্ডত চলোৱা 'প্ৰত্যেকখন' বাছৰ পৰা মাত্ৰ (২৬০ ÷ ৭২৭) = ০ ৪৩ লাখ, অৰ্থাৎ ৪৩,০০০ টকা 'ইন্‌কাম' কৰিছে। যদি সেয়ে হয় তেনেহ'লে নিগমে ব্যক্তিগত খণ্ডৰ জৰিয়তে বাছ চলাইছে কিয়?

'ক'ত কেনা লাগিলে?' মোৰ হিচাপত, নে বাতৰিকাকতৰ ছপাত, নে মন্ত্ৰীক দিয়া কাগজ-পত্ৰত? ক'ব পৰা নাযাব যেতিয়ালৈকে নিগমৰ ২০০১-০২ চনৰ অডিট হোৱা ব্যালেন্স শ্বীট নোলাব। ইয়াত কেৱল কৈ থওঁ যে আয় (income) শব্দটো ব্যৱসায়িক গণনা পদ্ধতিত নাই। 'টাৰ্ণ ওভাৰ' (turn over) অৰ্থাৎ 'মুঠ বিক্ৰী' শব্দটো আছে, 'গ্ৰছ প্ৰফিট' (Gross Profit) আৰু 'নেট প্ৰফিট' (Net Profit) শব্দ ('কনচেপ্ট' বা ধাৰণা বোলাহে উচিত)বিলাকো আছে। নিগমৰ অডিটেড ব্যালেন্স শ্বীট আৰু বেইবছৰমানলৈ কিজানি নোলাব। এতেকে তেতিয়ালৈ কথাটোনো বাৰু কি জনা নাযাব। *জিলিঙনিৰ* শতকৰা ৯০ভাগ পাঠকেই ব্যৱসায়িক হিচাপ ৰখাৰ পদ্ধতি নাজানে, জনাৰ আৱশ্যকো নাই। কেৱল কৈ থওঁ যে 'গ্ৰছ ৰেভেন্যু' বা মুঠ বিক্ৰী বাঢ়িলেই কোনো ব্যৱসায়িক শিল্পোৎপাদন কৰ্মৰ পৰা লাভ নহ'বও পাৰে। কেনেকৈ? যদি উৎপাদিত বস্তুটোৰ 'ইউনিট

ক'ষ্ট' অৰ্থাৎ প্ৰত্যেকটো গোটৰ উৎপাদন ব্যয় তাৰ বিক্ৰী মূল্যতকৈ কম হয়। পতনৰ আগে আগে ছোভিয়েট দেশত এনেকুৱা ঘটনা হৈছিল। ইয়াতে এটা প্ৰত্যক্ষদৃষ্ট ঘটনা মনত পৰিছে। আমাৰ বন্ধু স্বৰ্গীয় বকুল ৰাজবংশীয়ে উজান বজাৰত এখন 'বাক্স দোকান' অৰ্থাৎ 'বক্স ষ্টল' খুলিলে। ১৯৪৩-৪৪ চনমানৰ কথা। মনোহাৰী মালৰ পেটুৱা ৰঙা গণেশৰ মূৰ্তি বহুওৱা হ'ল, ধূপ-ধুনা দিয়া হ'ল। কেইদিনমান পাছত বকুলে ক'লে— "আহ, তহঁতক চাহ খুৱাওঁ, বহুত লাভ হৈছে আজি। ক'ত চাহ খোৱা হ'ল মনত নাই। ৰামস্বৰূপৰ কঁঠালগুটীয়া কচুৰীৰ দোকানৰ বাহিৰে উজান বজাৰত তেতিয়া অন্য চাহৰ দোকান থকা মনত নপৰে দেখোন। চাহত তেতিয়াৰ হিচাপত বেছ পইচা খৰচ হ'ল। তেতিয়া এজন চালাক বন্ধুৱে সুধিলে— "ৰ'চোন, তোৰ লাভ বহুত হ'ল, বিক্ৰী কিমান হৈছিল ?" বহুত কথা কটা-কটিৰ পাছত বুজা গ'ল যে বকুলে লাভ আৰু বিক্ৰী একেই বস্তু বুলি ভাবিছিল। শেষটো কৰুণ। বকুলক 'ব্ৰহ্মপুত্ৰই টানি নিলে।' তেওঁৰ দোকানৰ লাভ-লোকচানৰ লগত তাৰ কিবা সম্বন্ধ আছে নে নাই নাজানো। তেতিয়া মই গুৱাহাটীত নাছিলোঁ।

মোৰ বক্তব্য হ'ল 'আয়' আৰু 'লাভ'ৰ ধাৰণা দুটা গোলমলীয়া। আয়কৰ বিভাগত দুবছৰ ব্যৱয়াসিক হিচাপ ৰখাৰ পদ্ধতি শিকিছিলোঁ, তাত্ত্বিকভাৱে। কলিকতাৰ বৰবজাৰৰ দৰে ঠাইৰ হিচাপ-পত্ৰ পৰীক্ষা কৰি অঠাই সাগৰত পৰিছিলোঁ তিনি বছৰ। মাৰোৱাৰী ব্যৱসায়ীসকলৰ তিনিটা লিপি, আগৰৱালী, বিকানিৰী আৰু এটাৰ নাম পাহৰিলোঁ। তেওঁলোকৰ আ-কাৰ, ই-কাৰ, উ-কাৰ নাই, চেনি, চূণ আৰু ছানা একেই ধৰণে লিখে ঃ 'চন'। এই বিড়ম্বনাবিলাকৰ মাজতে এবাৰ এটা মজাৰ ঘটনা ঘটিছিল। এজন বাংলাভাষী মিঠাইৰ দোকানীৰ গোমাস্তাই 'খাতা' দেখুৱাবলৈ আনিছিল (সুবিখ্যাত ভীম নাগৰ সন্দেশৰ দোকানো মোৰ কৰদাতা আছিল। তেওঁলোকে 'ৰিটাৰ্ণ'ত ৩ লাখ/৫লাখ টকা লোকচান দেখুবায়, মই তেওঁলোকৰ খাতা-পত্ৰ নামঞ্জুৰ কৰি ২০ লাখ/২৫ লাখ আয় ধৰি কৰ বহুৱাওঁ, তেওঁলোকে নিৰ্বিবাদে ট্যাক্স আদায় দিয়ে।) খাতা-পত্ৰ চোৱাৰ পদ্ধতিও আমাৰ বিভাগৰ এজন প্ৰখ্যাত পূৰ্বাধিকাৰীয়ে নিৰ্দিষ্ট কৰি থৈ যোৱা বুলি প্ৰবাদ আছে আৰু সেই পৰম্পৰাটো আমাৰ দিনলৈ কৃতজ্ঞচিত্তে ৰক্ষিত হৈ আছিল। পদ্ধতিটো এই—

উল্লেখ্য যে প্ৰখ্যাত পূৰ্বাধিকাৰীজন কালীভক্ত আছিল। খাতা-পত্ৰ উলিয়ালেই তেওঁ চকু মুদি কেইবাৰমান 'মা', 'মা' কৰি মা কালীক ধ্যান কৰি হঠাৎ কৈ উঠে— "৪৯ পাতা খোলো।" খুলিলে তেওঁ চায়— আকৌ 'মা', 'মা' বুলি কালীমাতাৰ ধ্যান কৰি কয়— "৭২ পাতা খোলো।" এনেকৈ চাৰিবাৰমান চোৱাৰ পাছত একো নাপালে কৰদাতাই তেওঁৰ ৰিটাৰ্ণত যি দেখুৱায় তাকে বিনাবাক্যব্যয়ে সঠিক বুলি ধৰি কৰ নিৰ্ধাৰণ কৰিবলৈ আদেশ দিয়ে।

ময়ো সেই পদ্ধতি অনুসৰণ কৰি বাঙালী মিঠাইৰ দোকানীৰ খাতা-পত্ৰ চাই আছিলোঁ। পাঠক প্ৰভুসকলে যদি ভাবিছে যে পদ্ধতিটো অবৈজ্ঞানিক তেনেহ'লে ভুল কৰা হ'ব।

পদ্ধতিটো সম্পূর্ণ বৈজ্ঞানিক, পৰিসংখ্যা-বিজ্ঞানত স্বীকৃত ৰ্যান্‌ডম্ চ্যাম্পলিং পদ্ধতি, অৱশ্যে চ্যাম্পলৰ সংখ্যা যিমানে বেছি হয় সিমানে শুদ্ধ ফলাফলৰ সম্ভাৱনা বাঢ়ে। মই কেইটামান পৃষ্ঠাত যাদৃচ্ছিক অর্থাৎ 'ৰ্যান্‌ড্‌ম'ভাবে চাওঁতে দেখিলোঁ কেইটামান পৃষ্ঠাত খৰচৰ কলমত 'ভজা' 'ভজা' লিখা। সৰু সৰু সংখ্যাৰ খৰচ— ২ টকা, ৪ টকা এনেকুৱা। মই ভাবিলোঁ দোকানৰ কোনোবা ভজা নামৰ কর্মচাৰীক চাহ-মিঠাই আনিবলৈ দিয়া টকাৰ সংখ্যা। কিন্তু শেষত কৌতূহল দমন নকৰি সুধি পেলালোঁ— "এই 'ভজা' কোন?" খাতা দেখুওৱাজনে অলপ সেমেনা-সেমেনি কৰি ক'লে— "মানে ছাৰ, 'ভজা' মানে হৈছে 'ভগবান জানে'।" অর্থাৎ দিনৰ শেষত হিচাপ মিলাব নোৱাৰি যি সংখ্যাৰ পইচা নিমিলে, সেইখিনিৰ বাবে তেওঁ ভগবানক দায়ী কৰে।

অসম পৰিবহণ নিমগৰ জন্ম-কাহিনী মই জানো। ২য় বিশ্বযুদ্ধৰ সময়লৈকে বিভাগীয় উদ্যোগ হিচাপে চৰকাৰী পৰিচালনাত শিলং-গুৱাহাটী ৰাস্তাত যাত্ৰীবাহী বাছ আৰু মালবাহী ট্ৰাক চলোৱা হৈছিল। চৰকাৰী বিভাগৰ হিচাপ 'ছিংগল এণ্ট্ৰী ছিষ্টেম'ত ৰখা হৈছিল, এতিয়াও হয়। সেইটো পাটীগণিতত দিয়া আছে। মোৰ সমবয়সীয়াসকলৰ মনত থাকিব পাৰে যে পাঠশালা (প্ৰাথমিক) স্কুলত পঢ়ুওৱা 'যাদৱ পাটীগণিত'ত জমাবন্দীৰ নিয়ম দেখুওৱা আছিল। বোকড় অর্থাৎ ক্যাছ্ বুকত তলৰ ফালে জমা ইমান, খৰচ ইমান, তহৱিল ইমান, লিখা থাকে। পৰম্পৰা অনুযায়ী এইটো হিচাপৰ নাম 'কৈফিয়ৎ' আৰু তাক সেই একে পৰম্পৰাসূত্ৰে বেঁকাকৈ লিখিব লাগে। বেলতলা হাটত বজাৰ কৰি গৃহিণীক কৈফিয়ৎ দিয়াৰ দৰে। লেঠা লাগিল যেতিয়া অসম বিদ্যুৎ পৰিষদ গঠন হ'ল আৰু ব্যাংকৰ পৰা (যিমানদূৰ মনত পৰে বিশ্ব ব্যাংকৰ পৰা) ধাৰ ল'বলগীয়া হ'ল। ব্যাংকে ধাৰ দিব লাগিলে হিচাপ 'ডাব্‌ল এণ্ট্ৰী ছিষ্টেম'ত ৰাখিব লাগিব। পৰিবহন নিগম যেতিয়া গঠন কৰা হ'ল, তাতো 'ডাব্‌ল এণ্ট্ৰী ছিষ্টেম' কৰিবলগীয়া হ'ল। অসম চৰকাৰী বেচা-কিনা নিগম (কি কুৎচ নাম! কোনোবা জতুৱা-ঠাঁচীয়াৰ কীৰ্তি, 'বেচা-কিনা'ৰ ঠাইত 'বিপণন' কৰিলে কিমান সুশ্ৰাব্য হ'লহেঁতেন!) যিহক 'ডাব্‌ল এণ্ট্ৰী' পদ্ধতিত আয় (income) বোলা কোনো ধাৰণা নাই। নেট লাভ (Net profit) হৈছে সাফল্যৰ মান। টাৰ্ণ অভাৰ বা মুঠ বিক্ৰী (gross sales) বুলিও এটা বস্তু আছে। বোধ কৰোঁ নিগম কর্তৃপক্ষই এই মুঠ বিক্ৰীকেই 'আয়' বুলি কৈ বাইজৰ চকুত ধূলি মাৰিব খুজিছে। মজাৰ কথা এই যে মুঠ বিক্ৰী বাঢ়িলেও 'নেট প্ৰফিট' তুলনামূলকভাৱে কমি যাব পাৰে। মুঠ ব্যয় কিমান সেইটো জানিলেহে কোনো এটা ব্যৱসায়িক প্ৰতিষ্ঠানৰ স্বাস্থ্যৰ অৱস্থা বুজা যায়। অডিটেড প্ৰফিট এণ্ড লছ অ্যাকাউণ্ট আৰু ব্যালেন্স শ্বীট নোলালে কোনো কোম্পানীৰ আৰ্থিক অৱস্থা বুজা নাযায়।

পৰিবহন সংস্থাৰ স্বাস্থ্য কিন্তু মোৰ এই স্মৃতিকথাৰ প্ৰধান বিষয়বস্তু নহয়। প্ৰধান বিষয়টো হৈছে অসমত প্ৰাকৃতিক গ্যাছভিত্তিক পেট্ৰ'-ৰাসায়নিক উদ্যোগ স্থাপন। অশোক মেহটা, ভূতপূৰ্ব সমাজবাদী নেতা, তেতিয়াৰ ইন্দিৰা গান্ধী চৰকাৰৰ পেট্ৰ'লিয়াম মন্ত্ৰী

আৰু স্বৰ্গীয় বিশ্বদেৱ শৰ্মা অসমৰ উদ্যোগ মন্ত্ৰী। মই উদ্যোগ বিভাগৰ উপ-সচিব, লগতে অস্থায়ীভাৱে উদ্যোগ বিভাগৰ নিৰ্দেশক, অৰ্থাৎ ডাইৰেক্টৰ। উজনি অসমত প্ৰাকৃতিক গ্যাছ পোৱা গৈছে। আগেয়ে জুলীয়া সোণ অৰ্থাৎ খাৰুৱা তেলহে পোৱা গৈছিল। এতিয়া ৰত্নগৰ্ভা অসমীৰ বুকুৰ পৰা বাষ্পীয় সোণো ওলাবলৈ ধৰিলে। অসমীয়াক পায় কোনে? কিন্তু, লেঠা হ'ল। চাহ বাগিচা থকা অঞ্চলতহে তেল আৰু গ্যাছ ওলাব ধৰিলে। এজন ৰাজনীতিজীৱী কবিয়ে আধা নকল দুখত, আধা তৃপ্তিত মন্তব্য কৰিলে, শ্ৰীৰাধাই দুখ কৰাদি— "শ্যাম ৰাখি না কুল ৰাখি"ৰ দৰে— "কি ৰাখে এতিয়া, টী ইণ্ডাষ্ট্ৰিটো ৰাখে নে অইল ইণ্ডাষ্ট্ৰিটো?" কিন্তু সমস্যা সেইটো নহয়। সমস্যা হ'ল তেল কূপৰ পৰা তেলৰ লগতে প্ৰাকৃতিক গ্যাছো ওলায়। ব্যৱহাৰত লগা প্ৰাকৃতিক গ্যাছৰ পৰা বহুত বস্তু উৎপাদন কৰিব পাৰি— নাইলন শাৰীৰ পৰা এতিয়া দিল্লীত হুলস্থূল লগোৱা চি এন্ জি (এবিধ গ্যাছীয় ইন্ধন)লৈকে। কিন্তু আচল সমস্যাটো হৈছে মূল্য যোগ অৰ্থাৎ 'ভ্যালু অ্যাডিশ্যন'ৰ। অৰ্থাৎ কি বা কি কি বস্তু উৎপাদন কৰিলে এহাজাৰ ঘনমিটাৰ প্ৰাকৃতিক গ্যাছৰ পৰা অধিকতম দাম পোৱা যাব। চিন্তা কৰি, বা হিচাপ কৰি চালে সহজেই ওলাই পৰে যে ইন্ধন কৰি ব্যৱহাৰ কৰিলে আটাইতকৈ কম মূল্য পোৱা যায়। আৰু পেট্ৰ'-ৰাসায়নিক দ্ৰব্য উৎপাদন কৰিলে মূল্য যোগ আটাইতকৈ বেছি হয়। এই উদ্দেশ্যে প্ৰজেক্ট ৰিপ'ৰ্ট বনোৱা হ'ল। প্ৰডাক্ট প্যাটাৰ্ণ আদি ঠিক কৰা হ'ল। টেক্‌নল'জী অৰ্থাৎ প্ৰযুক্তি ক'ৰ পৰা লোৱা হ'ব সিও ঠিক হ'ল। জাপানৰ প্ৰযুক্তি অনা হ'ব। সেই উপলক্ষে এটা অধ্যয়ন দল জাপানলৈ পঠিওৱাৰ ঠিক হ'ল। তাৰ সদস্য হ'ল বিত্ত আয়ুক্ত আৰু উদ্যোগ বিভাগৰ স্থায়ী নিৰ্দেশক স্বৰ্গীয় আনন্দ অধিকাৰী। উদ্যোগ মন্ত্ৰী স্বৰ্গীয় বিশ্বদেৱ শৰ্মাৰ নেতৃত্বত তেওঁলোকে জাপানত পেট্ৰ'-ৰাসায়নিক উদ্যোগসমূহ নিৰীক্ষণ কৰি অসমত কি ধৰণৰ পেট্ৰ'-ৰাসায়নিক উদ্যোগ প্ৰতিষ্ঠা কৰিলে সফল হ'ব পাৰে সেই বিষয়ে চৰকাৰক পৰামৰ্শ দিব।

অধ্যয়ন দলৰ জাপান যাত্ৰাৰ আগদিনা কলিকতাৰ বিখ্যাত গ্ৰেট ইষ্টাৰ্ণ হোটেলত দলক এটা ফেয়াৰৱেল পাৰ্টী দিয়া হ'ল। সপত্নীক বিত্ত আয়ুক্ত, উদ্যোগ বিভাগৰ স্থায়ী নিৰ্দেশক আৰু মই (তেতিয়ালৈ বাণিজ্য উপদেষ্টা) পাৰ্টীত উপস্থিত আছিলোঁ। গ্ৰেট ইষ্টাৰ্ণ হোটেলত তেতিয়া সদায়েই ক্যাবাৰেৰ শ্যো হয়। সেইদিনাও হৈছিল। ক্লিওপেট্ৰাৰ দৰেই যাৰ বয়স নিৰ্ণয় কৰা কঠিন, তেনে এজনী চিৰযৌৱনা ছোৱালীয়ে লাস্য-লাস ভংগীৰে নাচি নাচি নিৰ্বাচিত আলহীক চামোচেৰে পুডিং খুৱাই ফুৰিছিল। আমাৰ টেবুলত স্বাভাৱিকতে বয়স্ক বিত্ত আয়ুক্তগৰাকী নিৰ্বাচিত হ'ল। ছোৱালীয়ে চামোচ তেওঁৰ মুখৰ ওচৰলৈ নিব ধৰোঁতে বিত্ত আয়ুক্তৰ পত্নীয়ে মোক ধেমালি কৰি ক'লে— "চকচোন, কিমান ডাঙৰকৈ মুখ মেলি দিছে!"

কিছুদিন পাছত মই কেব্‌ল পালোঁ যে অমুক তাৰিখে অধ্যয়ন দল ঘূৰিব, আপুনি এয়াৰপ'ৰ্টলৈ আহিব। তাৰ পাছত দুটা শব্দ ইংৰাজী হৰফত লিখা : Sohay lage. প্ৰথমতে বুজা নাছিলোঁ। খন্তেক পিছতে পৰিষ্কাৰ হৈ গ'ল। অৰ্থাৎ কাষ্টমছৰ পৰীক্ষাৰ সময়ত 'সহায় লাগে'। সহায়-চহায় কৰা হ'ল। অধ্যয়ন দল ঘূৰি গৈ শ্বিলং পালে। আত্মম

পেট্ৰ'কেমিকেল্‌ছ গঠন কৰা হ'ল। কিন্তু আচল কথা হ'ল কপিয়া। কেন্দ্ৰীয় চৰকাৰৰ ওচৰত পইচাৰ কাৰণে ঘনাই মাকো মাৰিবলগীয়া হ'ল। এনেকুৱা এটা মাকো মৰা যাত্ৰাত মই স্বৰ্গীয় বিশ্বদেৱ শৰ্মাৰ লগত অশোক মেহ্‌তাক দেখা কৰিবলগীয়া হ'ল। অশোক মেহ্‌তা দেখনিয়াৰ মানুহ, বগা-জগা, শোভন দাড়ি, মুখত পাইপ (বোধ কৰোঁ)। শৰ্মাদেৱে আমাৰ পেট্ৰ'কেমিকেল উদ্যোগৰ কাৰণে ধন মঞ্জুৰী দিয়াৰ কথা উলিয়ালে। তেতিয়াৰ চলিত পৰিকল্পনাত সেই উদ্যোগৰ অন্তৰ্ভুক্তিৰ কাৰণেও অনুৰোধ কৰিলে। অশোক মেহ্‌তাদেৱে কথাবিলাকত বৰ গুৰুত্ব দিয়া যেন নালাগিল। তেওঁ অসমৰ প্ৰাকৃতিক সৌন্দৰ্যৰ কথা ক'লে, অসমৰ অৰ্থনৈতিক অনগ্ৰসৰতাৰ কথা ক'লে, ঔদ্যোগিক অনগ্ৰসৰতাৰ কথা ক'লে, অসমৰ পৰ্যাপ্ত কেঁচামালৰ উপলব্ধতাৰ কথা ক'লে। কিন্তু পেট্ৰ'কেমিকেলৰ বিষয়ে এটা শব্দও নাই। বিশ্বদেৱ শৰ্মাদেৱে তাৰ মাজতে মাজে মাজে পেট্ৰ'কেমিকেলৰ কথা তোলে, কিন্তু মেহ্‌তাদেৱৰ অসমৰ বিষয়ে উচ্ছ্বাসৰ নদীত সেই কথা উটি যায়। মাজতে ৰাজসিক সুৰত পেট্ৰ'লিয়াম ছেক্ৰেটাৰীক মাতিবলৈ কয়— "ৰাজবাদে কো বোলাও।" আমি দাখিল কৰা কাগজ-পত্ৰবোৰ তেওঁৰ হাতত দি দিয়ে, কয়— "দেখ্‌না।" বিশ্বদেৱ শৰ্মাদেৱ অধৈৰ্য হৈ আহিছিল। এনেতে মেহ্‌তাদেৱে উচ্ছ্বাসমুখৰ হৈ কৈ উঠিল বিহুৰ বিষয়ে— "আঃ, কিত্‌না সুন্দৰ গানা, ক্যা ডান্সেজ।" বিশ্বদেৱ শৰ্মাদেৱে সেইবাৰ ৰ'ব নোৱাৰি কৈ উঠিল ইংৰাজীত— সেইবোৰ সকলো ঠিকেই। পিছে, আমাৰ এডুকেটেড আনএম্পলয়ডৰ সমস্যা উদ্যোগ নহ'লে কেনেকৈ সমাধানৰ চেষ্টা কৰিব পাৰি? মেহ্‌তাদেৱে তেতিয়া কাব্যিক আকাশৰ পৰা নামি আহি কৈছিল— "অসমীয়া মানুহে দুটা ব্যৱসায় ভাল পায় আৰু প্ৰায়ে সফল হৈছে তাত। এটা হৈছে বাছ চলোৱা আৰু আনটো হৈছে প্ৰেছ চলোৱা। এই দুটা উদ্যোগ আপোনালোকে ব্যক্তিগত খণ্ডলৈ সম্পূৰ্ণ এৰি নিদিয়ে কিয়? চৰকাৰী খণ্ডৰ উদ্যোগত চাকৰি সৃষ্টি হ'ব, কিন্তু উদ্যোগমুখী মনোভাৱৰ সৃষ্টি নহয়।"

ভাৰতীয় সমাজবাদৰ জন্মদাতাসকলৰ এজনৰ উক্তি!

# এই গৱৰ্ণৰ সেই গৱৰ্ণৰ নহয়

প্ৰথম মটৰগাড়ী কিনিছোঁ। একেবাৰে 'নিজৰ'। নতুন 'ফিয়াট' গাড়ী। ১৯৬৪ চনৰ জুন। বেছিভাগ পাৰ্টেই ইটালিয়ান। গুৱাহাটীৰ পৰা শ্বিলঙলৈ গৈ আছোঁ। আবেলি গৈ বৰাপানীৰ ডোমৰ ওপৰ পাইছোঁ, দেখিলোঁ এখন গাড়ী ৰৈ আছে, ড্ৰাইভাৰে বনেট খুলিছে। বুজিলোঁ গাড়ী বেয়া হৈছে। গাড়ীখনৰ কাষত ৰ'লোঁ, মোৰ গাড়ীৰ পৰা নামি গৈ বেয়া হোৱা গাড়ীখনৰ ওচৰ পালোঁ। দেখিলোঁ গুৱাহাটীৰ চৌখিন লোকসকলৰ এজন, স্বৰ্গীয় উপেন নবিশ গাড়ীৰ কাষত থিয় হৈ আছে। আগৰে চিনাকি। সুধিলে— "গুৱাহাটীৰ পৰা আহি আছা?"

মই ক'লোঁ— "হয়। ৰাতিপুৱাই নামি গৈছিলোঁ। এতিয়া ঘুৰিছোঁ।"

নবিশ চাহাবৰ এখন ধুনীয়া ৰঙা 'ভক্সহেল' গাড়ী আছিল। পিছে বেয়া হোৱা গাড়ীখন সেইখন নহয়, এখন এম্বেছেডৰ গাড়ী। মই গাড়ীৰ নতুন মালিক, বয়সো কম। ড্ৰাইভাৰৰ ওচৰেদি ইঞ্জিনৰ গৰ্ভলৈ ময়ো চাই পঠিয়ালোঁ। ড্ৰাইভাৰে কিবা-কিবি খুলি-মেলি চাই আছে। নবিশ চাহাবে ক'লে— "কিমান বা দেৰি হয়!" মই ক'লোঁ— "আপুনি চিন্তা কৰিব নালাগে। গাড়ী ভাল নোহোৱালৈকে মই ৰৈ থাকিম।" তেওঁ বৰ ভাল পালে। সুধিলে— "গুৱাহাটীলৈ কিয় গৈছিলা?"

"এখন মিটিং আছিল এঘাৰ বজাত। দুই বজাত শেষ হ'ল, গুচি আহিলোঁ।"

কথা-বতৰা চলি থাকিল। তেওঁ সুধিলে— "কিহৰ মিটিং।" মই ক'লোঁ— "আছাম গৱৰ্ণমেণ্ট মাৰ্কেটিং কৰ্পৰেশ্যন ব'ৰ্ড অৱ্ ডাইৰেক্টৰ্ছৰ মিটিং।" তাৰ পাছত কথা কিবাকৈ গৈ ঘৰ বন্ধাৰ বিষয় পালে। নবিশ চাহাবে বোধ কৰোঁ তেতিয়া এটা ঘৰ সজাই আছিল। তাৰ কিছুদিনৰ আগেয়ে গাঁৱৰ ফালৰ মোৰ ভাগৰ সকলো মাটি-বাৰী বেচি গুৱাহাটীৰ পৈতৃক বস্তিৰ মোৰ ভাগৰ ১৪ লেচা মাটিৰ ওপৰত এটা ঘৰ সজাইছিলোঁ। কিছু অভিজ্ঞতা হৈছিল। কথাৰ মাজতে নবিশ চাহাবে ক'লে যে তেওঁ বাথৰুমৰ মজিয়া তিতি থাকিলে বৰ বেয়া পায। সকলো ভাষাতে কিছুমান শব্দ থাকে, যিবিলাক অনন্য, তাৰ আৰু কোনো

সমাৰ্থক শব্দ সেই ভাষাতেই নাথাকে। বাংলাত 'ভ্যাবাচ্যাকা' তেনে এটা শব্দ। অভিধানত তাৰ অৰ্থ, সমাৰ্থক শব্দ দিয়া থাকে। 'ভ্যাবাচ্যাকা'ৰ সমাৰ্থক হ'ল 'হতভম্ব', কিন্তু 'হতভম্ব'ই 'ভ্যাবাচ্যাকা'ৰ (সূক্ষ্ম অৰ্থ) ব্যঞ্জনাৰ ওচৰকে চাপিব নোৱাৰে। 'ভ্যাবাচ্যাকা'ৰ নূৰ্চ (ক) হ'ল 'ভেবা'ৰ লগত। মই অসমীয়াত ভেবা লাগি চাই থাকিলোঁ বুলি লিখিব পাৰোঁ, কিন্তু 'কিবা যেন নাই আজি নাই' তাত! যিহক, মোৰ ভ্যাবাচ্যাকা লাগিল। 'তিতি থকা বাথৰূম' বেয়া পায়! বাথৰূম নিতিতোৱাকৈ গা ধুব কেনেকৈ? কিছুদিন পাছত বোধোদয় হৈছিল অবশ্যে (বাথ টাব!)। সেই সময়তে শ্বিলঙত ঘৰ সজাৰ মজাৰ [illegible] মাজতো তেনেকুৱা এটা কথা ওলাইছিল।

অসম চৰকাৰে শ্বিলঙত অফিচ কৰ্মচাৰীসকলক ঘৰ সাজিবলৈ মাটি দিলে। তৈয়াময় বহুত বিষয়া-কৰ্মচাৰীয়ে সেই সুবিধা ল'লে। কিছুমান বুদ্ধিমান অবিবাহিত কৰ্মচাৰীয়েও দুটাকৈ ঘৰ সাজিলে। এটা 'মেইন' ঘৰ, য'ত কৰ্মচাৰীজন পৰিয়ালসহ থাকে, আৰু এটা 'কটেজ'— যিটো ভাৰা দি তেওঁৰ মাহিলি আয় অলপ বঢ়াবৰ চেষ্টা কৰে। তেনে এজন কৰ্মচাৰীয়ে লক্ষ্য কৰিলে যে তেওঁৰ 'কটেজ'ৰ ভাৰাতীয়াই 'কটেজ'ৰ বাথৰূমত গা ধুৱে— শব্দ শুনা যায়। ঘৰৰ মালিকে এদিন ভাৰাতীয়াজনক ক'লে— "আপুনি বাথৰূমত কিয় গা ধুৱে? বাথৰূমটো পানী পৰি পৰি বেয়া হৈ যাব নহয়।" ভাৰাতীয়াজনে অবাক হৈ সুধিলে— "ক'ত গা ধুম তেনেহ'লে?"

— "কিয়? বাহিৰৰ পানীকলৰ তলত।"

বহুত বুধিয়ক পাঠক প্ৰভুৱে এতিয়া সুধিব পাৰে— "ভাৰাতীয়াজনৰ ঘৰত ছোৱালী মানুহ নাছিল নেকি?" বুধিয়ক হ'লেই এই দিগ্‌দাৰ। প্ৰশ্ন সুধি থাকে।

সেইবিলাক প্ৰভুসকলৰ জনাৰ দৰকাৰ কি? গল্প গল্পই। গল্পটো তাতে শেষ।

আমাৰ প্ৰধান গল্পত নবিশ চাহাবৰ গাড়ী ভাল হ'ল। মই তেওঁৰ পিছে পিছে আহি শ্বিলং পালোঁহি।

মই উদ্যোগ ইত্যাদি বিভাগৰ উপ-সচিব। স্বৰ্গীয় কামাখ্যা প্ৰসাদ ত্ৰিপাঠী উদ্যোগ আৰু শক্তিমন্ত্ৰী। এদিন পুৱা তেখেতৰ ব্যক্তিগত সচিবে মোক ফোনত জনালে যে মন্ত্ৰী মহোদয়ে মোক মাতিছে। তেতিয়া বোধ কৰোঁ ৮মান বাজিছিল। মই ততাতৈয়াকৈ সাজু হৈ লৈ মন্ত্ৰী মহোদয়ৰ ঘৰ পালোঁগৈ। সেই ঘৰটো এটা বিখ্যাত ঘৰ। 'বাৰেক' বাহু ষ্টপৰ পশ্চিমফালে। ১৯৪০ চনত মোক কিছুদিনৰ কাৰণে শ্বিলঙত থোৱা হৈছিল। সেই সময়ত এই বিখ্যাত ঘৰটোত এজন বিখ্যাত মানুহ আছিল— স্মল চাহাব। অসমৰ প্ৰবাদপ্ৰতিম আৰু শেষ চাহাব ডি পি আই। তাৰো আগেয়ে, ১৯৩৭ চনত, প্ৰথম কংগ্ৰেছ কো-এলিশ্যন মন্ত্ৰীসভা গঠনৰ সময়ত এই বিখ্যাত ঘৰটোত এটা বিখ্যাত ঘটনা ঘটিছিল। কি হৈছিল কেতিয়াবা ক'ৰবাত লিখিম। বৰ্তমানে 'মেইন লাইন'-এদি গৈ থাকোঁ।

ত্ৰিপাঠীদেৱে মোক দেখি চকীৰ পৰা উঠি আগুৱাই আহিল। ভিতৰৰ ফালে চাই

ক'লে— "এই, চাহ আন, মিঠাই আন।" মই মনে মনে ভাবিলোঁ— "আজি কিবা এটা নিয়ম বহির্ভূত কাম কৰিব লাগিল।" ত্ৰিপাঠীদেৱে মোৰ পিঠিত থপৰিয়াই থপৰিয়াই হাঁহি হাঁহি ক'লে— "এই নলবৰীয়া ল'ৰাকেইটা বৰ বুদ্ধিমান।" মোৰ আশংকা গাঢ় হ'ল। তেখেতে তেতিয়া কামৰ কথাটো উলিয়ালে। মাতৰ 'ভলিউম' কমাই মোক ক'লে— "হেৰা, এটা কথা হ'ল নহয়? এইবাৰ ইলেক্‌চনত উপেন নবিশ কংগ্ৰেছৰ বিৰুদ্ধে উঠিব খুজিছে, কি কৰা?"

মই ক'লোঁ— "ছাৰ, ভাবি চাওঁ।" ত্ৰিপাঠীদেৱে মোৰ পিঠিত আৰু কেইটামান চাপৰ মাৰি ক'লে— "চোৱা, চোৱা, তুমি পাৰিবা", ইতিমধ্যে চাহ-মিঠাই আহি পাইছিল। তেখেতে উৎসাহেৰে ক'লে— "চাহ খোৱা, চাহ খোৱা।"

ভাবি চালোঁ। বুদ্ধিটো ওলাল। গৱৰ্ণমেণ্টৰ পৰা বা গৱৰ্ণমেণ্টৰ মালিকানাত থকা কোনো প্ৰতিষ্ঠানৰ পৰা দৰমহা ল'লে সেইটো 'অফিচ অব্ প্ৰফিট আণ্ডাৰ দি গৱৰ্ণমেণ্ট' হয়। তেনেকুৱা দৰমহা লোৱা পদত থাকিলে ইলেক্‌চনত প্ৰাৰ্থী হ'ব নোৱাৰে।

কেইদিনমান পাছত আকৌ মোৰ ডাক পৰিল। বুধিটো ময়ে উলিয়াইছিলোঁ নে মন্ত্ৰী মহোদয়ে উলিযাইছিল, নে নবিশ চাহাবৰ প্ৰৰোচনাত মন্ত্ৰী মহোদয়েই উলিয়াইছিল পাহৰিলোঁ। একে সময়তে এজনতকৈ বেছিৰো মনত খেলাব পাৰে। ত্ৰিপাঠীদেৱে ক'লে— "হেৰা, নবিশক আছাম গৱৰ্ণমেণ্ট মাৰ্কেটিং কৰ্পৰেশ্যনৰ প্ৰডাক্‌চন ডাইৰেক্টৰ কৰি দিয়া।" এতিয়া ভাবিছোঁ নবিশ চাহাবেই বুধিটো উলিয়াইছিল। মই যে বৰাপানীৰ বান্ধৰ ওপৰত তেওঁক কৈছিলোঁ মই সেই কৰ্পৰেশ্যনৰ মিটিঙৰ পৰা অহা বুলি, সেই কথাটো তেওঁৰ মনত বৈ গৈছিল বোধ কৰোঁ। যিহক, নবিশ চাহাবক মাৰ্কেটিং কৰৰ্পৰেশ্যনৰ প্ৰডাক্‌চন ডাইৰেক্টৰ হিচাপে ৭৫০ টকা মাহিলি বেতনত নিযুক্তি দিয়া হ'ল। ৭৫০ টকা তেতিয়া বহুত। ছিনিয়ৰ স্কেলৰ আই এ এছ বিষয়াৰ দৰমহাই ৮০০। কোনোবাই উলিয়াইছিল যে নবিশ চাহাবৰ নিযুক্তিত 'ফাইনান্স কন্‌ফাৰেন্স' লাগে। মই লিখিলোঁ যে নালাগে। কাৰণ ৰেজিষ্টাৰ্ড কোম্পানীৰ বেলিকা সকলো কথাই আৰ্টিক্‌লছ অব্ অ্যাছ'চিয়েশ্যনৰ চাৰিকোণৰ (Within the four corners of the Articles of Association) ভিতৰত থকা কথাৰ দ্বাৰাহে ব্যাখ্যা (interpret) কৰিব লাগিব, বাহিৰৰ কোনো কথা আমদানি কৰিব নোৱাৰি। আৰ্টিক্‌লছত লিখা আছে যে তাত উল্লিখিত সকলো ক্ষমতাই ইণ্ডাষ্ট্ৰী বিভাগৰ ছেক্ৰেটাৰীয়ে গৱৰ্ণৰৰ হৈ প্ৰয়োগ কৰিব পাৰিব। আৰু নবিশ চাহাবৰ নিয়োগ-পত্ৰখন ইণ্ডাষ্ট্ৰীৰ ছেক্ৰেটাৰীয়ে চহী কৰিছে। এতেকে, তাত আৰু কাৰো সম্মতিৰ প্ৰয়োজন নাই। কথাটো পাকা কৰিবৰ কাৰণে ফাইলটো মই নিজে আইন বিভাগৰ ছেক্ৰেটাৰীৰ তালে লৈ গ'লোঁ। তেওঁ মোৰ মতটো, মোৰ মতে, অলপ বেছি ততাতৈয়াকৈ সমৰ্থন কৰিলে। মোৰ সন্দেহ হৈছিল যে বোধ

কৰোঁ তাত মন্ত্ৰী মহোদয়ৰ হাত আছিল। যিহক, মোৰ 'বুধিয়ক' আখ্যাটো ৰক্ষা পৰিল।

নবিশ চাহাবে ইলেক্‌চনত কণ্টেষ্ট নকৰিলে। কৰিব নোৱাৰিলে বুলি কোৱা টান। কাৰণ ইচ্ছা কৰিলেই তেওঁ প্ৰডাক্‌শ্যন ডাইৰেক্টৰৰ চাকৰিটো এৰি দি কণ্টেষ্ট কৰিব পাৰিলেহেঁতেন। গৱৰ্নমেণ্টৰ লগত দৰাদৰি কৰি তেওঁ চাকৰিটো ল'লে— 'কলা ডাক', অৰ্থাৎ ব্ল্যাক্‌মেইলো বুলিব পাৰি।

যিহক, ইলেক্‌চন আহিল, গ'ল। স্বৰ্গীয় বিশ্বদেৱ শৰ্মা উদ্যোগমন্ত্ৰী হ'ল, ত্ৰিপাঠীদেৱ বিত্তমন্ত্ৰী। বিশ্বদেৱ শৰ্মা মোৰ পুৰণি চিনাকি। ১৯৪২-৪৩ চনত আমি সদৌ অসম ছাত্ৰ ইউনিয়ন খুলিছিলোঁ। সেইখনো আছিল আছু (AASU)। কিন্তু সেই আছু এই আছু নহয়। সেইখন আছিল কংগ্ৰেছী আছু। উজান বজাৰৰ এম চি এম ই (মনিৰাম চন্দ্ৰ বৰুৱা মধ্য ইংৰাজী স্কুল, এতিয়া হাইস্কুল)ৰ গে'টৰ আগৰ নৰ্দমাৰ ওপৰৰ কালভাৰ্টত বহি প্ৰতিষ্ঠা কৰা। প্ৰথম সভাপতি উত্তম চন্দ্ৰ তহবিলদাৰ আৰু প্ৰথম সাধাৰণ সম্পাদক প্ৰতাপ চন্দ্ৰ মেধি। দুয়োজনেই প্ৰয়াত। কিছুদিনৰ পিছত স্বৰ্গীয় বিশ্বদেৱ শৰ্মা সভাপতি হ'ল আৰু অহং অফিচ ছেক্ৰেটাৰী। মন্ত্ৰী বিশ্বদেৱ শৰ্মা ডাঙৰীয়া লাবানৰ কেম্ব্ৰেজ ট্ৰেচৰ এটা ঘৰত থাকে। মোৰ মন্ত্ৰী। মই উপ-সচিব আৰু অস্থায়ী নিৰ্দেশক, অৰ্থাৎ ডাইৰেক্টৰো। মই পুৰণি পাপী লগতে পুৰণি চিনাকি কাৰণে প্ৰায়েই মোৰ ডাক পৰে। এদিন শৰ্মাদেৱে মোক ক'লে— "হেৰি, উপেন নবিশক খেদাই দিব নোৱাৰিনে?" মই তেতিয়া সচিবালয়ৰ 'ঘাৰুৱা' বিষয়া। সকলো কথাতে প্ৰথম উত্তৰ— "ভাবি চাব লাগিব।" কিন্তু এইবাৰ সঁচাকে অলপ ভাবি চাবলগীয়া হ'ল। কাৰণ, নবিশ চাহাবৰ নিযুক্তি যিটো ফাইলত আছে, সেইটো ফাইলতে তেওঁক গুচোৱা সিদ্ধান্তটোও লিখা থাকিব লাগিব। কিন্তু দুখৰ বিষয়, ভূপেন হাজৰিকাৰ গানৰ অসবৰ্ণ প্ৰেমিক-প্ৰেমিকাৰ বিয়াত হোৱাৰ দৰে 'লেঠা হ'ল' মন্ত্ৰী আৰু সচিবৰ বাক্যালাপতো নায়েই, দেখা-দেখিয়েই নাই। ফাইলত যথাযথ প্ৰস্তাৱ দি সচিবলৈ পঠিওৱাৰ অধিকাৰ উপ-সচিবৰ আছে। কিন্তু ফাইল সচিবলৈ পঠিয়ালে সচিবে M I, অৰ্থাৎ 'মিনিষ্টাৰ ইণ্ডাষ্ট্ৰীজ' বুলি দুটা আখৰ লিখি চহী কৰি দিব। অৰ্থাৎ 'মন্ত্ৰীয়ে যি কৰে কৰক'। কিন্তু নবিশ চাহাবৰ অব্যাহতিৰ প্ৰস্তাৱত চহী কৰিবৰ মন্ত্ৰীৰ মন নাই। অব্যাহতিৰ যথাযোগ্য কাৰণ নথকা কাৰণে নহয়। কাৰণ, সকলো চৰকাৰী কোম্পানীৰ ব্যয় সংকোচনৰ বাবে সৰ্বদাসংগত কাৰণ আছে— কোম্পানী লোকচানৰ ঘৰত। ইয়াতো সেই কাৰণটোকে দেখুৱাব পাৰি। কিন্তু চাহাবে কোৱাৰ দৰে তাত 'চকাৰ ভিতৰত চকা'— হুইলছ্ বিদিন হুইলছ্। নবিশ চাহাব কংগ্ৰেছী মানুহ— অৰ্থাৎ খদ্দৰৰ ধুতি-পাঞ্জাবী পিন্ধে। তেওঁক নিযুক্ত কৰিছিল ত্ৰিপাঠীদেৱে। এতিয়া, শৰ্মাদেৱে তেওঁক বৰ্খাস্ত কৰি নবিশ চাহাবৰ অপ্ৰিয় হ'ব নোখোজে। আৰু আছে, ত্ৰিপাঠীদেৱ আৰু শৰ্মাদেৱ একে ঠাইৰে মানুহ; দুয়োৰে ৰাজনৈতিক কৰ্মক্ষেত্ৰও একেখন— চাহবাগান। ত্ৰিপাঠীদেৱ এজন কংগ্ৰেছীৰ প্ৰিয় হৈ থাকিব আৰু শৰ্মাদেৱ অপ্ৰিয়, এইটো শুদ্ধ ৰাজনৈতিক 'চাল' নহয়।

তাৰ আগেয়ে, সচিব আৰু মন্ত্ৰীৰ মতান্তৰ কিয় সেই বিষয়ে কোৱা উচিত। সচিব আছিল টি এছ গিল। অতি সুৰসিক। ভদ্ৰলোক। এবাৰ স্খিলঙত ছেক্ৰেটেৰিয়েটৰ লিফ্‌টখন দুটা তলাৰ মাজতে বন্ধ হৈ গ'ল, ইলেক্ট্ৰিচিটি নাই। ভিতৰত আছিল মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়া। অলপ সময় পাছত বোধ কৰোঁ বিজুলী অহাত লিফ্‌ট চলিল। গিল চাহাব শক্তি বিভাগৰো ছেক্ৰেটাৰী। মুখ্য মন্ত্ৰীয়ে শক্তি ছেক্ৰেটৰীক মাতি পঠিয়ালে। ছেক্ৰেটৰী নাছিল তেওঁৰ কমত, গতিকে জইন্ট ছেক্ৰেটৰী শেষাদ্ৰিৰ ডাক পৰিল। মুখ্য মন্ত্ৰীয়ে শেষাদ্ৰিক জাৰিলে। কিছু সময়ৰ পিছত অতিৰিক্ত সচিবালয়ৰ কৰিডৰত গিল চাহাবৰ লগত মোৰ দেখা হ'ল। লিফ্‌ট বন্ধ হোৱাৰ ঘটনাটো তেওঁক কওঁতে তেওঁ বৰ ৰস পালে। সুধিলে যে লিফ্‌ট বন্ধ হৈ থাকোঁতে লিফ্‌টৰ ভিতৰলৈ (লিফ্‌টত কলাপ্‌ছিব্‌ল গেট আছিল) বাদাম-তাদাম দলিওৱা হৈছিল নে নাই? এইবুলি হাঁহি হাঁহি গুচি গ'ল। মন্ত্ৰী শৰ্মাদেৱে গিল চাহাবৰ ওপৰত অসন্তুষ্ট হোৱাৰ এটা কাৰণ আছিল যে শৰ্মাদেৱে ভাবিছিল কিছুমান কথাত যিমান গুৰুত্ব দিয়া উচিত গিল চাহাবে সিমান গুৰুত্ব নিদিয়ে। এবাৰ শৰ্মাদেৱে মোক মাতি নি ক'লে— "আপোনাৰ ছেক্ৰেটেৰীক মই দিল্লীলৈ আহিবলৈ তাৰ পৰা ফোন কৰি মাতিলোঁ, তেও নগ'ল। এতিয়াৰ পৰা আপুনি মোলৈ চিধাই ফাইল পঠিযাব।" মই সবিনয়ে ক'লোঁ যে সেইটো উচিত নহ'ব বোধ কৰোঁ। কাৰণ, তেওঁ মোক বেযা পাব আৰু মযেই এনেকুৱা ব্যৱস্থা কৰোৱা বুলি ভাবিব পাৰে। মুঠৰ ওপৰত এটা 'স্থবিৰ অৱস্থা' অৰ্থাৎ 'ষ্টেলমেট' সৃষ্টি হ'ল।

সচিবালয়ত কাম কৰা বা নকৰাৰ বহুত কৃৎকৌশল অৰ্থাৎ 'টেক্‌ন'ল'জী' আছে। এইবিলাক চাহাবৰ দিনৰ পৰাই পুৰুষানুক্ৰমিকভাৱে চলি আহিছে। আগেয়ে এবাৰ এই 'স্মৃতিকথা'ৰ এটা কিস্তিত লিখিছিলোঁ কোনো এটা ফাইলত যদি কোনো সিদ্ধান্তলৈ অহাত অসুবিধাবোধ কৰা যায় তাক কেনেকৈ এৰাব পাৰি। পূৰ্বাধিকাৰীসকলৰ পৰা এই কিটিপবিলাক শিকা যায়। এইবাৰৰ লেঠা ভঙাৰ কিটিপটো হ'ল মূল ফাইলটোৰ এটা পাৰ্ট-ফাইল খোলা। পাঠক প্ৰভুসকলে সুধিব— "কিয়?" (মই পাঠকসকলক সদায় 'প্ৰভু' বোলোঁ, কাৰণ তেওঁলোকৰ জৰিয়তে মোৰ 'দানা-পানী'ৰ দানাখিনি নহ'লেও 'পানী'খিনিৰ যোগাৰ হৈ আছে। 'প্ৰভু' মানে 'গৰাকী'।) পাৰ্ট ফাইল খোলাৰ কাৰণ হ'ল এই যে মেইন ফাইলত মোৰ 'নোট' আছে যে সংশ্লিষ্ট কোম্পানীটোৰ 'অনুষ্ঠান-পত্ৰ' অৰ্থাৎ মেম'ৰেণ্ডাম অ্যাণ্ড আৰ্টিক্‌লছ্‌ৰ চাৰিকোণৰ ভিতৰতে অনুষ্ঠান-পত্ৰত উল্লেখ থকা সকলো শব্দৰ ব্যাখ্যা অৰ্থাৎ 'ইন্টাৰপ্ৰিটেশ্যন' বিচাৰিব লাগিব, তাৰ বাহিৰলৈ যাব নোৱাৰি। এতিয়া যদি সেইটো ফাইলকে বিত্ত বিভাগলৈ পঠিওৱা হয়, নবিশ চাহাবৰ অব্যাহতিৰ বাবে বিত্ত বিভাগে ঘূৰাই পঠিয়াব পাৰে আগৰ নজিৰটো দেখুৱাই, যে আপোনালোকে দেখোন নিজেই পাৰে, আপোনালোকৰ নিজৰ ব্যাখ্যাতে, আমাক আৰু কেলেই লাগিছে? সেই কাৰণে, পাৰ্ট ফাইল খোলা হ'ল। তাত ব্যালেন্স শ্বীট ইত্যাদিৰ অৱস্থাৰ বিষয়ে নোট দি কোৱা হ'ল যে কোম্পানীটোৰ ব্যয় সংকোচন কৰা আৱশ্যক হৈ পৰিছে। প্ৰডাক্‌চন ডাইৰেক্টৰ নিযুক্ত

কৰাৰ পাছতো দেখা গৈছে উৎপাদন বৃদ্ধি হোৱা নাই, তাৰ প্ৰমাণ যে মুঠ বিক্ৰী কমি গৈছে। এতেকে, উৎপাদন সঞ্চালকৰ পদটো বিলুপ্ত কৰি ব্যয় সংকোচন কৰা হওক। বিত্ত বিভাগে যেন অনুগ্ৰহ কৰি এই প্ৰস্তাৱৰ লগত সহমত হয়।

বিত্ত বিভাগে ব্যয় সংকোচনৰ প্ৰস্তাৱ দেখিলেই দুলাই আৰু তাত চকুকে নুমুৱায়। ৰাক্ষসৰ আগত ধোৱা চাউল। তেওঁলোক তৎক্ষণাত সহমত হ'ল।

স্বৰ্গীয় আনন্দ দেৱ অধিকাৰী মোৰ বন্ধু আছিল। তেওঁ মোক 'কূটবুদ্ধিবাজ' উপাধি দিছিল। ঘটনাটোৰ বিষয়ে জানি তেওঁ সুধিলে যে আগৰবাৰ যে ফাইলৰ নোসোধাকৈয়ে কৰিবলগীয়া কামটো কৰিলে, এইবাৰ সুধিলে কিয়? মই ক'লোঁ— "ইটো কথা পৰম গুপুত, আনক কহিতে নহয় যুগুত।" কিন্তু তেওঁ পেৰি পেৰি সুধিলে— "আপোনাৰ যুক্তিটো কি?" মই যুক্তি দিলোঁ যে 'আৰ্টিকল্‌ছ অব্ এ্যাছ'চিয়েশ্যন'ৰ গৱৰ্ণৰ আৰু 'ৰুল্‌ছ অব্ এক্‌জিকিউটিভ বিজ্‌নেছৰ গৱৰ্ণৰ' বেলেগ বেলেগ। আৰ্টিকল্‌ছৰ গৱৰ্ণৰৰ হুকুমত নবিশ চাহাবৰ নিযুক্তি হ'ল আৰু এক্‌জিকিউটিভ বিজ্‌নেছৰ গৱৰ্ণৰৰ হুকুমত নবিশ চাহাবৰ অব্যাহতি হ'ল। এই গৱৰ্ণৰ সেই গৱৰ্ণৰ নহয়।

তাৰ কিছুদিন আগেয়ে বাঙালী হাস্য অভিনেতা জহৰ গাংগুলীৰ এখন বাংলা ফিল্ম চলিছিল— 'এ জহর সে জহর নয়'।

# পুৰণি দিনৰ তিনিজন মন্ত্ৰী

১৯৩৮ চন। কংগ্ৰেছ সন্মিলিত চৰকাৰ গঠিত হৈছে। এতিয়াৰ খবৰ-কাগজী ভাষাত 'অসমত আনন্দৰ জোৱাৰ' উঠিছে। একৰকম স্বাধীনতাই দিয়কচোন! মই বৰপেটাত। ক্লাছ ফাইভত পঢ়োঁ আৰু লুকুৱাই কবিতা লিখোঁ। বয়স বাৰ হোৱাগৈ নাই। আমাৰ কাষৰ ঘৰত থাকে নগেন চক্ৰৱৰ্তী, হাকিম। তদুপৰি তেওঁ ধনী মানুহ— ঘৈণীয়েকৰ চাহ বাগানৰ শ্যেযাৰ আছে। মোৰ দেউতাক 'ডাংগৰীযা' বুলি মাতে। দুয়োটা ঘৰৰ মাজত বাঁহৰ চকোৱা আছে। তাৰ ওপৰেদি দেউতাৰ লগত এখন নোখোলা চিঠি লৈ দেউতাক হাঁহিমুখে ক'লে— "ডাংগৰীয়া, এই চিঠিখনৰ ভিতৰত কিমান টকা আছে আপুনি যদি ক'ব পাৰে আপোনাক মই এশ টকা দিম। দেউতাই ৫০০-৭০০ তেনেকুৱা কিবা এটা সংখ্যা ক'লে। চক্ৰৱৰ্তী ডাংগৰীয়াই চিঠিখন খুলি ভিতৰৰ কাগজখন চাই, হাঁহিৰ শলিতা বঢ়াই দি ক'লে, "নহ'ল, পাঁচ হাজাৰ। বাগানৰ শ্যেয়াৰৰ ডিভিডেণ্ড। কিছুদিন পাছত, সেইবাৰ আমাৰ নঙলাৰ কাষলৈ আহি দেউতাক এখন টেলিগ্ৰাম পঢ়ি শুনালে— "মিনিষ্ট্ৰী ফৰ্মড্ এইট।" অৰ্থাৎ আঠজনীয়া কংগ্ৰেছ কো-এলিশ্যন গৱৰ্নমেণ্ট গঠন হৈছে। দেউতাৰ পৰা জানিছিলোঁ টেলিগ্ৰামখন আছিল চক্ৰৱৰ্তীদেৱৰ সম্বন্ধীয় (শালপতিয়েক) বৈদ্যনাথ মুখাৰ্জিৰ। আৰু, আঠজন মন্ত্ৰীৰ মাজত মুখাৰ্জিদেৱো এজন।

তাৰ পাছত, অসংখ্যজনৰ হাহাকাৰ শুনিও কিয় বয়, এই কৈফিয়ৎ তলব আওকাণ কৰি বুঢ়া লুইত আৰু ৩০ বছৰ বৈ থাকিল। '৬৭ চনৰ নিৰ্বাচনৰ পাছত বৈদ্যনাথ মুখাৰ্জি আকৌ মন্ত্ৰী হ'ল। মই তেতিয়া উদ্যোগ বিভাগৰ উপ-সচিব, দুবাৰ অস্থায়ী ডাইৰেক্টৰ হৈ সেই বিভাগৰ 'কূটবুদ্ধিৰাজ' আখ্যা পাইছোঁ। বিশ্বদেৱ শৰ্মা উদ্যোগমন্ত্ৰী, কিন্তু কিবা কাৰণত মুখাৰ্জিদেৱে অস্থায়ীভাৱে উদ্যোগ বিভাগৰো কাম-কাজ চাইছিল। এছেম্ব্লীৰ অধিৱেশন চলি আছিল। উদ্যোগ বিভাগৰ বিষয়ে

কিবা প্ৰশ্ন থাকিলে মুখাৰ্জিদেৱক গৈ মই 'ব্ৰিফিং' অৰ্থাৎ প্ৰশ্নটোত থকা বিষয় সম্পৰ্কে বুজাই দিব লাগিছিল। এতেকে দেখা কৰিবই লাগে। তেখেতে মাতি পঠিয়ায়। তেখেতৰ এটা অভ্যাসে তেখেতক মোৰ বৰ প্ৰিয় কৰি তুলিছিল। তেখেতে কেতিয়াও ৯টা ১০ মিনিট, বা ১০টা ২০ মিনিট, এনেকুৱা সময়ত নামাতে, মাতে ৯টা ১২ মিনিট, বা ১০টা ১৯ মিনিট, এনেকুৱা সময়ত। মই প্ৰাণপণে চেষ্টা কৰোঁ ৯টা ১২ মিনিটত বা ১০টা ১৯ মিনিটত লগ ধৰিবলৈ। কিন্তু প্ৰত্যেকবাৰেই তেখেতে নিজৰ হাতঘড়ীটোৰ ফালে চাই কয়— "এই যে ৯টা ১৩ মিনিট হয়ে গেল, বা এখন মাত্ৰ ১০টা ১৮ মিনিট। তেখেতৰ বিষয়ে বহুতো গল্প আছিল। তাৰে কেইটামান তলত দিওঁ, কিন্তু কিছুমান গল্পৰ লগত সংশ্লিষ্ট ঘটনাবিলাকৰ মই প্ৰত্যক্ষদৰ্শী বা প্ৰত্যক্ষ শ্ৰোতা নহয়। এটা হ'ল মটৰ গাড়ীত ভ্ৰমণৰ বিষয়ে। তেখেতে সদায় ড্ৰাইভাৰৰ কাষত আগৰ ছীটত উঠিছিল বোলে। শ্বিলঙৰ পৰা গুৱাহাটীলৈ নামি আহোঁতে তেখেতে ডাউন ৰাস্তা পালেই গাড়ীৰ 'ছুইছ' নিজেই 'অফ' কৰি দিছিল পেট্ৰ'ল বচাবলৈ। ধনী মানুহ হ'লেও তেখেতে অপব্যয় কৰা বৰ অপছন্দ কৰিছিল। আৰু কথিত আছে যে ড্ৰাইভাৰৰ হৰ্ণ বজোৱাত তেখেতে কেতিয়াও সন্তুষ্ট নহৈছিল। সেই কাৰণে গাড়ীৰ ড্যাছ ব'ৰ্ডত এটা অতিৰিক্ত হৰ্ণ বজোৱা 'বাটন' বহুৱাই লৈছিল। সেইটো তেখেতে নিজে নিয়ন্ত্ৰণ কৰিছিল। এইটো এটা সম্ভৱপৰ ঘটনা, কাৰণ তেতিয়া মই ১৯৭১ চনত তেখেতৰ অত্যধিক সতৰ্কতা লক্ষ্য কৰিছিলোঁ। অৱশ্যে তেতিয়া তেওঁ ড্ৰাইভাৰৰ কাষতো বহা নাছিল, এতেকে অতিৰিক্ত হৰ্ণ বজোৱাটো সম্ভৱপৰ হোৱা নাছিল। সেই বিষয়ে অলপ পাছত লিখিম। মুখাৰ্জিদেৱ এটা সময়ত শিক্ষামন্ত্ৰীও আছিল। সেই সময়তে কটন কলেজৰ প্ৰবাদপ্ৰতিম গণিতৰ অধ্যাপক ৰাধাকান্ত দাস ছাৰে সহকাৰী শিক্ষাধিকাৰ পদটো গ্ৰহণ কৰিছিল। বোধ কৰোঁ চৰকাৰে যচা কাৰণেহে সেই ঘূৰি-ফুৰা কামটো তেখেতে লৈছিল। অফিচত বহি কাম-কাজ কৰা তেখেতৰ মেজাজৰ লগত একেবাৰেই নিমিলিছিল। টেলিফোন যন্ত্ৰটো সকলোৰে কাৰণে আচহুৱা আছিল তেতিয়া। শ্ৰদ্ধেয় ৰাধাবাবুৰ কাৰণে একেবাৰেই আচহুৱা। ৰাধাবাবুলৈ টেলিফোন আহিল। যিজনৰ পৰা মই গল্পটো শুনিছোঁ, তেওঁ যাৰ পৰা শুনিছিল সেই মানুহজনে ৰাধাবাবুৰ কাষতে বহি থকা বুলি দাবী কৰিছিল। তেওঁ এনে ধৰণৰ কথোপকথন চলা বুলি অনুমান কৰিছিল ঃ

ৰাধা বাবু ঃ হেল্লো।
১ম ঃ (নীৰৱতা)
ৰাধা বাবু ঃ হু?
২য় ঃ . (নীৰৱতা)
ৰাধা বাবু ঃ হু হু ইজ্ মু-মুখাৰ্জি?
৩য় ঃ . (নীৰৱতা)

ৰাধা বাবু ঃ বাঘে, বাঘটুৰ মুখতে পল্লু।

মোক যেয়ে গল্পটো কৈছিল, তেওঁক আকৌ যিজনে গল্পটো কৈছিল, তেওঁ 'নীৰৱতা'খিনিৰ কথাখিনি এনেকুৱা বুলি কৈছিল—

১ম (নীৰৱতা) ঃ মুখাৰ্জি স্পিকিং।

২য় (নীৰৱতা) ঃ মুখাৰ্জি স্পিকিং।

৩য় (নীৰৱতা) ঃ দিছ্, ইজ, অনাৰেবল বৈদ্যনাথ মুখাৰ্জি, এডুকেশ্যন মিনিষ্টাৰ।

মুখাৰ্জিদেৱ মাজতে ঢাকাত (তেতিয়া পাকিস্তান) ভাৰতবৰ্ষৰ ডেপুটী হাই কমিশ্যনাৰ হৈছিল। কিছুদিন পাছত তেখেতে সেই পদ ত্যাগ কৰি আকৌ ৰাজনীতিত নামে। ১৯৫২ নে '৫৭ চনৰ এছেমব্লী ইলেক্‌শ্যনত তেখেতে কৰিমগঞ্জৰ চাহবাগান প্ৰধান দক্ষিণ অংশৰ কোনোবা এটা সমষ্টিৰ পৰা প্ৰাৰ্থী হয়। তেখেতৰ বিপক্ষৰ এজন নেতা আছিল শ্ৰমিক নেতা। তেওঁৰ নাম বোধ কৰোঁ তিৱাৰী (ডি এন?) আছিল। মুখাৰ্জিদেৱৰ বিৰুদ্ধে শ্ৰমিক নেতাজনে এনেকুৱা প্ৰচাৰ চলাইছিল বুলি প্ৰবাদ—

শ্ৰমিক নেতা ঃ মুখাৰ্জি ছাব ডেপ্‌টী হাই কমিশ্যনাৰ থে। মাহিনে মে দো হাজাৰ ৰুপিয়া তনখা মিলতি থী। ফেৰ যাহা কিউঁ এম এল এ হোনেকে লিয়ে আয়েঁ? এমেলে মৎলব ক্যা? এমেলে মৎলব হ্যায়, ডাল মে লে, চিনি মে লে, চ্চাৱল মে লে, ও মেলে। এ-মেলে।

আগেয়ে কৈ আহিছোঁ যে ১৯৭১ চনত মুখাৰ্জিদেৱৰ লগত কলিকতাৰ কোনো কোনো ঠাইলৈ যাবলগীয়া হৈছিল আৰু তেতিয়া মটৰ গাড়ী চলোৱা সম্পৰ্কে অত্যধিক সতৰ্কতা লক্ষ্য কৰিছিলোঁ। তেখেতৰ লগত যাবলগীয়া হৈছিল মহাত্মা গান্ধীৰ মূৰ্তি নিৰ্মাণ সম্পৰ্কে। সেই মূৰ্তিটো এতিয়া গুৱাহাটীৰ শৰণীয়া পাহাৰত আছে। মূৰ্তিটো ব্ৰঞ্জত ঢালাই কৰা হৈছিল দমদম বিমান বন্দৰৰ ওচৰৰ বাগুইআটিত। ময়েই তদাৰক কৰোঁ। কিন্তু এখন তদাৰকী সমিতিও গঠন কৰা হৈছিল— তাৰ অধ্যক্ষ মুখাৰ্জিদেৱ। তেখেতক তেখেতৰ বালিগঞ্জৰ ঘৰৰ পৰা মাজে মাজে বাগুইআটিলৈ লৈ গৈ কাম কিমান আগবাঢ়িছে দেখুৱাওঁ। বিখ্যাত ভাস্কৰ আৰু মোৰ প্ৰতি অন্ততঃ অত্যন্ত স্নেহশীল উৎকেন্দ্ৰিক, ৰামকিংকৰ বেইজ মূৰ্তিটোৰ ভাস্কৰ আছিল, আৰু তেওঁৰ প্ৰিয় শিষ্য বিপিন গোস্বামীৰ তত্ত্বাৱধানত মূৰ্তিটোৰ ঢালাই কাম চলি আছিল। শান্তিনিকেতন আৰু বাগুইআটিত কেইবাটাও মজাৰ ঘটনা ঘটিছিল। কেতিয়াবা সেইবিলাকৰ কথা লিখিম।

বালিগঞ্জৰ (ষেইনী পাৰ্ক নে ছানী পাৰ্কত) মুখাৰ্জিদেৱৰ ঘৰৰ পৰাই বাগুইআটিলৈ যাওঁতে প্ৰথমতে বেছি যান-বাহনৰ ভিৰ নাথাকে। মাণিকতলাৰ

ওচৰ পালে যান-বাহন আৰু পথচাৰীৰ ভিৰ বাঢ়ে। কেতিয়াবা ৰাস্তা পাৰ হ'বলৈ ধৰা মানুহৰ উদ্দেশ্যে মুখাৰ্জিদেৱে কৰ্কশনামূলক বাক্য কয়। কেতিয়াবা গাড়ীয়ে মানুহটোক পাৰ হৈ আহে, তেতিয়া তেখেতে পিছফালৰ আইনাইদি আঙুলি দেখুৱাই সাৱধান কৰি দিয়ে। ড্ৰাইভাৰকো লাহে লাহে চলাবলৈ কয়। মাণিকতলাৰ 'মোড়'ৰ পৰা ভি আই পি ৰোডত উঠোঁতে এটা চেপা পাক অৰ্থাৎ 'শ্যাৰ্পটাৰ্ণ' ল'বলগীয়া হয়। এদিন তাতে এটা মানুহ গাড়ীখনৰ আগেদি বৰ কাবেদি লৰ মাৰিলে। মুখাৰ্জিদেৱে পিছফালৰ আইনাইদি ভেঁকাহিটো মাৰিলে— "অ বাছাধন, গেছলা যে এখনি।" তাকো এবাৰ সোঁফালৰ ছাইড আইনাৰে তৰ্জনী আঙুলিটো দেখুৱাই ক'লে— "যাবে কোনও দিন এৰকম ক'ৰে।" মানুহটো তেতিয়া বোধ কৰোঁ এশ মিটাৰমান দূৰ পাইছিলগৈ। ড্ৰাইভাৰ হবিল শ্বাহকো উপদেশ দিলে গাড়ী লাহে লাহে চলাবলৈ। কথা প্ৰসংগত তেখেতে ক'লে যে তেখেতে আমাৰ ভাস্কৰ বিপিন গোস্বামীৰ দেউতাকক চিনি পাইছিল, আৰু ক'লে যে তেখেতে আৰ্ট-টাৰ্টৰ কথা একো নাজানে আৰু ডেকাকালত শৰীৰচৰ্চা কৰিছিল— "পালোৱানী, বুঝেছেন না? কুস্তির আখরায় মুদ্গর ঘোরাতাম!"

আৰু এজন মন্ত্ৰীৰ তলত কাম কৰাৰ মোৰ সৌভাগ্য হৈছিল— স্বৰ্গীয় মহেন্দ্ৰ নাথ হাজৰিকাৰ তলত। সাত্ত্বিক মানুহ, গান্ধীবাদী, পকা থেকেৰাৰ দৰে ৰঙচুৱা বৰণ। তেওঁৰো এটা 'মৰম লগোৱা অভ্যাস' অৰ্থাৎ 'এনডিয়াৰিং হেবিট' আছিল। অফিচৰ চকীত বহাৰ আগেয়ে ধুতিৰ আগৰ ফালৰ 'খোৰ'টো পিছফাললৈ মাৰি পঠিয়াই চকীৰ ওপৰত লেপেটা কাঢ়ি বহে। তেখেত ৰেচম আৰু বয়ন বিভাগৰ কেবিনেট মন্ত্ৰী, মই উপ-সচিব।

"পিছে বৰুৱা, আপোনাৰ জাগীৰোড মিলৰ লাভ হৈছে নে?" —এজাম স্পান ছিল্ক মিল্ছৰ কথা কৈছিল।

"নাই হোৱা ছাৰ। এইবাৰো লোকচান।"

"মই কৈছিলোঁ নহয়? লাভৰ ভিতৰত এতিয়া মোৰ সেই কঁকালত মেখেলা পিন্ধা ছোৱালজনীৰ টাকুৰিত কাটিবলৈ খোলা নাই। মই কৈছিলোঁ নহয় যে কুটিৰ শিল্পৰ কেঁচামাল বৈ গ'লেহে মিললৈ নিব লাগে।"

"হয় ছাৰ, সেই সময়ত মই নাছিলোঁ। মই কেবিনেট ডিচিছন থকা ফাইলটো পঢ়ি চাইছোঁ। তাত আপোনাৰ নোটটো পঢ়িছোঁ।"

"পঢ়িছেনে? পালেনে এতিয়া?"

মই ক'লোঁ— "ছাৰ, মযো সেই ধৰণেই ভাবোঁ, এতিয়াও ছাৰ।"

তেখেতে বৰ ভাল পালে। এনেতে তেখেতৰ টেবুলত থকা ফোনটো বাজিল। তেখেতৰ প্ৰাইভেট ছেক্ৰেটেৰী আছিল তেতিয়া ক্ষীৰোদ গগৈ। মিলতৰ প্ৰধান ছেক্ৰেটেৰিয়েট ঘৰটো তেতিয়া সৰু আছিল, প্ৰাইভেট ছেক্ৰেটেৰীৰ কাৰণে বেলেগ কাম নাছিল। মন্ত্ৰীৰ কাষতে এখন সৰু টেবুলত প্ৰাইভেট ছেক্ৰেটেৰী

বহে। মূল টেলিফোনটো প্ৰাইভেট ছেক্ৰেটেৰীৰ টেবুলত, এক্সটেন্‌শ্যনটো মন্ত্ৰী মহোদয়ৰ টেবুলত। প্ৰাইভেট ছেক্ৰেটাৰী ক্ষীৰোদ গগৈ (এসময়ত তেওঁ 'গগৈ' উপাধিটো এৰি ক্ষীৰোদ মানুহ বুলি নিজ পৰিচয় দিছিল, বা অন্ততঃ দিব বুলি কৈছিল) নাই। বোধ কৰোঁ তেওঁ এক্সটেন্‌শ্যন বুটামটো টিপি টেলিফোনটো ডাইৰেক্ট কৰি থৈ গৈছিল। মন্ত্ৰী মহোদয়েই তেখেতৰ টবুলৰ টেলিফোনটো তুলি লৈ, তেখেতৰ গম্ভীৰ, শান্ত, মিহি মাতটোৰে ক'লে, "গগৈ নাই।" আকৌ আমাৰ কথা-বতৰা চলিল। সেইবাৰ, যিমানদূৰ মনত পৰে, খাদী বৰ্ডৰ কথা ওলাইছিল। এজন চীফ্ এগ্‌জিকিউটিভ অফিচাৰ লাগে। সেই বিষয়াজন সাধাৰণতে ১ম শ্ৰেণীৰ ছিনিয়ৰ গ্ৰেডৰ এ চি এছ বিষয়া হয়। সেইবাৰ বোধ কৰোঁ স্বৰ্গীয় বিমান বৰা চীফ্ এগ্‌জিকিউটিভ অফিচাৰ হৈছিল। মন্ত্ৰী মহোদয়ে মোৰফালে অলপ অৰ্থপূৰ্ণভাৱে চাই কোৱা যেন লাগিল— "মোক এজন খাদীত বিশ্বাস থকা অফিচাৰ লাগে।"

মানুহৰ অহমিকাৰ শেষ নাই। মই মন্ত্ৰীয়ে মোৰ ফালে টোঁওৱা বুলি ভাবিছিলোঁ। এনেতে আকৌ টেলিফোন আহিল। মন্ত্ৰী মহোদয়ে আকৌ টেলিফোনটো দাঙি কিঞ্চিৎ বিৰক্তিৰ সুৰত ক'লে— "এ, গগৈ নাই।"

সেই সময়তে মই ভাবিছিলোঁ বুলি এতিয়া ভাবোঁ— "ফেইথ্‌ফুলনেছ্ দিব পাৰোঁ, কিন্তু 'ফেইথ্' ড্যাট ইজ এনাদাৰ ম্যাটাৰ।"

তাৰ পাছতো কথা-বতৰা চলিয়েই আছিল।

এনেতে আকৌ টেলিফোন বাজিল।

এইবাৰ মন্ত্ৰী মহোদয় বেছ বিৰক্ত হ'ল। টেলিফোন তুলি ক'লে— "এ গগৈ নাই।" তাৰ পাছত মোৰফালে চাই ক'লে— "কোন এইজনী ছোৱালীয়ে বাৰে বাৰে গগৈক ফোন কৰি থাকে।"

স্বৰ্গীয় হাজৰিকাদেৱে ফাইলত দিয়া ইংৰাজী নোট পঢ়িব পাৰিছিল আৰু বুজিও পাইছিল, কিন্তু ইংৰাজীত দুই-এটা শব্দৰ বাহিৰে বেছি কথা লিখিব নোৱাৰিছিল। সেইকাৰণে আমাৰ ভিতৰৰে কোনো প্ৰস্তাৱত সন্মতি প্ৰকাশ কৰিব লাগিলে (৯৯% অফিচ প্ৰস্তাৱতে মন্ত্ৰীয়ে সন্মতি প্ৰকাশ কৰে), তেখেতে 'তথাস্তু' লিখে। কথাটো সঁচা নহয়। কিন্তু আচৰিত কথা আছিল যে হাজৰিকাদেৱ গ্ৰাম্য উন্নয়নৰ মন্ত্ৰী থাকোঁতে, পাকিস্টাইন চাহাব ছেক্ৰেটেৰী আছিল। তেখেতে অসমীয়া নাজানিছিল। একেবাৰেই বুজিব নোৱাৰিছিল— লিখা বা পঢ়াৰ কথা দূৰত থক— কি সুন্দৰ শাসন ব্যৱস্থা চাহাবে আমাৰ কাৰণে এৰি গৈছিল। মন্ত্ৰীয়ে ইংৰাজী নাজানে, অথচ প্ৰশাসন নিয়াৰিকৈ চলে। কিন্তু এবাৰ মন্ত্ৰী মহোদয়ে ছেক্ৰেটেৰী চাহাবৰ লগত সহমত হ'ব নোৱাৰিলেই, ছেক্ৰেটেৰীৰ 'নোট'টোত ভালকৈয়ে অসন্তুষ্ট হ'ল। তেতিয়া তেখেতে এই বুলি এটা আদেশ দিলে বোলে—

"Secy -এ এই বিষয়ে বিতংকৈ নজনাকৈ এনে note দিয়াটো যুগুত হোৱা নাই।" সম্মতি জনালে তেখেতে লিখিছিল— "সম্মতি জনোৱা হ'ল।"

এজন বৰ মৰমিয়াল মন্ত্ৰী আছিল স্বৰ্গীয় ৰূপনাথ ব্ৰহ্ম। তেওঁ মোক কেতিয়াবা 'তই' বুলিও মাতিছিল। তেখেতক মই ঘনাই পাইছিলোঁ লখিমপুৰত এছ ডি অ' হৈ থাকোঁতে, অথচ মই সাত মাহ আৰু কেইদিনমানহে আছিলোঁ। তেখেতে খোৱা-লোৱা, মাছ-পুঠি এইবিলাকত বৰ খবৰ লৈছিল। তেখেতৰ এজন নিৰাপত্তাৰক্ষী আছিল। নাম বিধু। বিধু সাধাৰণ পোছাকত থাকে। তেতিয়া ইউনিফৰ্ম পিন্ধা দেহৰক্ষী মোতায়েন কৰা হোৱা নাছিল।

জাৰৰ দিনৰ পুৱা। সুন্দৰ কোমল ৰ'দ পৰিছে। মন্ত্ৰী মহোদয়ে প্ৰধান চাৰ্কিট হাউছ ভৱনৰ প'ৰ্টিকত বহি স্থানীয় দলীয় নেতাসকলৰ লগত ৰাজনৈতিক আলোচনা কৰিছে। চহৰৰ কাষৰে যাগৰ ঘাটলৈ একেবাৰে 'টাট্কা' (শব্দটোৰ অসমীয়া নাই। ইং- ফ্ৰেশ্য) লখিমপুৰৰ বিখ্যাত পাভ মাছৰ বৃহত্তমকেইটা আনিবলৈ গাড়ী পঠিওৱা হৈছে, মই মোৰ একমাত্ৰ 'বন্ধগলা' (গলাবন্ধ বুলি নক'ব, দিল্লীত হাঁহিব) কোটটো পিন্ধি ঘাঁহে ঢকা চোতালত ৰ'দ লৈছোঁ, এনেতে বিধুৱে এটা প্ৰকাণ্ড মাম্‌লেট (অম্‌লেট্) আনি সন্মুখৰ টেবুলত দিলে। মই বুজিলোঁ, 'পেছাদাৰী' কাজ। আমাৰ চাৰ্কিট হাউছৰ ৰান্ধনি আলিচুৰে চাহাব গৱৰ্ণৰকো খানা ৰান্ধি খুৱাইছে, কিন্তু বিধুৰ মামলেট তাৰো ওপৰ খাপৰ। মই মামলেটত একামোৰ মাৰিয়েই বিমুগ্ধ হৈ ওচৰতে হাত কচালি থিয় হৈ থকা বিধুক (শ্যামল বৰণ, কৃশতনু, ৰং যোৱা কলীয়া লংপেণ্ট, নীলাভ ছাৰ্ট, ভৰিত কেণ্ডলেশ্যন হাৱাই চেণ্ডেল) ক'লোঁ— "বৰ সুন্দৰ হৈছে, হে বিধু।" বিধুৱে হাত কচলোৱাৰ স্পীড বঢ়াই ক'লে— "মই ছাৰ, কেলনাৰ কোম্পানীত কাম কৰিছিলোঁ, ছাৰ।" '৪০ চনৰ পাছত জন্ম লোৱাৰ দুৰ্ভাগ্য হোৱা পাঠক প্ৰভুসকলে কেলনাৰ কোম্পানী কি নাজানিব। কাৰ্যবাহী সম্পাদক মহাপ্ৰভুৰ আবিৰ্ভাৱলৈকে তেতিয়াও আৰু দুকুৰি বছৰ বাকী। তেনেকুৱা সময়ত কেলনাৰ কোম্পানীয়ে সদৌ ভাৰতৰ ৰেলসমূহৰ 'কেটাৰাৰ' আছিল। কেলনাৰ কোম্পানীৰ যহত শিয়ালদহ, হাওড়াতো বাদেই, আমাৰ ৰঙিয়া, লামদিং আদি ষ্টেচনতো 'খুশবু' আমোলমোলাই থাকে। সেইহেন চাহাব কোম্পানীত বিধুৱে কাম কৰিছিল। হ'বইতো ইমান ভাল মাম্‌লেট।

মই সুধিলোঁ, "পিছে তুমি পুলিচত কেনেকৈ কাম পালা?"

বিধু (মন্ত্ৰী মহোদয়ে বহি থকা ফাললৈ ভক্তিভাৱে মুখমণ্ডলেৰে টোৱাই)— ছাৰে ক'ৰবাত শুনিলে মই ভাল ৰান্ধিব পাৰোঁ বুলি। মোক পুলিচত সুমুৱাই দি নিজৰ লগত ৰাখিলে।

বিধু মন্ত্ৰী মহোদয়ৰ চিৰসংগী। লখিমপুৰৰ পশ্চিম-দক্ষিণে বঙালমৰাত মিটিং। বিধুতো থাকিবই লাগিব। কিন্তু মিটিঙলৈ গৈহে জানিলোঁ বিধুৰ আৰু এটা ভাও

আছে— বিদূষকৰ। আমি গৈ মিটিঙৰ ঠাই পালোঁ। ওখকৈ মঞ্চ এখন সজা হৈছে। মন্ত্ৰী মহোদয়ে এফালে এছ ডি অ' আৰু এফালে এছ ডি পি অ'ক লৈ বহিল। তেখেতৰ ঠিক পিছতেই বিধু। স্থানীয় নেতা দুই-এজনো আছিল নেকি পাহৰিলোঁ। মন্ত্ৰী মহোদয়ে বৰ সুন্দৰ নাটকীয় ভংগীত কথা কৈছিল। মোৰ এখন নাটক চাই থকা যেনেই লাগিছিল। প্ৰথমতে তেখেতে বন সংৰক্ষণৰ কথা ক'লে ঃ

— আজি কেইবছৰমান আগেয়ে মই কচুগাঁৱৰ উত্তৰৰ জংগললৈ গৈছিলোঁ। বাপ্ কি জংগল হে! দিনতো একো নেদেখি! হাতীত উঠি গৈ আছিলোঁ, আন্ধাৰ-মুন্ধাৰ! এই বিধু ক ক, গৈছিলোঁ নে নাই।

বিধুৱে থিয় হৈ হাতযোৰ কৰি ক'বলৈ ধৰিলে— "হয় ছাৰ, মই হাতীৰ নেজত ধৰি ওলমি গৈছিলোঁ।"

মন্ত্ৰী মহোদয় ঃ শুনক, শুনক ৰাইজ! ইমান জংগল। যোৱা বছৰ গৈ দেখোঁ যে গছ-গছনি কমি গৈছে। কাটিছে। এনেকৈ কাটি থাকিলে জংগল নোহোৱা হৈ যাব। পৰিণাম ভীষণ, ভীষণ। গছ যিমান কাটিলে নচলে সিমানহে কাটিব।

একতাৰ আৱশ্যকতাৰ বিষয়ে তেখেতে আৰম্ভ কৰিছিল— নিগ্ৰো দেখিছে, নিগ্ৰো? (হাতেৰে ভংগী কৰি) ইয়াঁ ইয়াঁ, তাগ্ৰা তাগ্ৰা। তেওঁলোকৰ মাজত এজন বৰ ডাঙৰ মানুহ আছিল। বুকাৰ টি ৱাশ্বিংটন। তেওঁ কি কৈছিল জানে? এডাল ইকৰা পট্‌কৈ ভাঙিব পাৰি, কিন্তু বহুত ইকৰা একেলগ কৰি মুঠি বান্ধি লক, ভাঙিব নোৱাৰি (ভঙাৰ ভংগী কৰে)।

তাৰ পাছত (চকু টিপিয়াই মাতটো অলপ সৰু কৰি)— ইয়াত কিবা-কিবি বেয়া বস্তু খোৱা হয় বোলে?— বাঁহৰ চুঙাত থোৱা হয়? সেইবিলাক খাব নালাগে। শেষৰ কথাখিনিৰ সুৰ বৰ কন্‌ভিন্সিং নহ'ল।

মিটিং শেষ হ'ল। স্বৰ্গীয় ব্ৰহ্মদেৱৰো বৈদ্যনাথ মুখাৰ্জিৰ দৰে গাড়ীৰ আগেৰে দৌৰ মাৰি ৰাস্তা পাৰ হৈ যোৱা মানুহবিলাকক মটৰৰ পিছফালে আইনাৰে ডাবি দি থকাৰ অভ্যাস আছিল— "মুৰ্‌বি, মুৰ্‌বি বাচ্চা।" তেতিয়া ৰঙালমৰাৰ ফালে বহুতো মৈমনসিঙীয়া মানুহ আছিল (এতিয়া ন-অসমীয়া বোলে হ'বলা)। তেওঁলোকৰ প্ৰায় প্ৰত্যেকৰে এটা ধাৰণা আছিল যে মটৰৰ হৰ্ণ বজালে তেওঁক উদ্দেশ্য কৰিয়েই বজোৱা হৈছে। এতেকে তেওঁ ৰাস্তাৰ যি ফালেই থাকক— সোঁফালে, বাঁওফালে, তেওঁ তাৰ ওলোটাফালে লৰ মাৰে। ইফালে ৰাস্তাত বেছ ধূলি। দৌৰ মৰা মানুহটো নেদেখা হ'লেও মন্ত্ৰী মহোদয়ে হৰ্ণ দিয়েই থাকে।

পাছদিনা তেখেত যাব। পুৱা সোনকালেই গৈ মই চাৰ্কিট হাউছত হাজিৰ হ'লোঁ। দেখোঁ এদল মাৰোৱাৰী ব্যৱসায়ীয়ে লনৰ ওপৰত মন্ত্ৰী মহোদয়ক প্ৰায় ঘেৰি আছে। মই সোমায়েই শুনো তেখেতে ব্যৱসায়ীসকলক কৈ আছে— "আঁ আঁ, আপোনালোকে

পাৰিব।" মই লৰালৰিকৈ গৈ বুজিলোঁ যে ব্যৱসায়ীসকলে মন্ত্ৰী মহোদয়ক ধৰা-ধৰি কৰিছে যে তেওঁলোককো ধান 'প্ৰকিওৰমেন্ট' কৰিবলৈ দিব লাগে। সেই অনুৰোধৰ উত্তৰত তেখেতে কৈছে— "পাৰিব।" মই সৰু সৰুকৈ ক'লোঁ যে ছাৰ, গৰ্ভৰ্নমেণ্টে এপেক্স কো-অপাৰেটিভক এই মহকুমাত ধান প্ৰকিওৰমেণ্টৰ মনোপলী দিছে, ব্যক্তিগত ব্যৱসায়ীয়ে ইয়াত ধান কিনিব নোৱাৰে। মন্ত্ৰী মহোদয়ে তেতিয়া ব্যৱসায়ীবিলাকৰ ফালে ঘূৰি চাই বিনাদ্বিধাই ক'লে, "হেৰি, আপোনালোকে নোৱাৰে। এই এওঁ কৈছে," বুলি মোৰফালে চালে।

ঘূৰি আহি চাৰ্কিট হাউছৰ বাৰাণ্ডাত বহি তেখেতে অলপ আক্ষেপৰ সুৰত ক'লে— "এই মোৰ বনমন্ত্ৰীটোৱে ভাল আছিল এ, মোক ছাপ্ৰাইটু দি আছলে মোৰ বদনাম কৰিবা খুজিছে।"

# নাৰি কৈখুশ্ৰু ৰুস্তমজী

কলকাতাৰ গড়িয়াহাট ৰোড আৰু ৰাসবিহাৰী এভিনিউ চাৰিআলিৰ পূবলৈ, অলপ দূৰত, গড়িয়াহাট ৰোডৰ পশ্চিম কাষত, প্ৰেছিডেন্সী কৰ্ট। ১৯৪৭ চনত প্ৰথম কলকাতালৈ যাওঁতে এনে কৰ্ট বুলি ক'লে আমাৰ কাছাৰী বুলিয়েই ভাবিছিলোঁ! বোলে নহয়। ফ্ল্যাট সমষ্টিহে। প্ৰেছিডেন্সী কৰ্টত সংলগ্ন বাথৰুমেৰে সৈতে এটা কোঠা তেতিয়া ভাৰা ল'ব পৰা গৈছিল। কোনোবা বন্ধুৰ ৰুমত তাত আড্ডা বহিছিল। চন ১৯৬৯/৭০ হ'ব। আড্ডাত কোন কোন আছিল পাহৰিলোঁ— এজনৰ বাহিৰে— বীৰেন সাহা। তেতিয়া কলকাতা পুলিচৰ ডেপুটী কমিশ্যনাৰ, শেষত বোধ কৰোঁ পশ্চিমবংগৰ ডি জি পি হৈছিল। পশ্চিমবংগ চৰকাৰৰ কোনোবা এজন উচ্চপদস্থ বিষয়াও আছিল। তেৱেঁ মোক প্ৰশ্নটো কৰিলে— "আপোনালোকৰ ছিনিয়ৰ অফিচাৰবিলাকৰ চাল-চলন কেনেকুৱা?"

ফৰাচীত এষাৰ কথা আছে 'এস্প্ৰি দে স্কালিয়ে'। আক্ষৰিক অৰ্থ— চিৰি নামোতে ওপজা প্ৰত্যুৎপন্নমতিত্ব। মোৰ আটাইতকৈ মৰ্মান্তিক এনেকুৱা প্ৰত্যুৎপন্নমতিত্ব হৈছিল ১৯৫৩ত। মই ভাৰতীয় ৰাজস্ব সেৱাৰ প্ৰবেশ্যনাৰ। আমাৰ 'টপ বছ' এ চি ৰায়ে কামিজ পিন্ধি টেবুলৰ ওপৰত স্মাৰ্টলী বহি আমাক ছেকেণ্ড ৰেট বুলি ক'লে। মানে ফাৰ্ষ্ট ৰেট হোৱা হ'লে আমি আই এ এছতে চাকৰি পালোঁহেঁতেন। ছেকেণ্ড ৰেট হোৱা কাৰণেহে আই আৰ এছত পাইছোঁ। মই মনে মনে থাকিলোঁ। মিটিং শেষ হোৱাতহে মনত পৰিল যে মই ক'ব পাৰিলোঁহেঁতেন এ চি ৰায়ক যে তেৱোঁ ছেকেণ্ড ৰেট, ফাৰ্ষ্ট ৰেট হোৱা হ'লে তেৱোঁ আই চি এছ হ'লহেঁতেন। সেইটোৱেই 'এস্প্ৰি দে স্কালিয়ে', অৰ্থাৎ উত্তৰ দিবৰ উপযুক্ত সময় পাৰ হৈ যোৱাৰ পাছতহে উত্তৰটো মনত পৰা। আজি ৫০ বছৰৰ পাছতো হুলৰ দৰে বিন্ধি আছে।

সেইদিনা কিন্তু সপ্ৰতিভ, সত্য আৰু সুবিন্যস্ত উত্তৰটো সাৱলীলভাৱে ওলাই

আছিল ঃ

"আমাৰ ছিনিয়ৰ ম'ষ্ট অফিচাৰ দুজনৰ এজনে অলপ চেৰাবলীয়া ভাও ধৰি মোৰ দৰে নিঃকিনকো 'আৰে, য়াৰ' বুলি পিঠিত চাপৰ মাৰে, কিন্তু আচলতে নিজৰ স্বাৰ্থত একদম ঠিক। আৰু আনজনে নিজকে ভাবে খুব 'ব্যালেন্সড্', নৰ্মেল, বুদ্ধিমান আৰু সাৱধান, কিন্তু আচলতে তাৰ ঠিক ওলোটা।"

দ্বিতীয়জনৰ কথা ক'বলৈ ওলাইছোঁ, নাৰি কৈখুশ্রু কন্তমজী— আই চি এছ অক্সফ'ৰ্ড এডুকেটেড, ভায়'লিনিষ্ট, নৃতত্ত্ববিদ (?), লেখক, চিকিমৰ প্ৰধান মন্ত্ৰী, ভুটানৰ ৰজাৰ উপদষ্টা, 'নেফা'ৰ গৰ্ভৰ্নৰৰ উপদেষ্টা, অসমৰ মুখ্য সচিব, মেঘালয়ৰ মুখ্য সচিব, উৎসুক, উৎকেন্দ্ৰিক আৰু মাজে মাজে 'স্বৰূপ ছিন্ন' অৰ্থাৎ 'প্ৰেইন'বোৰ।

তদুপৰি, 'ট্ৰাইবেল বিষয়ে সৃষ্টিবাদ্যেৰ ধাতুঃ'।

*স্মৃতিকথা* লেখাৰ এই মস্কিল, কালানুক্ৰিক হিচাপে যাম নে উচ্চ বিন্দু অৰ্থাৎ 'হাই পইন্ট' হিচাপে যাম। কন্তমজী চাহাবৰ বেলিকা উচ্চ বিন্দু পদ্ধতিটোকে বাছি ল'লোঁ, কাৰণ সকলো ঘটনাৰ চন-তাৰিখ মনত নাই। তেওঁৰ লগত মোৰ ভালকৈ পৰিচয় হয় যেতিয়া মই তেওঁৰ অনুৰোধত তেওঁৰ কিতাপ Imperilled Frontiers-ৰ প্ৰুফ চাই আছিলোঁ। কিতাপখন অক্সফ'ৰ্ড ইউনিভাৰ্ছিটী প্ৰেছে উলিয়াইছিল। মই কলকাতাত অসম চৰকাৰৰ বাণিজ্য উপদেষ্টা। প্ৰেছে মোলৈ প্ৰুফ পঠিয়াই দিয়ে, মই চাই আকৌ প্ৰেছলৈ পঠিয়াওঁ। কন্তমজী চাহাব অসমৰ মুখ্য সচিব। তেওঁ কলকাতালৈ আহিলে 'অসম ভৱন'ত নাথাকে, দমদমৰ এয়াৰপ'ৰ্টৰ ওচৰৰ 'ভুটান হাউছ'ত থাকে। তাত তেওঁৰ বন্ধু ভুটান চৰকাৰৰ প্ৰতিনিধি বক্সীৰ আধিপত্য। বক্সী ভুটানৰ সকলো কথাতে প্ৰতিনিধি— বাংলাত কোৱাৰ দৰে 'জুতা সেলাই থেকে চণ্ডীপাঠ পৰ্যন্ত'।

এবাৰ আহোঁতে কন্তমজী চাহাবে মোক ভুটান হাউছলৈ মাতি পঠিয়ালে— তেওঁ তেওঁৰ বন্ধু হিমালয়প্ৰেমী আৰ্টিষ্ট ডেছমণ্ড ডইগৰ ফ্লেটলৈ যাব। ফ্লেটটো মিণ্টো পাৰ্কত। দক্ষিণ কলকাতৰ ভৱানীপুৰ কবৰখানাৰ ওচৰত। মই গাড়ী ড্ৰাইভাৰ লৈ হাজিৰ হ'লোঁ। বাটত কথা-বতৰা চলিল। তেওঁ বৰ খৰকৈ কথা কৈছিল। সুধিলে— "ইউ, ইউ নো দিছ বক্সী?"

মই ক'লোঁ, ভাৰ জানো। ভুটানৰ ৰজাই তেওঁক 'দেতো' অৰ্থাৎ 'লৰ্ড' উপাধিৰে ভূষিত কৰিছে।

— দেতো ইজ অলৰাইট, কলকাতাৰ টিভোলি ক'ৰ্ট নামৰ অতি অভিজাত এপাৰ্টমেণ্ট হাউছটোও তেওঁৰ। কিন্তু তাৰ কথা মই নাজানো বুলি কোৱাত তেওঁ (কন্তমজী চাহাব) ক'লে— "মই যেতিয়া ডিব্ৰুগড়ত ডি চি আছিলোঁ, যুদ্ধৰ

সময়ত, তেতিয়া বক্সীয়ে চাইকেলৰ বেকত কাপোৰৰ ডাঙৰ এটা বোজা লৈ ঘৰে ঘৰে ফেৰি কৰি ফুৰিছিল।"

তেওঁ ডিব্ৰুগড়ৰ কথা কওঁতে মোৰ অন্য এটা ঘটনাৰ কথা মনত পৰি গ'ল। ঘটনাটোৰ বিবৰণ তেওঁৰ আত্মজীৱনীখনতে এনচ্চান্টেড ফ্ৰণ্টিয়াৰ্ছত আছে। ৰুস্তমজী চাহাব ডি চি আতাউৰ ৰহমান চাহাব (পাছলৈ আই জি পি আৰু তাৰো পাছলৈ অগপ সাংসদ) এছ পি। ডিগবৈ শোধনাগাৰত ধৰ্মঘট হৈছে, তাৰ সপক্ষে বা বিপক্ষে (একেই কথা) ডিব্ৰুগড়ত সমদল ওলাইছে। ১৪৪ ধাৰা বলবৎ আছে। ডি চি আৰু এছ পি এটা পুলিচ বাহিনীৰ নেতৃত্ব দি আগত আছে (তেতিয়া তেনেকুৱাই প্ৰথা আছিল, 'লীডিং ফ্ৰম দি বেক্' অৰ্থাৎ পিছফালৰ পৰা নেতৃত্ব দান আদি সুন্দৰ আধুনিক প্ৰথা প্ৰচলিত হোৱা নাছিল। আনকি মোৰ দৰে অলপ ধতুৰা মানুহেও ১৯৬৩ চনত লখিমপুৰৰ লালুক থানা (?)ৰ অ' চি, ১জন হাবিলদাৰ, ৬জন কনিষ্টবল লৈ আগে আগে মাৰ্চ কৰি গৈছিলোঁ— ভাগ্যে একো নহ'ল।) প্ৰসংগক্ৰমে, ১৪৪ ধাৰা জাৰি কৰাৰ কেইবাটাও মজাৰ গল্প আমাৰ কৃত্যক প্ৰবাদ অৰ্থাৎ 'ছাৰ্ভিচ ফ'কলোৰ'ত আছে। এটা ভাল ছেম্পোল হৈছে বনৰীয়া ম'হৰ ওপৰত ১৪৪ ধাৰা জাৰি কৰা।

সমদল আহি পালে। বিধিগতভাৱে ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেট ৰুস্তমজী চাহাবে দণ্ড সংহিতাৰ মন্ত্ৰ মাতি সমদলক নিষিদ্ধ ঘোষণা কৰিলে। আৰু পত্ৰং দিবলৈ হুকুম দিলে। হুকুম নমনাত ৰুস্তমজী চাহাবে লাঠী চাৰ্জৰ অৰ্ডাৰ দিলে। যিমানদূৰ মনত পৰে ৰুস্তমজী চাহাবৰ আত্মজীৱনীত কথাখিনি এনেকৈ আছে— (অনুবাদ কৰি দিছোঁ) ঃ ডেকা, 'ইম্পেটুৱাছ' (প্ৰচণ্ড, ভয়ংকৰ, ৰুদ্ৰ প্ৰবল) আতাউৰে সমদলৰ ওপৰত জঁপিয়াই পৰিল। অলপ ইফাল-সিফাল হোৱা হ'লে ডি চিয়েই লাঠী চাৰ্জৰ প্ৰথম বলি হ'লহেঁতেন।

যি হ'ক, আমি দমদমৰ পৰা গৈ মিণ্টো পাৰ্ক পালোঁ, ডেছমণ্ড ডইগৰ ফ্লেটটো এটা মিউজিয়ামেই প্ৰায়। চিকিম আৰু ভূটানৰ পৰা সংগ্ৰহ কৰা কাঠৰ মুখাবিলাক, সৰু সৰু বেৰত ওলোমোৱা কাৰ্পেট, তংখা বোলে বোধ কৰোঁ। কেইটামান ধুনীয়া ধুনীয়া ২০/২২ বছৰীয়া ডেকা ল'ৰা— প্ৰসংগক্ৰমে, ডেছমণ্ড ডইগ সমকামী অৰ্থাৎ হ'ম'ছেক্সুৱেল আছিল— সকলো হিমালয়ৰ পাদদেশৰ। বগা বগা, কোমল কোমল, মসৃণ বদন, দীঘল হিপি চুলীয়া, মংগলইড মুখ! আমাৰ সুনীতি কুমাৰ চেটাৰ্জিয়ে এওঁলোকক কীৰাট বুলিছে।

ডইগে ক'লে যে তেওঁৰ কেৱল ইণ্ডিয়ান জিন আৰু বিয়াৰ আছে। ৰুস্তমজীয়ে ক'লে তেওঁ 'জিন' আৰু 'লাইম' খাব। মোক সোধোঁতে মই ক'লোঁ 'জিন'-এ মোৰ নুশুজে, মই বিয়াৰকে খাম। ড্ৰিংকৰ লগে লগে সদালাপ চলিল। বিবিধ মদৰ গুণা-গুণ সম্বন্ধে কথা হ'ল। ৰুস্তমজী ছ'চিয়েল ড্ৰিংকাৰ— মিতপায়ী। মই

সিমান মিতপাৰী নহয়, কিন্তু 'বছ'ৰ লগত আছোঁ। 'বেসামাল' হোৱাটো ঠিক নহ'ব। কিছু সময়ৰ পাছত আমি ডইগ চাহাবৰ পৰা বিদায় লৈ গাড়ীত উঠিলোঁ। কন্তমজী চাহাবে ক'লে— "চিকিমৰ চোগিয়াল ইয়াতে আছে, সোমাই যাওঁ বলা।" মই ক'লোঁ "ব'লক ছাৰ", ড্ৰাইভাৰক চিকিম হাউছলৈ যাবলৈ ক'লোঁ— সেইটো অসম ভৱনৰ ওচৰতে কড্ ষ্ট্ৰীটত আছিল তেতিয়া। উঠি গ'লোঁ। চোগিয়ালৰ বাৰাণ্ডালৈ ওলাই আহিল— অলপ বতাহত কঁহুৱাৰ পাত লৰাৰ দৰে লৰি আছে। দীঘল গাউন এটা পিন্ধি আছে— চিকিমীয়সকলৰ জাতীয় পোছাক। টোপা নে তেনেকুৱা কিবা এটা বোলে। কন্তমজী চাহাবৰ আত্মজীৱনীত তেনেকুৱা চোলা এটা পিন্ধি তোলা তেওঁৰ এখন ছবি আছে। তেওঁ এসময়ত চিকিমৰ 'দেৱান' অৰ্থাৎ মুখ্য মন্ত্ৰী আছিল। চোগিয়ালে আমাক ৰাজকীয় সৌজন্যেৰে ভিতৰলৈ লৈ গ'ল। কিবা খুব ভাল ৰাজকীয় হুইস্কি-ৰয়েল চেলিউটেই নেকি "হুইস্কি আফটাৰ বিয়াৰ হ্যাভ নো ফিয়াৰ", সিদ্ধ পুৰুষৰ এই আপ্তবাক্য স্মৰণ কৰি খালোঁ। বেছি খোৱা নাছিলোঁ। তাৰ পাছতে বিদায় লৈ আকৌ গাড়ীত উঠি দমদমৰ ফাললৈ আগবাঢ়িলোঁ। অলপ গৈয়েই গম পালোঁ গোলাপী নিচা ধৰিছে। কন্তমজী চাহাবৰ এটা অভ্যাস আছিল অনবৰতে প্ৰশ্ন সুধি থকা। তেওঁৰ ককায়েক মেনেজমেণ্ট এক্সপাৰ্ট। বহুদিনৰ পাছত তেওঁক গুৱাহাটীৰ ব্ৰহ্মপুত্ৰ অশোক হোটেলত পাইছিলোঁ। একে অভ্যাস। যি হ'ক, তেওঁ এবাৰ সুধিলে মোৰ ফেভাৰিট প'য়েট কোন। মই ক'লোঁ টি এছ এলিয়ট। তেওঁ তেতিয়া ভুলীয়া ল'ৰাক ধৰা দি মোক ধৰিলে, কেইটা লাইনমান মুখস্থ মাতিবলৈ। আচলতে নিচাই মোক ভালকৈ ধৰিছিল। মই 'এপ্ৰিল ইজ দি ক্ৰুৱেলেষ্ট মান্থ' বুলি এলাইন মাতি আৰু মাতিব নোৱৰা হ'লোঁ। গাড়ী গৈ আছে। হঠাতে চীফ্ ছেক্ৰেটেৰীৰ পিঠিত এটা চাপৰ মাৰোঁ বুলি হাতখন উঠাইছিলোঁ, তেনেতে মোৰ বন্ধু ফিল্ড মাৰ্শেল (মিলিটাৰীৰ নহয়, এক্সাইজৰ) মেকৰ সাৱধান বাণী মনত পৰি গ'ল। তেওঁ কৈছিল যে যিমান খাব খাবি, কিন্তু দুটা কাম নকৰিবি— 'বছ'ৰ পিঠিত নচপৰিয়াবি, আৰু 'বছ'ৰ ঘৈণীয়েকৰ লগত ফ্লাৰ্ট নকৰিবি। নিবৃত্ত হ'লোঁ। দমদম পালোঁগৈ। ভূটান হাউছত ডেটো বক্সী বৈ আছিল। তেওঁ ক'লে যে মোৰ অলপ ডেনিশ্য বিয়াৰ আছে, খোৱা যাওক। খোৱা হ'ল। সিদ্ধ পুৰুষসকলৰ বাণী অৱমাননা কৰা হ'ল— "বিয়াৰ আফটাৰ হুইস্কি, এ লিট্‌ল ৰিস্কি।" তাৰ ফল বিচনাত পৰাৰ লগে লগে ফলিল। দুৰ্যোৰ টোপনি আহিল। টোপনি ভগাত দেখিলোঁ বেছ দেৰি হৈছে। বিছনাৰ কাষত টেলিফোনটো বাজি আছে। তুলি লোৱাত কন্তমজী চাহাবৰ মাত শুনিলোঁ। আগিবাতিৰ মোৰ অৱস্থাৰ বাবে ক্ষমা খুজিলোঁ। তাৰ পাছত কিবা-কিবি কামৰ কথা চলিল।

তেওঁৰ কিতাপৰ কথা ওলাল। পাছত আৰু ওলাব। তেওঁ মেঘালয়ৰ চীফ্ ছেক্ৰেটেৰী হোৱাৰ পাছৰ কেইবাটাও ঘটনা মই সহকৰ্মী বন্ধুসকলৰ মুখতহে শুনিছোঁ। তেওঁৰ এটা বিখ্যাত কুকুৰ আছিল। তাৰ নাম ওথেলো। কন্তমজী চাহাবৰ

চিৰসংগী। অফিচলৈ আহোঁতেও লৈ ওলালেও পিছে পিছে যায়। শিলঙত সেই সময়ত ৱাৰ্ড লেকৰ ওচৰত এখন ব'টানিকেল গাৰ্ডেন প্ৰতিষ্ঠা হৈ আছিল। বন বিভাগে সেইখন পৰিদৰ্শন কৰিবলৈ চীফ্ ছেক্ৰেটেৰীক অনুৰোধ জনালে। চীফ্ ছেক্ৰেটেৰী গ'ল, লগত অৱশ্যেই ওথেলো। এনেকুৱা পৰিদৰ্শন কৰাৰ পাছত মন্তব্য লিখিবলৈ এখন বহী থাকে। চীফ্ ছেক্ৰেটেৰীৰ পৰিদৰ্শনৰ পাছত উদ্যানৰ ৰখীয়া-কৰ্মচাৰীয়ে বহীখন আগবঢ়াই দিলে। চীফ্ ছেক্ৰেটেৰীয়ে লিখিলে— "মই আৰু ওথেলোৱে আজি ব'টানিকেল গাৰ্ডেনখন চালোঁ। গছৰ নাম লিখা কাঠৰ ফলকবিলাকত গছৰ ব'টানিকেল নামবোৰ দিয়া হোৱা নাই। দিলে ভাল হ'ব।" সেই মন্তব্য যথা সময়ত বন বিভাগৰ উচ্চপদস্থ বিষয়াসকলৰ ওচৰ পালেগৈ। তেওঁলোকে চীফ্ ছেক্ৰেটেৰীৰ মন্তব্য পঢ়ি চাই সেই বিষয়ে প্ৰথাগতভাৱে প্ৰতিক্ৰিয়া ব্যক্ত কৰিলে, "চীফ্ ছেক্ৰেটেৰীৰ মন্তব্য অতি সাৱধানতাৰে নোট কৰা হ'ল। ফলকবিলাকত উদ্ভিদবিদ্যাদত্ত নামবিলাকো সংযোজিত কৰা হ'ল। চীফ্ ছেক্ৰেটেৰী আৰু প্ৰফেছাৰ ওথেলোৱে অনুগ্ৰহ কৰি এতিয়া উদ্ভিদ উদ্যানখন আকৌ এবাৰ পৰিদৰ্শন কৰিব পাৰে।"

ৰুস্তমজী চাহাবৰ হাবি-বননি, প্ৰকৃতিৰ সৌন্দৰ্য, পৰ্যটন আৰু তাৰ আনুষংগিক মাছ মৰা, চৰাই চোৱা ইত্যাদিত চাহাবসুলভ ৰাপ আছিল। এবাৰ তিনিজন আমেৰিকান পৰ্যটকে চীফ্ ছেক্ৰেটেৰীক ৰেছপেক্ট পে' কৰিবলৈ আহি তেওঁৰ লগত কথা-বতৰা পাতি আছিল। মোতকৈ জ্যেষ্ঠতৰ এজন সহকৰ্মীও তাত ফাইল লৈ থিয় হৈ আছিল। চীফ্ ছেক্ৰেটেৰীয়ে আমেৰিকানকেইজনক মানস, কাজিৰঙাৰ কথা ক'লে, ভালুকপুঙৰ কথাও ক'লে, তাত 'মাহশ্যিৰ' (পিঠিয়া) মাছ মৰাৰ সুবিধাৰ কথাও ক'লে। আমাৰ সহকৰ্মীজনে থিয় হৈ শুনি আছিল। সেয়ে, তেৰোঁ বিনয়সূচক সৰু মাতেৰে ক'লে— "গৰমপানীতো ভাল ফিশ্বিং আছে, ছাৰ।" ৰুস্তমজী চাহাবে তেতিয়া তেওঁৰ অভ্যস্ত ভংগীত খৰকৈ আৰু আঙুলি টোঁৱাই সুধিলে— "ইউ, ইউ, এ ফিশ্য (ফিশ্যাৰ) ম্যান?" আমাৰ সহকৰ্মীজনে বিধ্বস্ত হৈ উত্তৰ দিলে— "নো ছাৰ, এ হাই ক্লাছ ব্ৰাহ্মিণ ছাৰ।"

ভাষ্যান্তৰত, কোৱাৰ লগতে তেওঁৰ লগুণডাল চোলাৰ তলৰ পৰা ডিঙিয়েদি উলিয়াই দেখুওৱা বুলিও কথিত আছে। কিন্তু নিশ্চয় সেইটো 'প্ৰক্ষিপ্ত'— অৰ্থাৎ পাছত কোনোবা ৰসিকে লগাই দিয়া। এইবাৰ যিখিনি কথা ক'ম, সেইখিনি কথা কিন্তু প্ৰক্ষিপ্ত নহয়, নিজে দেখা-লেখা। কলকাতাত অসম পৰ্যটন কেন্দ্ৰ স্থাপন উপলক্ষে মানস অভয়াৰণ্যৰ 'ভিজিটৰ্ছ বুক'খন কিছুদিন মোৰ লগত ৰাখিছিলোঁ যাতে বছা বছা মন্তব্যৰ সৈতে এখন পুস্তিকা উলিয়াব পাৰি— পৰ্যটক আকৰ্ষণৰ আহিলা হিচাপে। তাত ৰুস্তমজী চাহাবৰ মন্তব্য এটা মোৰ মনত আছে। তেওঁ লিখিছিল— "নো ৰেডিঅ', নো নিউজপেপাৰ... এ পেৰেডাইজ অন আৰ্থ।"— "ৰেডিঅ' নাই, খবৰ-কাকত নাই, ভূ-স্বৰ্গ একেবাৰে।"

আমাৰ সাংবাদিক-সাহিত্যিকসকলৰ কোনোবা এগৰাকীয়ে লেখা হ'লে ভাল আছিল। কিন্তু নাই। ঠিক তাৰ তলৰ মন্তব্যটো এজন বিখ্যাত অভিযন্তাৰ সুন্দৰ, সবল, সংক্ষিপ্ত আৰু সাৰগৰ্ভ— "এ নাইচ বুজিং প্ৰেচ।"

প্ৰথমতেই মই এবাৰ উনুকিয়াইছোঁ যে গল্প কোৱাত মই 'উচ্চ বিন্দু' অৰ্থাৎ হাই পইণ্ট পদ্ধতি অবলম্বন কৰিম। যেনে ধৰক কোনোবা এজন পিছলি খাই চিৰিৰ ওপৰৰ লেণ্ডিঙৰ পৰা তললৈ পৰি গ'ল। তেতিয়া প্ৰত্যেকটো চিৰি আলফুলকৈ চুই যোৱাৰ সৌভাগ্য তেওঁৰ নহ'বও পাৰে। ধৰক, চিৰিটোত দহটা ধাপ আছে (এইমাত্ৰ মোৰ ঘৰৰকেইটা গণি আহিলোঁ)। উপৰিউক্ত মতে পিছলি পৰিলে তেওঁ তৃতীয়, পঞ্চম আৰু অষ্টম ধাপটোহে চুব পাৰে। সেইটোৱেই হৈছে 'হাই পইণ্ট' মেথোড। সেই পদ্ধতি অনুসৰণ কৰি মই এইবাৰ ৰুস্তমজী চাহাব আৰু পিয়নৰ ইউনিফৰ্ম (বা 'লিভাৰি')ৰ বিষয়ে ক'বলৈ ওলাইছোঁ।

ৰুস্তমজী চাহাব মেঘালয়ৰ চীফ্ ছেক্ৰেটেৰী। তেওঁ লক্ষ্য কৰিছিল যে 'গ্ৰুপ ডি' (আগেয়ে পিয়ন বোলা হৈছিল) কৰ্মচাৰীসকলে তেওঁলোকৰ বাবে নিৰ্ধাৰিত পোছাক (লিভাৰি) নিপিন্ধে। কিন্তু নিয়ম অনুসাৰে ধোৱা খৰচ আদি লয়। তেওঁ তেতিয়া হুকুম জাৰী কৰিলে যে পিয়ন (তেতিয়াৰ)সকলে উৰ্দি অৰ্থাৎ 'লিভাৰি' পিন্ধিব লাগিব। কিছুদিন যোৱাত তেওঁ লক্ষ্য কৰিলে যে 'অবস্থা অপৰিবৰ্তিত'। কিন্তু লিভাৰি ধোৱা খৰচ ঠিকেই লৈ থকা হৈছে— সেই আখ্যান-প্ৰসিদ্ধ পি ডব্লিউ ডি দলংখনৰ দৰে। দলং নাই, কিন্তু বছৰেকীয়া ৰিপেয়াৰিং চাৰ্জ 'ড্ৰ' কৰা হৈ আছে। এজন কাঢ়া ওপৰৱালাই এবাৰ কথাটো খুচৰি উলিয়ালে। সেইবাৰ তেওঁ ৰিপেয়াৰিং বিলত অনুমোদন নিদিলে। কিন্তু সমস্যাৰ সমাধানেই সমস্যা। দলংখন ভঙাৰ হুকুম নিদিলে, তাৰ পাছত অডিট আহি যদি সোধে হঠাতে ৰিপেয়াৰিং খৰচ বন্ধ কেনেকৈ কৰা হ'ল বুলি? এতেকে নোহোৱা দলংখনৰে ভঙাৰ খৰচ দেখুৱাই দিয়া বিলখন সেই একেজন কাঢ়া ওপৰৱালাই 'পাছ' কৰি দিব লগা হ'ল। পিয়নৰ উৰ্দিৰ বেলিকা জনা নগ'ল উৰ্দিবোৰ পুৰি পেলাবলগীয়া হ'ল নেকি।

কথা হ'ল যে পিয়নে উৰ্দি নিপিন্ধে। চীফ্ ছেক্ৰেটেৰীয়ে তেওঁৰ হুকুম খটুৱাব নোৱাৰিলে। সেই কাৰণে তেওঁ উৰ্দি চিলোৱা দৰ্জিজনক এদিন মতাই আনি ক'লে— "টেইক মাই মেজাৰমেণ্ট।" (মোৰ জোখ লওক)। ৰুস্তমজী চাহাবৰ মাত আৰু কথা কোৱাৰ ধৰণ, পাছৰ এজন চীফ্ ছেক্ৰেটেৰী জে এম জালাই বৰ সুন্দৰ অনুকৰণ কৰিব পাৰিছিল। এই পৰ্বটো মই তেওঁৰ পৰাই শুনা। ৰুস্তমজী চাহাবৰ জোখত পিয়নৰ পোছাক বনাবলৈ তেওঁ নিজেই হুকুম দিলে। যথা সময়ত পোছাক আহিল। ৰুস্তমজী চাহাবে সেই পোছাক পিন্ধি অফিচলৈ আহি থাকিল। কিমান দিনলৈ আহি থাকিল জালা চাহাবে মোক কোৱা নাছিল।

নেফা (বৰ্তমান অৰুণাচল প্ৰদেশ)ৰ বিষয়ে মাজে মাজে কথা ওলাইছিল। উত্তৰ-পূব অঞ্চলৰ পৰা অৱসৰ লৈ যোৱাৰ পাছতে তেওঁ প্ৰায় প্ৰত্যেক বছৰে শ্বিলঙলৈ আহি তাৰ 'অসম ভৱন'ত আছিল। মেয়ো গৰমৰ দিনত কোনো কোনো বছৰত শ্বিলঙলৈ গৈছিলোঁ। এবাৰ নে দুবাৰ ৰুস্তমজী চাহাব 'অসম ভৱন'ত থাকোঁতে ময়ো আছিলোঁ। সুধিছিলোঁ তেতিয়া যে দক্ষিণ ফালে টেঙা আৰু উত্তৰ ফালে দিৰাঙৰ দৰে সুন্দৰ, নাতিশীতোষ্ণ ঠাই থাকোঁতে নেফাৰ সদৰ ঠাই বমডিলত কিয় পাতিলে? পানীৰ দিগ্‌দাৰ, ঠাণ্ডা বেছি।

"বব ইউ নো, বব, হি জি এ নাগা।
হি ৱাণ্টছ্ টু গো টু দি টপ।"

ব্ৰিগেডিয়াৰ বব খাটিঙৰ কথা কৈছিল। নেফাত বহুদিন আছিল— পাছত বাৰ্মা (বৰ্তমান ম্যানমাৰ)ত ভাৰতৰ ৰাষ্ট্ৰদূত হৈছিল।

দুটামান 'টুকি-টাকি' কথা। এবাৰ ৰুস্তমজী চাহাবৰ মাক শ্বিলঙলৈ আহিছিল। ৰুস্তমজী চাহাব তেতিয়া নেফাৰ এড্‌ভাইজাৰ। মাকে ল'ৰাৰ কাৰণে বোলে বৰ দুখ কৰিছিল এইবুলি যে মোৰ ল'ৰা তিনিটাৰ মাজত ইয়েই দুখীয়া। মাহে মাত্ৰ তিনি হাজাৰ টকা দৰমহা (পঞ্চাছৰ দশকত।) পায়।

ৰুস্তমজী চাহাবৰ প্ৰথম পত্নী বিয়াৰ কিছুদিন পাছতে ঢুকায়। তেওঁ তাৰ পাছত বহুদিন বিয়া নকৰোৱাকৈ আছিল। চিকিমত থাকোঁতে তেওঁ দ্বিতীয়বাৰ বিয়া কৰায়। দ্বিতীয় পত্নীও তেওঁৰ স্বজাতীয় অৰ্থাৎ পাৰ্চি সম্প্ৰদায়ৰ আছিল। দ্বিতীয় বিয়াৰ কিছুদিন পাছতে তেওঁ সপত্নীক শ্বিলঙলৈ আহিল— নেফাৰ এড্‌ভাইজাৰ হৈ। এবাৰ এজন গাম আহিল ৰুস্তমজী চাহাবক দেখা কৰিবলৈ। ঘৰত দেখা কৰিলে। গামজন কোন জনজাতীয় সেই কথা মোৰ সূত্ৰটোৱে (খবৰ কাগজী দোৱান।) মোক কোৱা নাছিল। ৰুস্তমজী চাহাবে গামক পত্নীৰ লগত চিনাকি কৰি দিলে। গাম খালাং-খাচ মানুহ। মিছেছ ৰুস্তমজী চাহাবক ক'লে— "কি বিয়া কৰালি ঔ— 'হ' (শহা) পোৱালি এটাকে পিযাহ খুৱাব নোৱাৰে!"

ৰুস্তমজী চাহাবে অসমীয়া নাজানিছিল। কেৱল ট্ৰাইবেল প্ৰশাসনৰ উচ্চ চূড়াত আজীৱন বিচৰণ কৰি থকা কাৰণে অসমৰ ভৈয়ামৰ দৈনন্দিন প্ৰশাসনৰ বোকা-মাটিত তেওঁ মাজে মাজে পিছল খাইছিল। এবাৰ শ্বিলঙত অসম সচিবালয়ৰ কৰ্মীসকলে ধৰ্মঘট কৰিলে। চৰকাৰক অধিক অসুবিধাত পেলাবৰ বাবে তেওঁলোকে বিত্তীয় বৰ্ষৰ শেষ ভাগৰ মাৰ্চ মাহত ধৰ্মঘট আৰম্ভ কৰিলে। ছুপাৰিণ্টেণ্ডেণ্ট পৰ্যায়ৰ কৰ্মচাৰীসকলৰ বিৰুদ্ধে বিভাগীয় তদন্ত আৰম্ভ হ'ল। ৰুস্তমজী চাহাব অতিৰিক্ত মুখ্য সচিব। কিড্‌ৱাই চাহাব মুখ্য সচিব। মই উদ্যোগ বিভাগৰ উপ-সচিব মাত্ৰ— "ধূলিৰো তলৰে ধূলি তুই লক্ষ্মীনাথ, ধূলিৰো তলৰে ধূলি।" তথাপি এ চি এছ

বিষয়াসকলৰ প্ৰতি হোৱা অন্যায়ৰ বিৰুদ্ধে বহুতো কথাত ফেপেৰি পাতি যুঁজা কাৰণে কিড়ৱাই চাহাবে মোক দুই-এটা অসুবিধাৰ কথালৈ ঠেলি দিছিল। কিন্তু, পাঁচ বছৰ কলকাতাত দিল্লীৱালা দেছোৱালীসকলৰ লগত থকাৰ ফলত মোৰ হিন্দীছটো অলপ 'চলেবল' হৈছিল। ফলত (ইং) 'such'-ক অসমীয়া ধৰণে 'চাচ্' বুলিব পৰা হৈছিলোঁ কাৰণে ভালো পাইছিল। সেই কাৰণে এই ধৰ্মঘটৰ বিষয়টো মোকে চাবলৈ দিছিল। ফলত, অনুশাসনমূলক কাৰ্য পদ্ধতিত অন্তৰ্ভুক্ত অভিযোগবোৰৰ মৰ্মেই খচৰা কৰিবলগীয়া হৈছিল। আৰু আনুষংগিক মন্তব্যৰ লিখি স্ব-সম্পূৰ্ণ খচৰা কৰি কিড়ৱাই চাহাবৰ ওচৰত 'সবিনয়ে সমৰ্পণ' অৰ্থাৎ ছাবমিট কৰিবলগীয়া হৈছিল।

এই *স্মৃতিকথাৰ* গুৰিতে মই এটা বচন মাতিছিলোঁ— তাত দুজন 'ছিনিয়ৰ ম'ষ্ট' অফিচাৰৰ কথা আছিল। এতিয়ালৈকে মই দ্বিতীয়জনৰ চৰিতামৃত ৰচনা কৰি আছোঁ। প্ৰথমজনে অলপ চেৰাবলীয়া ভাও ধৰি মোৰ দৰে নিঃকিনকো "আৰে য়াৰ" বুলি পিঠিত চাপৰ মাৰে। কিন্তু আচলতে, নিজৰ স্বাৰ্থত, একদম ঠিক বুলি কৈছিলোঁ। এই প্ৰথমজন হৈছে আহমদ নাজিৰ কিড়ৱাই, আই চি এছ তালুকদাৰ আৰু গাডিয়া (পুৰণি চিভিল লিষ্ট চাওক)। নিজৰ স্বাৰ্থত যে একদম ঠিক এই অনুশাসনমূলক কাৰ্যত তেওঁৰ ঠিক তলৰ বিষয়াজনক প্ৰত্যক্ষভাৱে জড়িত কৰিলে। ৰুস্তমজী চাহাব, এডিশ্যনেল চীফ্ ছেক্ৰেটেৰীক সচিবালয়ৰ ধৰ্মঘটকাৰী ছুপাৰিণ্টেণ্ডেণ্টসকলৰ তদন্তকাৰী বিষয়া অৰ্থাৎ ইনকোৱাৰিং অফিচাৰ নিযুক্ত কৰিলে। অনুসন্ধানৰ ফৰৱাৰ্ডিং অফিচাৰ হিচাপে মোক চহী কৰিবলৈ ক'লে। তেওঁ নিজেও কৰিব পাৰিলেহেঁতেন, কিন্তু নকৰিলে, অলাগতিয়ালভাৱে গা-এৰা দিলে। ফাইলত অৱশ্যে তেওঁৰে চহী।

ৰুস্তমজী চাহাবৰ মন্ত খং উঠিছিল বোলে। মই দেখা নাই। তেওঁ আপত্তি কৰিলে যে ডেপুটী ছেক্ৰেটেৰীয়ে কেনেকৈ এডিশ্যনেল চীফ্ ছেক্ৰেটেৰীৰ কোনো এক নিযুক্তি কাকতৰ ক'ৰবাত চহী কৰিব পাৰে?

কিড়ৱাই চাহাবে মোক মাতিলে। "আৰে নাৰি গুচ্চা হে গিয়া", মই সুধিলোঁ— "কিউ ছাৰ?" "আৰে ডিপ্টী ছেক্ৰেট্ৰী এডিশ্যনেল চীফ্ ছেক্ৰেটেৰীকো হুকুম্ দে চেকতা?"

"কভি নেহি ছাৰ, লেকিন কাঁহা এইচা হুৱা?"

"বোফলানা প্ৰচিডিংৱালা কাগজ মেঁ।"

মই ক'লোঁ, "কেনেকৈ হ'ব ছাৰ? তাৰ ওপৰতে দেখোন লিখাই আছে 'বাই অৰ্ডাৰ অব্ দি গৱৰ্নৰ অব্ এছাম'।"

"আৰে হাঁ। অভি ভাগো উল্লু।"

মই পিছে ফেঁচা হৈ ভাগি নাহিলোঁ, শেন হৈয়েই ঘূৰি আহি বন্ধুবৰ্গৰে সৈতে কণ্ঠে দিয়া চাহত শোহা মাৰিলোঁ।

পিছে ৰুস্তমজী চাহাবে অন্য এটা কথাত মোক সৈমান কৰিলে।

মোৰ এ চি এছৰ পৰা আই এ এছলৈ প্ৰমোচনৰ সময় হ'ল। তাৰ প্ৰাৰম্ভিক পদক্ষেপ স্বৰূপে চৰকাৰে মোক এ চি এছত থকা মোৰ 'লিয়েন' (স্বত্ব)টো ত্যাগ কৰিবলৈ আদেশ দিলে। মই মান্তি নহ'লোঁ। ক'লোঁ যে চৰকাৰে আই এ এছত মোৰ জ্যেষ্ঠতাৰ বছৰটো নিৰ্ণয় কৰি মোক জনোৱাৰ পিছতহে এ চি এছত মই স্বত্ব ত্যাগৰ বিষয়টো বিবেচনা কৰিব পাৰোঁ। চৰকাৰে জনালে যে মোৰ জ্যেষ্ঠতাৰ বৰ্ষ ১৯৬৬ হ'ব। মই উত্তৰ দিলোঁ যে ১৯৬৪ চনৰ পৰা মই আই এ এছ ছিনিয়ৰ স্কেলৰ পদ এটাৰ সমান মৰ্যাদাৰ পদ এটাত চাকৰি কৰি আছোঁ, এতেকে সংশ্লিষ্ট নিয়ম অনুসাৰে মোৰ জ্যেষ্ঠতাৰ বৰ্ষ ১৯৫৯ হ'ব লাগে। নানা চিঠিয়া-চিঠি চলিল। চৰকাৰে ১৯৬৪ চনৰ পৰা মই আই এ এছৰ ছিনিয়ৰ স্কেলৰ পৰা সমমৰ্যাদাৰ পদত স্থায়ীভাৱে কাৰ্যনিৰ্বাহ কৰি আছোঁ বুলি আনুষ্ঠানিক আৰু দ্ব্যৰ্থহীন চিঠিও দিলে। কিন্তু ছিনিয়ৰিটী নিদিয়ে। মই তেতিয়া চৰকাৰৰ ওপৰত হাইকৰ্টত মোকৰ্দমা জোৰাৰ জাননীও দিলোঁ। তেতিয়া এবাৰ ৰুস্তমজী চাহাব কলকাতালৈ আহিছিল। মোক মাতি নি অনুৰোধৰ সুৰত ক'লে— "বৰুৱা, প্লিজ ছেইয়ে। ইউ আৰ হোল্ডিং আদাৰ্ আপ।"

কিছুদিন পাছত মই স্বত্ব ত্যাগত সন্মতি দিলোঁ। ৰুস্তমজী চাহাবে ভাল পালে। কেৱল তেওঁ নাজানিলে যে তেওঁৰ অনুৰোধ ৰক্ষা কৰি মই আই এ এছ হ'বলৈ ৰাজী হোৱা নাছিলোঁ। তাৰ এটা নিগূঢ় কাৰণ আছিল। কলকাতাত মই '৬৮ চনৰ পৰাই আলিয়াঁছ ফঁছেজত ফৰাচী পঢ়ি আছিলোঁ। বিশুদ্ধ জ্ঞানসাধনা। সৰুৰে পৰা ইচ্ছা আছিল। কিছুদিন 'বিশুদ্ধ'টোত অলপ ভেজাল সোমাল। ক'ত শুনিলোঁ পাহৰিলোঁ, কিন্তু শুনিলোঁ। ফৰাচী চৰকাৰে ফ্ৰান্স পঢ়িবলৈ জলপানী দিয়ে। আই এ এছ হ'লে লোক প্ৰশাসন বিষয়ত বৃত্তি পোৱা সহজ। সেয়ে মই এ চি এছৰ স্বত্ব ত্যাগ কৰি 'ব্লাডী প্ৰমোটি' (চিধাই আই এ এছ হোৱাসকলৰ পৰিভাষা) আই এ এছ হৈ গ'লোঁ। যথা সময়ত বৃত্তিও পালোঁ, বিশেষকৈ মোৰ অগ্ৰজপ্ৰতিম স্বৰ্গীয় ধৰ্মানন্দ দাসদেৱ আৰু প্ৰশংসাৰ পাত্ৰ বন্ধু শ্ৰীযুত শৈলেন্দ্ৰ প্ৰসাদ হাজৰিকাৰ তৎপৰতাত।

এই *স্মৃতিকথাৰ* প্ৰথমৰ ফালেই মই কৈ আহিছোঁ মই ৰুস্তমজী চাহাবৰ কিতাপ *The Imperilled Frontiers*-ৰ প্ৰুফ চাই আছিলোঁ বুলি। কিতাপখন ১৯৮৩ চনত প্ৰকাশ হ'ল। লেখকে ২৫/২/৮৩ তাৰিখে আমাৰ গুৱাহাটীৰ *দ্য ছেন্টিনেল* কাকতৰ সম্পাদকলৈ সমালোচনাৰ বাবে পঠিয়ালে। সেই কাকতৰ সম্পাদকে ৪/৪/৮৩ তাৰিখে কিতাপখন মোলৈ সমালোচনা কৰিবৰ কাৰণে পঠিয়ালে। মোৰ সমালোচনা ২৩/১০/৮৩ তাৰিখে *দ্য ছেন্টিনেল* কাকতত ওলাল।

কিতাপখনৰ মূল প্ৰশ্নটো আছিল ঃ ট্ৰাইবেলসকলক তেওঁলোক যেনেকৈ আছে তেনেকৈয়ে থাকিবলৈ দিব লাগে, এই মতটোৰ সপক্ষে কোনো যুক্তি নাইনে? এই

প্ৰশ্নটো ভেৰিয়াৰ এল্‌ৱিনৰ। তেওঁ তাৰ একো সদুত্তৰ দিব নোৱাৰিলে বা নিদিলে, কিন্তু লগতে কৈছিল যে ট্ৰাইবেলত্ব গুচাই দিলে কেতিয়াবা সুফল পোৱা যায়। এল্‌ৱিনে তেওঁৰ কিতাপ *এ ফিল'ছফী ফৰ নেফাত* নেফা (এতিয়াৰ অৰুণাচল)ৰ ট্ৰাইবেলসকলৰ চৰম দুৰ্দশা বৰ্ণাইছে।

ৰুস্তমজীয়ে কিন্তু তেওঁৰ কিতাপত ট্ৰাইবেলসকলৰ অৱস্থাৰ কাব্যময় বৰ্ণনাহে দিছে।

মোৰ সমালোচনাটো প্ৰকাশ হ'ল। স্বৰ্গীয় পি এইচ ত্ৰিবেদী (এসময়ত অসমৰ অতিৰিক্ত মুখ্য সচিব)য়ে সমালোচনাটো পঢ়ি উচ্ছ্বসিত প্ৰশংসা কৰি মোক টেলিফোন কৰিলে। মই তেওঁক ধন্যবাদ দিলোঁ, কিন্তু লগতে আক্ষেপ কৰিলোঁ যে ৰুস্তমজী চাহাবে সমালোচনাটো পঢ়িবলৈ নাপাব।

"পাব", ত্ৰিবেদীয়ে ক'লে, "মই তেওঁৰ ঠিকনা জানো। মই পঠিয়াই দিম।"

তেওঁ পঠিয়াই দিছিল। কাৰণ ৰুস্তমজী চাহাবে কথা প্ৰসংগত মোৰ এজন আপোন ল'ৰাৰ আগত দুখ কৰি মন্তব্য কৰিছিল— "এটলিষ্ট হি হ্যাজ ৰেড মাই বুক।"

তাৰ মানে তেওঁৰ কিতাপখনে বিশেষ সমাদৰ নাপালে। বেছি পাঠক নোলাল।

# হাস্যৰসিকৰ লগত হাস্যালাপ

চৰ্দাৰ খুশৱন্ত সিং। কাশ্মীৰৰ পৰা কুমাৰিকালৈ আৰু গুৱাহাটীৰ পৰা গুজৰানৱালালৈ মানুহক হঁহুওৱাই তেওঁৰ পেছা, নিচা আৰু 'কৌন বনেগা ক্ৰোড়পতি'ৰ দৰে বৈজ্ঞাপনিক ('শৈক্ষিক' শব্দটো যদি সিদ্ধ হয়) প্ৰশ্নৰ প্ৰত্যুত্তৰ।

তেতিয়া চৰ্দাৰ খুশৱন্ত আৰু মই দুয়ো 'দি ছেণ্টিনেল' কাকতত লিখোঁ। হাস্যৰসপ্ৰধান লেখা। এজন পাঠকে 'সম্পাদকলৈ চিঠি'ত লিখিলে যে অজিৎ বৰুৱাই বেয়া নিলিখে। কিন্তু আমাৰ চেনেহৰ ('আৱাৰ বিলাভেদ') চৰ্দাৰজীৰ তুলনাত চাউল ধোৱা পানী। মই বুদ্ধিজীৱীসুলভ নিৰ্বুদ্ধিৰে লিখিলোঁ যে 'হিউমাৰ' হৈছে হাস্যৰস— কুট্‌কুটাই তোলা হাঁহিৰ পৰা অট্টহাস্য উলিয়াব পৰা হাঁহিলৈ, আৰু 'ছেটায়াৰ' হৈছে 'শ্লেষাত্মক হাস্যৰস', অৰ্থাৎ আমাৰ বৰপেটাৰ উপ-ভাষাত 'গোফৰ তলত খিলিপ কাটা হাঁহি'ৰ উন্মেষক হাস্যৰস। চৰ্দাৰজীয়ে উচ্চ হাস্য ৰসাত্মক কথা লিখে আৰু এই অভাজনে শ্লেষাত্মক হাস্য লেখা লিখি তাকে পঢ়ি নিজেই হাঁহে। অইনে হাঁহে নে নাহাঁহে নাজানে।

এইহেন ভাৰত বিখ্যাত (নে 'আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন?') খুশৱন্ত সিঙৰ লগত মোৰ দেখা হ'ল। মোৰ পৰম উপকাৰী বন্ধু 'দি ছেণ্টিনেল' কাকতৰ সম্পাদক ধীৰেন বেজবৰুৱাদেৱে মোক ফোন কৰি জনালে— "খুশৱন্ত সিং আহিছে। ব্ৰহ্মপুত্ৰ অশোক হোটেলত আছে। মই তেওঁক আজি 'ডিনাৰ' খাবলৈ মাতিছোঁ। আপুনিও আহিব। ব্ৰহ্মপুত্ৰ অশোক আপোনাৰ ঘৰৰ কাষতে, আপুনি তেওঁক লৈ আহে যেন।"

মই যথা সময়ত হোটেলত হাজিৰ হ'লোঁ। দেখিলোঁ তেওঁ নিৰাপত্তাৰক্ষী বেষ্টিত হৈ আছে। ক'লে যে অলপতে তেওঁ 'উত্তেজক', 'বিস্ফোৰক' এনেকুৱা কিবা কথা লিখা কাৰণে চৰকাৰ উদ্বিগ্ন হৈ পৰি আমাৰ খবৰ কাগজৰ ভাষাত

তেওঁক 'কট্‌কটীয়া নিৰাপত্তা'ৰ মাজত ৰাখিছে। এতেকতে, মই আগে আগে নিজৰ গাড়ী চলাই পাইলট হৈ যাব লাগিব আৰু তেওঁ এখন পুলিচৰক্ষিত গাড়ীত মোৰ পিছে পিছে আহিব।

শ্ৰীযুত আৰু শ্ৰীযুতা বেজবৰুৱা অতিথি আপ্যায়নৰ আয়োজনত ব্যস্ত, সময়ে অতিথিক 'স্মলটকে'ৰে ময়েই আপ্যায়িত কৰি ৰাখিবলগীয়া হ'ল।

মই সুধিলোঁ ঃ আপুনি বোলে 'থৰ্ন টু থৰ্ন', অৰ্থাৎ কাটাই কাটাই ৮ বজাত ডিনাৰ খায়?

সিং চাহাবে ক'লে ঃ দৰকাৰ হ'লে মই দেৰিকৈও খাওঁ।

তাৰ পাছত নিম্নলিখিত কথোপকথন চলিল—

ফৌজ্জা ঃ (যিসকলে শিখ প্ৰকৃতি সম্বন্ধে নাজানে তেওঁলোকৰ জ্ঞাতাৰ্থে কওঁ যে ফৌজা মানে 'ফৌজে'ই। কিন্তু ইয়াত এটা বিশেষাৰ্থক ব্যৱহাৰ আছে। এই ফৌজ হ'ল খালচা বাহিনী, যাৰ এক লাখ সদস্য, সেই এক লাখ সদস্যৰ প্ৰত্যেকজনেই আকৌ গোটেই খালচা বাহিনীৰ সমান। সেই কাৰণে, বিশেষকৈ 'নিহাংগ' শিখ ধৰ্মযোদ্ধাসকলে নিজকে 'ফৌজা' (ফওজা) বুলি অভিহিত কৰে। প্ৰসংগক্ৰমে পাঠক প্ৰভুসকলক কৈ থওঁ যে মোৰ ছাব্বিছ বছৰ বয়সৰ পৰা একত্ৰিছ বছৰ বয়সলৈ মই যিসকল বন্ধুৰ লগত উঠা-বহা, আনকি খোৱা-থকাও কৰিছিলোঁ তেওঁলোকৰ ভিতৰত কেইবাজনো পাঞ্জাবী আছিল— শিখ, অনা-শিখ, ডাটি থকা শিখ, ডাড়ি নথকা শিখ, সকলো আছিল। আনকি, মোক বহুতো 'চৰ্দাৰ জোক' যিজনে কৈছিল, তেওঁ নিজেই এজন চৰ্দাৰ আছিল— সুন্দৰ সিং চিক্কা, যি আৰু নাই। কলকাতাৰ ট্ৰামত দেখা হ'লেই সোধে, "বৰ্‌ভা, আজকা চৰ্দাৰ জোক শুন চুকে হো?" মই নাই শুনা বুলি ক'লে কয়— "তো শুন।" তেওঁলোকে নিজক হাঁহিব জানে— চৰ্দাৰ খুশবন্ত সিঙৰ দৰে। ৰিপিট কৰোঁ ঃ মোৰ আৰু সিঙৰ কথোপকথন এনেদৰে চলিল ঃ

ফওজা (অৰ্থাৎ মই) ঃ আপুনি বোলে কেৱল 'স্কট্‌ছ'হে খায়?

খুশবন্ত সিং ঃ নহয় নহয়, দৰকাৰ হ'লে মই ইণ্ডিয়ান হুইস্কিও খাওঁ।

মই ঃ আপুনি বোলে মাত্ৰ দুই পেগহে খায়?

সিং ঃ আৰে নেহি, দৰকাৰ হ'লে মই বেছিকৈও খাওঁ।

বেছিকৈয়ে খোৱা হ'ল। বেজবৰুৱাই মাজে মাজে চাই যায়। 'জমিছে' দেখি আকৌ অন্য কামলৈ যায়। আমাৰ 'জমাট' কথোপকথন চলি থাকিল। 'জমাট'ৰ ফলত সিং চাহাব আৰু ওচৰলৈ আহিলত, মাত আৰু অন্তৰংগ কৰি হঠাৎ সুধি পেলালে— "ডু য়ু নো হোৱাট হ্যাপন্‌ড টু মাই মাদাৰ?"

মই অপ্ৰস্তুত হৈ ক'লোঁ যে নাজানো। উৰিঅজা দেখুৱাই সুধিলোঁ— "কি

হ'ল তেখেতৰ?"

"আৰে", সিং চাহাবে ক'লে— "সত্তৰ বছৰ বয়সত তেওঁৰ ৰৰ টান নিউমোনিয়া হ'ল। ডাক্তৰ আহিল। কিছুদিন পাছত বেমাৰী ভাল হ'ল। 'কন্‌ভালাচ্চৰ সময়ত কি কি পথ্য দিব লাগিব সুধিলোঁ। ডাক্তৰে ক'লে কুকুৰাৰ চুৰুহা ইত্যাদি ইত্যাদি আৰু গধূলি দুই পেগ ব্ৰেণ্ডি দিব।" খুশৱন্ত চাহাবে বোলে তেতিয়া ক'লে— "মোৰতো ব্ৰেণ্ডি নাই, হুইস্কিহে থাকে।" ডাক্তৰ ডেকা আছিল। টিলিকি মাৰি ক'লে বোলে "এনিথিং এল্‌কোহলিক।"

মই জানো বহু টেঙৰ পাঠক প্ৰভুৱে সুধিব— "কেনেকৈ জানিলে?" উত্তৰ তেনেই চমু। "নহ'লে পঢ়িব কেলৈ?" সেযে তেওঁলোকে সুধিব পাৰে। খুশৱন্ত চাহাবৰ মাকক চোৱা ডাক্তৰজন যে ডেকা আছিল তেওঁ কেনেকৈ জানিলে? অতি সহজ। ডেকা নহ'লে 'এনিথিং এল্‌কোহলিক' প্ৰেছ্‌ক্ৰাইব কৰিব কিয়? বুঢ়া হোৱা হ'লে কফুৰা মাতেৰে লাহে লাহে ক'লেহেঁতেন— "এই বয়সত দশমূলাৰিষ্টই ভাল আৰু গধূলি মৌৰ লগত মাৰি মকৰধ্বজ!"

যিহক, খুশৱন্ত চাহাবে ক'লে যে তাৰ পাছত প্ৰত্যেক দিনেই হুইস্কি দিওঁতে দিওঁতে তেওঁৰ মাকৰ হুইস্কি খোৱাৰ অভ্যাস হৈ গ'ল— গধূলি হ'লেই অলপ হুইস্কি লাগে।

তেনেকৈয়ে কেইবাবছৰো গ'ল। এবাৰ তেওঁৰ মাক যোৱা-থোৱা নৰিয়াত পৰিল। বয়সো নব্বৈৰ ওচৰ হ'ল। এদিন খুশৱন্ত চাহাবে বুজিলে যে মাক আৰু বেছি সময় নাথাকে। সেয়ে, তেওঁ মাকৰ কাণৰ কাষলৈ মুখ নি সুধিলে— "কিবা অক'মান খাব নেকি?" বুঢ়ীয়ে সেহাই সেহাই উত্তৰ দিলে— "হুইস্কি।"

ডাক্তৰ ওচৰতে আছিল। খুশৱন্ত চাহাবে সুধিলে— "কি কৰোঁ? হুইস্কি বিচাৰিছে।"

ডাক্তৰে (সেই আগৰ ডেকা ডাক্তৰজনেই হ'বলা) ক'লে বোলে "যাওঁ যাওঁ হৈছে, নব্বৈ বছৰ বয়স হৈছে, দি দিয়ক যি খাব খুজিছে।"

খুশৱন্ত চাহাবে তেতিয়া মাকৰ মুখত অলপ হুইস্কি ঢালি দিলে। অকমান ভিতৰলৈ গ'ল আৰু বাকীখিনি কোৱাৰিয়েদি ওলাই বাগৰি গ'ল। "এণ্ড শ্যি ৱজ গন।"

অলপ পাছত খুশৱন্ত চাহাবৰ লগত মোৰ টেলিফোন নম্বৰ বিনিময় হ'ল। তেওঁ তেওঁৰ 'ভিজিটিং কাৰ্ড'খন মোক দিলে। দিল্লীৰ সুজান সিং পাৰ্কৰ ঠিকনা। সুজান সিং পাৰ্ক যথেষ্ট ভব্য চুবুৰি। কিন্তু ইংৰাজীত যাক 'পশ্য লোকেলিটী' অৰ্থাৎ অতি আঢ্যৱন্ত 'পাৰা'— সেয়া নহয়। মই আচৰিত হ'লোঁ। ক'লোঁ, "আপুনি খুব ধনী মানুহ থকা 'লোকেলিটী'ত থাকে বুলিহে ভাবিছিলোঁ। সুজান

সিং পাৰ্কতো ইমান 'পশ্য' নহয়। শুনিছোঁ আপোনাৰ দেউতাক নতুন দিল্লীৰ নিৰ্মাতা, চীফ্ আৰ্কিটেক্ট লুটিয়েন্স চাহাবৰ প্ৰধান ঠিকাদাৰ আছিল আৰু সেইসূত্ৰে কনট্ প্লেচৰ (নতুন দিল্লীৰ আটাইতকৈ ধনী ব্যৱসায় কেন্দ্ৰ) গোটেইবোৰ ঘৰেই আপোনাৰ। তেনেস্থলত.. ?"

সিং চাহাবে ক'লে— "আপুনি অলপ ভুল শুনিছে। গোটেই কনট্ প্লেচ মোৰ নহয়। মাত্ৰ দুটা ব্লক (ই আৰু এফ নেকি?) মোৰ।

ঃ তথাপি আপুনি পোৱা ভাৰা জ্যোতিৰ্বিজ্ঞানসন্মত (অ্যাষ্ট্ৰনমিকেল) হ'ব। মাহে কেই কৌটিমান?

ঃ কিন্তু কি ৰেটত ভাৰা পাওঁ জানে? ১৯৪৫ চনৰ ৰেটত। ৰেণ্ট কণ্ট্ৰ'ল আইন মতে। সেই দেখি সুজান সিং পাৰ্কত থাকোঁ।

কেই বছৰমান পাছত তেওঁৰ লগত মোৰ কলিকতা বুক ফেয়াৰত দেখা হৈছিল। মই আগবাঢ়ি গৈ তেওঁক সোঁৱৰাই দিলোঁ ধীৰেন বেজবৰুৱাৰ ঘৰত তেওঁক লগ পোৱাৰ কথা। তেওঁ "ও, ইয়েছ, ইয়েছ" বুলি হাত জোকাৰি দিলে, কিন্তু চকুৰ ভাষাৰ পৰা বুজা গৈছিল তেওঁৰ মনত নাই।

খুশৱন্ত সিঙে প্ৰকৃতাৰ্থত অসংখ্য 'জোক' লিখিছে। কিন্তু জোকৰ বিষয়ে 'জোক' লিখিছে নে নাই ক'ব নোৱাৰোঁ। মোৰ নিজৰো 'জোক' ভাণ্ডাৰ টনকিয়াল। সেই ভাণ্ডাৰত জোকৰ বিষয়ে 'জোক' আছে। শুনিব?

শুনক তেন্তে ঃ

অসমলৈ চাহাব আহিছে মাত্ৰ। ডি চিসকল সৰ চাহাব। হাফ প্যাণ্ট, হাফ ছাৰ্ট, দীঘল মোজা, বুট জোতা। খোজ কাঢ়ি 'ট্ৰাম' কৰিব লাগে। এতিয়াৰ দৰে ডবল গাদী লগোৱা এম্বেছেডৰ গাড়ী নাই। চাহাবে অসমীয়া নাজানে। সেয়ে লগত এজন দোভাষী থাকে। তেওঁ অসমীয়া, ভঙা ইংৰাজীত দুই-এটা কথা ক'ব পাৰে। চাহাবে জংঘলত সোমাই পৰিদৰ্শন কৰিছে। হঠাতে গম পালে কৰাঙনত কিবা লাগি আছে। হাফ পেণ্টটোৰ তল ফালটো দাঙি চাই দেখে শকত, দীঘল পোকৰ দৰে বস্তু। দোভাষীক সুধিলে কি বস্তু। দোভাষীয়ে সহাস্যে ক'লে— "ও, নাথিং ছাৰ, এ জোক।" চাহাব ঃ "ড্যাম ইউ, দি ব্লাডী থিং হ্যাজ ছাক্‌ড হাফ মাই ব্লাড এণ্ড ইউ কল ইট এ জোক?"

খুশৱন্ত চাহাবৰ বহুত জোক মই পঢ়িছোঁ। নানা ধৰণৰ মেগেজিনত। তাৰ ভিতৰত 'ৰীডাৰ্ছ ডাইজেষ্ট'ত ওলোৱা দুটা জোক মোৰ ভাল লাগে। এটা তেওঁৰ নিজৰ অভিজ্ঞতালব্ধ। সেয়ে, সঁচা যেন লাগে।

খুশৱন্ত চাহাব তেতিয়া কানাডাৰ ৰাজধানী অটোৱাত। তাৰ ভাৰতীয় দূতাবাসত প্ৰেছ আটাশ্যে (attache)। এদিন তেওঁ অফিচত বহি থাকোঁতে

এয়াৰপৰ্টৰ পৰা ফোন পালে। নাৰীকণ্ঠৰ কথা আহিল— "ভাৰতবৰ্ষৰ পৰা ইংৰাজী নুবুজা, মূৰত বেগেজ বন্ধা আৰু ডাড়িবালা আপোনাৰ বন্ধু এজন আহি স্লিপ এখন দিছেহি। তাত লিখা আছে যে তাত লিখিত ঠিকনালৈ লৈ যাবলৈ এওঁক এখন টেক্সি মাতি দিব।" সিং চাহাবে বোলে ক'লে যে মাতি দিয়ক। ফ্রেবালীজনীয়ে ক'লে বোলে, "টেক্সি মাতি কেনেকৈ দিওঁ? এড্রেছটো হ'ল ভেংকুভাৰৰ আৰু এয়া অটোৱা।" প্ৰসংগক্ৰমে ভেংকুভাৰ অটোৱাৰ পৰা প্ৰায় তিনি হাজাৰ মাইল দূৰ।

দ্বিতীয় 'জোক'টো ক'বলৈ মই দ্বিধাবোধ কৰিছোঁ। কাৰণ সেইটো ভাইচ চেন্সেলাৰৰ বিষয়ে। দ্বিধাৰ কাৰণ *জিলিঙনি* গোষ্ঠীৰ লগত জড়িত থকা ডঃ কুলেন্দু পাঠক অলপতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হৈছে। তেওঁ মোৰ আত্মীয়ও, সেই কাৰণে মই আনন্দ আৰু গৌৰববোধ কৰিছোঁ। সেয়ে উপাচাৰ্যৰ বিষয়ে 'জোক' ? পিছে নাই। ডঃ পাঠকৰ 'ছেন্স অব্ হিউমাৰ' আছে যদিও দেখোঁতে অতি গম্ভীৰ। কাৰণ মোৰ এই *স্মৃতিকথা* তেওঁ পঢ়ে বুলি মোক কৈছিল।

উপাচাৰ্যৰ জোকটো এনেকুৱা (১৯৮৮ চনৰ জুন মাহৰ 'ৰীডাৰ্ছ ডাইজেষ্ট', পৃ ৫৯ত ওলাইছিল) জোকটো খুশবন্ত চাহাবৰ 'Gossip Sweet and Sour' কিতাপৰ পৰা লোৱা। জোকটো এই ঃ আলিগড মুছলিম ইউনিভাৰ্ছিটীৰ এসময়ৰ ভাইচ চেন্সেলৰ হাচিম আলিয়ে নিম্নলিখিত জোকটো কৈ শুনোতাসকলক পেটত হেঁচা মাৰি ধৰিবলগীয়া অবস্থা কৰিছিল ঃ

এগৰাকী উপাচাৰ্য ঢুকাল। বৈকুণ্ঠৰ দ্বাৰত তেওঁৰ যথাযোগ্য সম্বৰ্ধনা জনোৱাৰ পিছত, তাৰ পিছত তেওঁৰ কি ব্যৱস্থা কৰা হ'ব সেই বিষয়ে এটা নিৰ্ণয় ল'বলৈ তেওঁক কিছুমান প্ৰশ্ন কৰা হ'ল।

ধৰ্মৰাজে সুধিলে— "আপুনি জীয়াই থাকোঁতে কি কৰিছিল?"

"মই এখন বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আছিলোঁ।"

"ভাল কথা। আপুনি মৰ্ত্যত থাকোঁতেই নৰক যন্ত্ৰণা ভোগ কৰিছিল। এতিয়া আপুনি বৈকুণ্ঠত আহি অলপ সকাহ পোৱা দৰকাৰ।"

তাৰ পাছত যিজন আহিল, তেওঁকো সেই একে প্ৰশ্ন কৰা হ'ল।

তেওঁ ক'লে, "মই ক্ৰমাগতভাৱে এবাৰৰ পাছত এবাৰকৈ তিনিবাৰ উপাচাৰ্য হিচাপে কাৰ্যনিৰ্বাহ কৰিছিলোঁ।"

"এওঁক নৰকত পেলোৱা হওক।" ধৰ্মৰাজে আদেশ দিলে, "এওঁৰ নৰকত থকাৰ অভ্যাস হৈ গৈছে।"

খুশবন্ত সিঙৰ 'জোক'বিলাক পিছে দিল্লীত প্ৰায়েই শুনা যায়— কনাট্ প্লেচৰ কাফেবিলাকত, দৰিয়াগঞ্জত, সব্জীমণ্ডি সকলোতে। তাৰ পৰা কলিকতালৈ আহে। 'জোক'ৰ ওপৰত কাৰো কপিৰাইট নাই। সেয়ে কুশীলক বৃত্তিও বেছ

প্ৰচলিত। কোনে ক'ত প্ৰথমে উলিয়ালে বুজা নাযায়। একৰকম মহাভাৰত-ৰামায়ণৰ দৰেই। সিং চাহাবে যে ধীৰেন বেজবৰুৱাৰ পাটীত তেওঁৰ নিজৰ মাকৰ ছইছিৰ অভ্যাস হৈ গৈ শেষ মুহূৰ্ততো দৰকাৰ হ'ল, সেই একে 'ঘটনা'টো মই পিছতো এবাৰ পঢ়িছিলোঁ। সেইবাৰ এগৰাকী লেখিকাই তেওঁৰ মাকৰ বিষয়ে হুবহু একেটা সাধুকথাকে লিখিছিল।

# লখিমপুৰ স্মৃতি-১

১৯৬৩ চনৰ ৭ ফেব্ৰুৱাৰিৰ দিনা মই সপৰিয়ালে তেতিয়াৰ উত্তৰ লখিমপুৰত উপস্থিত হ'লোঁ। তেতিয়া মোৰ মহকুমাধিপতি হোৱাৰ দিন উকলি গৈছিল, কাৰণ মোৰ লগত একেলগে চাকৰিত সোমোৱা ৰোহিণী শৰ্মা ১৯৫৯ চনতে উত্তৰ লখিমপুৰত মহকুমাধিপতি হৈছিল। মোৰ নিযুক্তিৰ এটা বিশেষ পশ্চাৎপট আছিল।

আঁৰৰ কথা হ'ল, ১৯৬২ চনৰ ডিচেম্বৰত 'হিন্দী-চিনী ভাই-ভাই'ৰ 'চিনী'যে বমডিলা অধিকাৰ কৰিলে। নবেম্বৰলৈকে বজাৰত গল্প চলি আছিল— যিসকলক আমি 'চেনি' (হিন্দী ভাষাত 'চিচিনি') অৰ্থাৎ চেনিৰ দৰে মিঠা বুলি কওঁ তেওঁলোকে আমাৰ তেজ কেনেকৈ পিব পাৰে? পাৰে। নেহৰু চাচাই ক'ব লগা হ'ল যে "মোৰ আমঠুটো অসমৰ মানুহৰ কাৰণে ওলাই গৈছে"— "মাই হাৰ্ট গ'জ আউট টু দি পিপ্‌ল অব্ আছাম।" মই তেতিয়া শ্বিলঙত। 'নিউ চাইনা ৰেষ্টোৰাঁ'ৰ নাম 'নিউ ইণ্ডিয়া ৰেষ্টোৰাঁ' হ'ল। সেই দোকানৰ ঠিক তলতে বাদাম ভাজি থকা নেপালী তিৰোতাগৰাকীৰ পৰা এজন বাঙালী মানুহে "এক টাকাব চীনে বাদাম দেও" বুলি কোৱাত আন এজন বাঙালী মানুহে আপত্তি কৰি গহীন ভাবত ক'লে— "চীনে বাদাম ব'লবেন না মশায, শুধু 'বাদাম' ব'লবেন।"

মই গুৱাহাটীৰ পৰা শ্বিলঙলৈ বদলি হৈ গৈছিলোঁহে মাথোন— আণ্ডাৰ ছেক্ৰেটেৰী। নংথুমাইত ঘৰ এটুকুৰা (part) লৈ ল'ৰা-ছোৱালীক চাহাবী স্কুলত পঢ়ুৱাওঁ বুলি ঠেং দাঙিছোঁহে মাত্ৰ, এনেতে বম্‌ডিলা পৰিল। সমসাময়িক আৰু আত্মীয় কৰুণা দত্ত লহকৰে ঠিক লাচুমিয়েৰৰ পৰা ৰাজভৱনলৈ অহা বাটটোৰ দক্ষিণ মূৰৰ ওখখিনিতে খবৰটো দিলে। 'মই বম্‌ডিলা দূৰ হন্ত' বুলি ভাবি 'বেফিকিৰ' হৈ ছেক্ৰেটেৰিয়েটৰ প্ৰধান ঘৰটোৰ ফালে খোজ ল'লোঁ। ছেক্ৰেটেৰিয়েট ঘৰটোৰ দক্ষিণ দুৱাৰেদি চিধাই দুই তলাত উঠিব পাৰি। দুৱাৰমুখতে পৰম সুহৃদ কবি হৰি বৰকাকতিক পালোঁ। তেওঁ আণ্ডাৰ ছেক্ৰেটাৰী, খোদ এপইন্টমেন্ট বিভাগৰ। 'আণ্ডা'

মানে কণী। অসমীয়াত 'কণী'ৰ কেইবাটাও অৰ্থ হয়। (হেমকোষ দ্ৰষ্টব্য)। এতিয়া দুটা 'আণ্ডা'ৰ ছেক্ৰেটাৰী লগ হোৱাত অৰ্থটো স্পষ্ট হ'ল। ইয়াৰ পিছতে স্বাভাৱিকতে আহে যোৰহাটৰ সুপ্ৰসিদ্ধ কণীৰ দাম আৰু ডি চিৰ 'গাজা'টো। কিন্তু কাৰ্যবাহী সম্পাদকে 'ড্ৰুপ লাইন'লৈ পোনোৱা দেখিলে চকু পোন্দায়। বৰকাকতিয়ে এটা বৰ ডাঙৰ সুখবৰ দিলে। ডিপাৰ্টমেণ্টেল পৰীক্ষা ফেল কৰাৰ ফলত ইনক্ৰিমেণ্ট বন্ধ হৈ থকাবিলাকে পৰীক্ষা পাছ কৰি 'কনফাৰ্ম হ'লে তেওঁলোকৰ সকলোবোৰ 'ইনক্ৰিমেণ্ট' পাব আৰু তাৰ ফলত জমা হোৱা বকেয়া দৰমহাও পাব— চৰকাৰে সিদ্ধান্ত লৈছে। মই এই সুবিধা পাব পৰা এক ভাগ্যবান দুৰ্ভগীয়া।

—"কিয়?"

— "পৰ্বতখন যে থিয়।"

বৰ্তমানে শুনি যক।

কেইদিনমান আগেয়ে বৰকাকতি আৰু মোৰ 'কণ্ট্ৰ'ল ৰুম' ডিউটী আছিল, বোধ কৰোঁ 'পেলাহি লোৱা' হৈছিল। চীফ ছেক্ৰেটেৰীৰ ৰুমৰ কাষতে 'কণ্ট্ৰ'ল ৰুম'। চীফ ছেক্ৰেটেৰী আহমদ নাজিৰ কিড়ৱাই। আমি ছিলঙৰ জাৰত গাৰ ভিতৰে-বাহিৰে উম লগাই ডিউটী কৰি আছোঁ। হঠাতে ধুমুহাৰ দৰে কিড়ৱায়ে প্ৰবেশ কৰিয়েই চিঞৰিবলৈ ধৰিলে— "গিভ্ মি বাপুউ," "গিভ্ মি বাপুউ।" আমি হতভম্ব। কথা নাই, বতৰা নাই, বাপু! কি বাপু, কোন বাপু, ক'ৰ বাপু! তাৰ পিছত অলপ ঠাণ্ডা হৈ ক'লে— "বো লেবাৰবালা।" লেবাৰ কমিশ্যনাৰ হেমেন দুৱৰা ওৰফে বাপু। তেওঁক টেলিফোনত মাতি দিব লাগে। পোৱা নগ'ল। পাছত জনা গৈছিল কোনোবা চাহ বাগানত চীনা ফৌজ সোমাইছে। সেয়ে বাপুক লাগে।

সেই কণ্ট্ৰ'ল ৰুমতে নে তেওঁৰ নিজৰ ৰুমতে, মাতি নি, মোক কিড়ৱাই চাহাবে ক'লে— "মাষ্টাৰ, তুমকো গৌহাটী জানা হোগা।"

গুৱাহাটীত ব্ৰাঞ্চ ছেক্ৰেটেৰিয়েট হ'ব। বলবীৰ চান্দ কাপুৰে এডিশ্যনেল চীফ ছেক্ৰেটেৰী হৈ তাৰ পৰা কাৰ্যনিৰ্বাহ কৰিব। মই তেওঁৰ ভলবটো, আণ্ডাৰ ছেক্ৰেটেৰী টু দি এডিশ্যনেল চীফ ছেক্ৰেটেৰী হৈ গুৱাহাটীত ব্ৰাঞ্চ ছেক্ৰেটেৰিয়েট বহুওৱাৰ বন্দোবস্ত কৰিব লাগিব। নংথুমাইৰ 'ঘৰৰ টুকুৰা'লৈ গৈ দেখোঁ গৃহিণীয়ে কাঠৰ বাকচত কড়িয়াই অনা চীনা মাটিৰ বাচন উলিয়াবলৈ আৰম্ভ কৰিছে। মই তৎক্ষণাতে আকৌ গুৱাহাটীলৈ যাব লাগিব বুলি কোৱাত তেওঁ কান্দিয়েই দিলে। এমাহেই হোৱা নাছিল গুৱাহাটীৰ পৰা ছিলঙলৈ অহাৰ।

গুৱাহাটীলৈ আহি দেখিলোঁ ইংৰাজী হিন্দুস্তান ষ্টেণ্ডাৰ্ড কাগজত ওলাইছে শ্ৰীঅজিত মল্ল বৰুৱা হেজ বিন এপইণ্টেড্ এডিশ্যনেল চীফ ছেক্ৰেটেৰী। 'আণ্ডাৰ ছেক্ৰেটেৰী টু দি' অংশটো বাদ পৰি গ'ল।

কাপুৰ চাহাব পঞ্জাবত ডি এছ পি আছিল। যুদ্ধ লগাত সৈন্যবাহিনীত 'কিংছ কমিশ্যন'লৈ যুদ্ধৰ শেষত যথেষ্ট ছিনিয়ৰিটী পোৱা আই এ এছ হৈ পৰিল। এখেতেই সেই কাপুৰ, যাক চৰকাৰে ১৯৫১ চনত কামৰূপীয়া প্ৰজাক ভাত-কাপুৰ (কামৰূপীয়াই 'কাপোৰ'ক 'কাপুৰ' বোলে) দিব নোৱাৰি, কাপুৰক ডি চি আৰু ভাটনগৰক এছ ডি অ' কৰি পঠিয়াইছে বুলি 'গাজা' ওলাইছিল।

তেতিয়া ডিফেন্স অব্ ইণ্ডিয়া এক্ট বলবৎ আছিল । চৰকাৰৰ সৰ্বময় ক্ষমতা। কাপুৰ চাহাব মিলিটাৰী মেজাজৰ মানুহ। মোক ক'লে নে ডি চিকে হুকুম দিলে পাহৰিলোঁ, মুঠৰ ওপৰত টেলিফোন ডিপাৰ্টমেণ্টক হুকুম দিয়া হ'ল দহটা টেলিফোনৰ লাইন কাটি এটা মোৰ ঘৰত লগাব আৰু বাকীকেইটা এডিশ্যনেল চীফ ছেক্ৰেটেৰীৰ নামত ৰিজাৰ্ভ কৰি থ'ব। যেনে হুকুম তেনে কাম— মোৰ বিছনাৰ কাষতে এটা টেলিফোন লাগিল। কাপুৰ চাহাবে মোক টেলিফোনত হুকুম দিলে তুমি ব্ৰাঞ্চ ছেক্ৰেটেৰিয়েটৰ কাৰণে ঘৰ ৰিকুইজিশ্যন কৰোৱা। মই মাজে মাজে যাম আৰু য'ত যি চহী কৰিব লাগে তাতে চহী কৰি থৈ আহিম।

যুদ্ধকালীন ক্ষিপ্ৰতা। কিন্তু তেতিয়া চীনা গৈ ঘৰ পাইছিল। মই 'ঢাল নাই তৰোৱাল নাই নিধিৰাম চৰ্দাৰ।'

প্ৰথমতে 'শাখা সচিবালয়'ৰ কাৰণেতো ঘৰ লাগে। মোৰ ঘৰৰ কাষতে 'আছাম টেক্সটাইল ইনষ্টিটিউট'। আহল-বহল কম্পাউণ্ড। বহুতো ঘৰ। তাত ক্লাছ বহে। প্ৰিন্সিপেল ধৈৰ্য দুৱৰা মোৰ কলেজৰ সহপাঠী। অতি অমায়িক মানুহ। এদিন পুৱাৰ ভাগতে মই দুৱৰাদেৱৰ চৰকাৰী বাসভৱনত উপস্থিত হ'লোঁ। ভৱনটো স্কুলৰ কম্পাউণ্ডৰ ভিতৰতে। কেনেকৈ গ'লোঁ পাহৰিলোঁ। গাড়ী-ঘোঁৰা নাই তেতিয়াও। চাইকেলত যোৱা যেন লাগিছে। দুৱৰাদেৱে আথে-বেথে মোক বহুৱালে। চাহৰো ব্যৱস্থা কৰিবলৈ ক'লে। শ্ৰীযুতা দুৱৰাৰ লুচিৰ নান্দনিক সৌন্দৰ্য আৰু স্বাদ আজি চল্লিছ বছৰৰ পাছতো মই পাহৰিব পৰা নাই।

তাৰ পাছত জেপৰ পৰা লেফাফা এটা উলিয়াই দুৱৰাদেৱৰ হাতত দিলোঁ। তেওঁৰ আবাস আৰু অফিচ বিল্ডিংটোৰ বাহিৰে সকলো ৰিকুইজিশ্যন কৰা হৈছে। পূব ফালৰ পকী ঘৰটোত অতিৰিক্ত মুখ্য সচিবৰ কাৰ্যালয় বহিব।

১০টা নে ৯টা টেলিফোনো বহিল। মোৰে সৌভাগ্য, সেই সময়তে স্বনামধন্য অসমীয়া গল্প লেখক স্বৰ্গীয় ৰমা দাশক পালোঁ। তেওঁ ফাইনান্সিয়েল এড্ভাইজাৰ হৈ আহিছিল। তেওঁৰ অনন্য বাচনভংগী এতিয়াও কাণত বাজে। গম্ভীৰভাৱে তেওঁ হাঁহি উঠা কথা কৈছিল। এবাৰ এজন আমাৰ দুয়োৰে চিনাকি মানুহৰ কথা ওলাইছিল। দাশদেৱে গহীন ভাৱেৰে ক'লে— "তেওঁ বৰ্তমানে খাটেনচনত আছে।" মই সুধিলোঁ— "মানে এক্ছটেন্চন নেকি?" দাশদেৱে সমান গাম্ভীৰ্যৰে ক'লে— "তেওঁ এক্ছটেন্চন কেইবাবাৰো পালে, এতিয়া খাটেনচনত আছে— অৰ্থাৎ খাটত তুলি

একেবাৰে প্ৰভুক সাক্ষাৎ কৰিবলৈ, অৰ্থাৎ সংকাৰ কৰিবলৈ নিনিয়ালৈকে চাকৰি কৰি থাকিব।"

সেই সময়ছোৱাত বহুতো মজাৰ মজাৰ ঘটনা হৈছিল। কিন্তু মই 'লখিমপুৰ স্মৃতি'হে লিখিব খুজিছোঁ। তাৰ কাৰণো আছেঃ ডিচেম্বৰৰ *জিলিঙনিত* মোৰ 'লখিমপুৰ স্মৃতি' ওলাব লাগিব। অহা ডিচেম্বৰত মোৰ লখিমপুৰলৈ যোৱাৰ কথা।

শ্বিলঙলৈ গৈ থাকিব লাগে। এখন জিপ গাড়ী আৰু এখন বিলাতী ষ্টেণ্ডাৰ্ড টেন গাডীও আমাৰ অফিচক দিয়া হৈছে। শ্বিলঙলৈ এবাৰ যাওঁতে মই চীফ ছেক্ৰেটেৰী কিডুৱাই চাহাবৰ কোঠাৰ বাহিৰত দেবালৰ নিচেই কাষত সৰু সৰু কৈ গাই আছিলোঁ— "দূৰলৈ নিদিবা, দূৰলৈ নিদিবা, দূৰলৈ নিদিবা মোক মোৰ দেউতা ঐ।" তেনেতে মোৰ প্ৰিয় বন্ধু এ চি ৰে'-ই দেখিলে (তেওঁ আৰু নাই, মিজো পাহাৰৰ ডি চি হৈছিল, ত্ৰিপুৰাৰ চীফ ছেক্ৰেটেৰি হৈছিল— কিমান গল্প! কিমান ঘটনা!)। তেওঁ সুন্দৰ অসমীয়াত সুধিলে— "কি কৰিছে।" মই ক'লো— "বিয়া নাম একাকি গাইছোঁ।"

মই জানিছিলোঁ মই শ্বিলং, গুৱাহাটীৰ বাহিৰলৈ যাব লাগিব এইবাৰ।

তাৰ পাছতে মোৰ লখিমপুৰলৈ (তেতিয়াৰ উত্তৰ লক্ষীমপুৰ) বদলিৰ হুকুম হ'ল। আৰু প্ৰথমতেই কোৱাৰ দৰে, ১৯৬৩ চনৰ ৭ ফেব্ৰুৱাৰিৰ দিনা লখিমপুৰত উপস্থিত হ'লোঁ। সেই চনৰে ২৬ জানুৱাৰীৰ দিনা ব্ৰহ্মপুত্ৰৰ ওপৰৰ প্ৰথম দলং শৰাইঘাট দলং যাতায়াতৰ কাৰণে মুকলি কৰি দিয়া হৈছিল। তাৰ কিছুদিন আগেয়ে লখিমপুৰলৈ বিমান সেৱা আৰম্ভ হৈছিল। দুষ্ট লোকে কোৱা-কুই কৰিছিল— যাতায়াতৰ এই সুবিধা ভাৰত চৰকাৰে কৰি দিয়া নাছিল, চীনা চৰকাৰৰ যত্নতহে এইবিলাক সুবিধা লখিমপুৰে পাইছিল। তাৰ আগতে, লখিমপুৰৰ ১৯৫৫ চনৰ মহকুমাধিপতি পি এইচ (শম্ভুমল ভাই হৃষিকেশ ভাই) ত্ৰিবেদীয়ে মোক কোৱাদি, 'কালাপানী, আন্দামান' বুলি ঠিকনা লিখি দিয়া চিঠি এখন সুকলমে উত্তৰ লখিমপুৰত তেওঁৰ বঙলা পাইছিলগৈ। পিছে ত্ৰিবেদী চাহাব এজন 'গাজাৰাজাধিৰাজ' আছিল। চীনা আক্ৰমণৰ সময়ত নেফাক অসমলৈ অহা সম্বন্ধে তেওঁ কেইবাটাও 'গাজা' তৈয়াৰ কৰিছিল আৰু ঠেং জোকাৰি জোকাৰি সবিস্তাৰে সেইবিলাক সহকৰ্মীসকলৰ আগত কৈছিল। কেতিয়াবা সেইবিলাক লিখা যাব। তেওঁৰ নিজৰ লখিমপুৰৰ ঘটনাও আছে। হাতীত উঠি ঢকুৱাখনাৰ পৰা বাসুদেৱ থানলৈ গীতা পঢ়ি পঢ়ি যাওঁতে হাতীৰ পৰা পৰি যোৱাটো আটাইতকৈ মজাৰ। বৰ্তমানে ১৯৬৩ চনত লখিমপুৰৰ যোগাযোগ ব্যৱস্থা, প্লেন আছিল, ৰেল আছিল, কলাপানী গুচিল, কিন্তু টেলিফোন ব্যৱস্থাটো 'পাক্কা' হোৱা নাছিল।

মোক লখিমপুৰলৈ পঠিওৱাৰ আঁৰৰ কথা আৰু আছে। মোৰ আগৰ এছ ডি অ' আছিল হিলাৰী পাইছ। তেওঁৰ পত্নী অসমীয়া। তেওঁৰ বিয়াৰ সকল কাহিনী মোক নিজেই কৈছিল। কিন্তু তেওঁ আছিল এজন ভূতৰ গল্পৰ স্পেচিয়েলিষ্ট। চীনা আহুৰ সময়ত, মান ভগনৰ সময়ত হোৱাদি 'চীনা ভগন'ও হৈছিল। সেই ভগনত তেজপুৰৰ ডেপুটী কমিছনাৰ

পি কে দাসো পলাইছিল । তেওঁক তৎক্ষণাতে বৰখাস্ত কৰা হৈছিল। পাইছ চাহাব মাজুলী পাইছিলগৈ। সেই কথাত লখিমপুৰৰ মানুহে বৰ বেয়া পাইছিল। তেতিয়া কেন্দ্ৰ আৰু ৰাজ্য দুয়োতে কংগ্ৰেছ চৰকাৰ। স্বৰ্গীয় মহানন্দ বৰা লখিমপুৰৰ বিধায়ক। সাতে-পাঁচে ঠিক কৰা হৈছিল এজন অসমীয়া মানুহক এছ ডি অ' কৰি পঠিয়াব লাগে। মই আছিলোঁ অতিৰিক্ত উপায়ুক্তৰ বাছনি তালিকাত দ্বিতীয়। ক্ষীণ কণ্ঠে মই কথাটো চীফ ছেক্ৰেটৰীক কওঁতে তেখেতে ক'লে— "আৰে যাও না। তুমহাৰি বাৰি আনেচে তুমকো এ ডি এম ইন চ্চাৰ্জ বনা দেংগে।" দিযক-নিদিয়ক সেই সময়ত কোনো ধৰণৰ আপত্তিকে দেশদ্ৰোহ যেন লাগিছিল। মই আকৌ বিয়াল্লিছৰ চোৰাং বিপ্লৱী।

মোৰ ওপৰত চৰকাৰৰ সেই আস্থাৰ মই মান ৰাখিছোঁ। কাৰণ অলপ দিনৰ পিছতে চাহ বাগানৰ চাহাবৰ এটা সঁজাতী দলে মোক লগ ধৰিলে। তেওঁলোকৰ নেতা আছিল মিষ্টাৰ জে (Jay), জয়হিং বাগানৰ ছুপাৰিণ্টেণ্ডেণ্ট। মেনেজাৰবিলাকৰ ওপৰৱালা। তেওঁলোকৰ পৰামৰ্শ আছিল যে ইলেভেন্থ আৱাৰ পলিচী এটা ঠিক কৰিব লাগে। অৰ্থাৎ আমাৰ চীনা ভাইসকল আকৌ আহি লখিমপুৰ সোমালে কি ধৰণৰ ব্যৱস্থা লোৱা হ'ব তাৰ এটা প্লেন। মই প্ৰায় বীৰদৰ্পে কৈ উঠিলোঁ— "আপোনালোকৰ বাবে অলপতে আহি যোৱাৰ দৰে ব্ৰিটিছ ৰয়েল এয়াৰ ফ'ৰ্চৰ প্লেন আহিব। মোৰ কাৰণে নাহে। মোৰ পলিচী হৈছে আই শ্যাল ষ্টে ৰাইট হিয়াৰ ৱিথ মাই ওযাইফ এণ্ড টু লিট্‌ল চিল্ড্ৰেন।" সেযে মোৰ ইলেভেন্থ আৱাৰ পলিচী।

লখিমপুৰত মই আনুষ্ঠানিকভাৱে ৮ মাহ আছিলোঁ, যদিও আচলতে ৭ মাহহে আছিলোঁ, শেষৰ প্ৰায় এমাহ ছুটীত আছিলোঁ। গৃহিণীৰ এপেণ্ডিচাইটিছৰ অপাৰেচন। কিন্তু এই সাত মাহতে ইমান ঘটনা ঘটা যেন লাগে যে ধাৰণা হয় এখন কিতাপকে লিখি পেলাব পাৰিম। কিন্তু শেষত গৈ দেখিম হয়তো যে মাত্ৰ দুটা খণ্ডৰ *স্মৃতিকথা*।

জয়হিং বাগানৰ জে চাহাবৰ কথা কৈছিলোঁ। এবাৰ তেওঁ আমাক ডিনাৰলৈ নিমন্ত্ৰণ কৰিলে। মোৰ বাল্যবন্ধু, আমাৰ গুৱাহাটীৰ উজান বজাৰৰ শ্ৰীযুত অমিয় প্ৰসাদ বৰুৱা, লখিমপুৰৰ পৰা পশ্চিমে, অলপ দূৰতে দ'লহাট বাগানৰ মেনেজাৰ। খুব ছিনিয়ৰ মেনেজাৰ। জে চাহাব অমিয়ৰ ওপৰৱালা। তেৱোঁ সপত্নীক আছিল যেন লাগে ডিনাৰ পাৰ্টীত। তেতিয়াও মই মদ খাবলৈ ধৰা নাই। জে চাহাব অলপ আচৰিত হ'ল। ফলৰ ৰস আদিৰ জোৰতে সদালাপ চলিবলৈ ধৰিলে। ৰাতি হৈ আহিব ধৰাত মই যাবলৈ অনুমতি বিচাৰিলোঁ। জে চাহাবে ক'লে যে "দ্য নাইট ইজ ইয়ং ইযং মিঃ বৰুৱা।" মই ক'লোঁ— "মাই ড্ৰাইভাৰ ইজ ওল্ড, ওল্ড মিঃ জে।"

ইমান দিনৰ পাছত (প্ৰায় ৪০ বছৰ) *স্মৃতিকথা*ত মাজে মাজে স্মৃতিভ্ৰংশ হয়। অলপ আগেয়ে, ১৯৬২ চনৰ ডিচেম্বৰত, মোৰ পৰম সুহৃদ কবি হৰি বৰকাকতিৰ লগত, শ্বিলঙত ছেক্ৰেটেৰিয়েটত 'ভিতৰে-বাহিৰে' গৰম লগাই কন্ট্ৰ'ল ৰুমত আছিলোঁ বুলি লিখিছিলোঁ, সেইটো শুদ্ধ নহয। জে চাহাবৰ লগত ফলৰ ৰসৰ জোৰতে সদালাপ চলাটো

সঁচা। তলৰ ঘটনাটোৱে তাক প্ৰমাণ কৰিব। ক'বই পাৰোঁ, ১৯৬৪ চনৰ জুন মাহৰ পৰাহে মই নিয়মীয়াকৈ ভিতৰত গৰম লগাবলৈ আৰম্ভ কৰোঁ।

চীনা সৈন্য ঘৰলৈ গ'ল। ভাৰতীয় 'আৰ্মী'য়েহে তেতিয়াও সীমান্তত খুঁটি পাতি ৰ'ল। লখিমপুৰৰ তেতিয়াৰ উপকণ্ঠ চাবতিৰ ব্ৰিগেড হেডকোৱাৰ্টাৰ্ছ তাৰ সাক্ষী হৈ আছিল। মোৰ সময়ত ব্ৰিগেডিয়াৰ আছিল শিউজিৎ সিং। তেওঁৰ আগৈয়ে বোলে আৰু দুজন 'শিউ' আছিল। ক্ৰমান্বয়ে শিউদেউ সিং আৰু শিউৰাজ সিং।

ব্ৰিগেডিয়াৰ শিউজিৎ সিঙে মোক এদিন লাঞ্চ খাবলৈ মাতিলে। মই ব্ৰিগেড হেড্‌কোৱাৰ্টাৰ্ছত উপস্থিত হ'লোঁগৈ। কথা-বতৰা আৰম্ভ হ'ল। তেওঁ সুধিলে মই কি খাম— বীয়াৰ নে হুইস্কী নে জিন। মই ক'লোঁ যে মই মদ নাখাওঁ।

"এন এছামিজ এণ্ড ইউ ডু নুট্ ড্ৰিংক্?"

মই ক'লো যে "ছ'ৰী", কিন্তু কথা তেনেকুৱাই। তেওঁ আচৰিত হ'ল। ইতিমধ্যে এটা বৰ নোমাল সৰু কুকুৰ আহি সোমাল আৰু চাৰিওফালে শুঙি ফুৰিবলৈ ধৰিলে। মই ভদ্ৰতাৰ খাতিৰত সুধিলোঁ, "ইয়াৰ নাম কি?" তেওঁ ক'লে যে তাৰ নাম 'বেল্ল'। কিন্তু তাৰ পূৰা নামটো হ'ল বেল্লজিৎ সিং অব্ পোদানা।

"ইউ নো, মিঃ বৰুৱা, এইটো 'কেনেল ক্লাব'ৰ ৰুল মতে দিয়া নাম। সেই ৰুল মতে কুকুৰৰ উপাধি তাৰ মালিকৰ নামৰ লগত মিলিব লাগে। এতিয়া, মোৰ নাম শিউজিৎ সিং, সেই কাৰণে ইয়াৰ নাম বেল্লজিৎ সিং। আকৌ মোৰ পূৰ্বপুৰুষৰ গাঁৱৰ নাম পোদানা। এতিয়া পাকিস্তানত পৰিছে। সেই কাৰণে ইয়াৰ পূৰা নামটো হ'ল বেল্লজিৎ সিং অব্ পোদানা— কেনেল ক্লাবৰ নিয়ম।"

মই আচৰিত হ'লোঁ, কিন্তু তেতিয়াই মনে মনে ঠিক কৰি থ'লোঁ যে মোৰ যদি কেতিয়াবা কুকুৰ হয় তেতিয়া তাৰ নাম 'কালুমল্ল বুজৰবৰুৱা অব্ চান্দকুছি' ৰাখিম। নামটো কেনেল ক্লাবৰ ৰুল মতে দিয়া যদিও, তাৰ অলপ ব্যাখ্যা দৰকাৰ। প্ৰথমতে 'চান্দকুছি'। আমাৰ পূৰ্বপুৰুষৰ গাঁও। মোৰ ৬ষ্ঠ পূৰ্বপুৰুষ বক্তমল্ল বুজৰবৰুৱাই ১৭৩৪ চনত পাতে। বুজৰবৰুৱা আমাৰ বংশগত উপাধি— সেইতাই 'বুজৰ'টো কাটে, আৰু সৰুতে কেটেঙা হোৱা কাৰণে মই 'মল্ল'টো কাটো।

আকৌ টেঙৰ পাঠক প্ৰভুসকলৰ পালত পৰিলোঁ। সুধিব— 'কালু' কিয়? আপোনাৰ ভৱিষ্যৎ কুকুৰটো বগাওতো হ'ব পাৰে, মুগাবৰণীয়া? পখৰা? কিন্তু মোৰ অতি মৰমৰ বাল্যবন্ধু বেলতলাৰ কুমাৰ যতীন্দ্ৰ নাৰায়ণ দেৱ এই মতত দৃঢ় আছিল যে অসমীয়া মানুহৰ কুকুৰৰ নাম 'কালু' হ'বই লাগিব। সেই দৃঢ়মত তেওঁ কাৰ্যকৰীও কৰিছিল। তেওঁৰ শুধ বগা এলচেচিয়ান কুকুৰটোৰ নাম 'কালু' ৰাখিছিল।

লখিমপুৰত মোৰ সাত মাহৰ ভিতৰত সকলোতকৈ বৰ্ণাঢ্য ঘটনা আছিল

কিজানি ১৯৬৩ চনৰ স্বাধীনতা দিৱসৰ দিনা হোৱা ফুটবল মেচ। ঠিক কৰা হৈছিল যে মেচখন হ'ব উকীলসকল আৰু বিষয়াসকলৰ মাজত। উকীলসকলৰ কেপ্টেইন ৰুদ্ৰ গোহাঞিবৰুৱা— ১৯১৩ চনৰ, পুনৰ কওঁ ১৯১৩ চনৰ, কটন কলেজ ফুটবল টীমৰ কেপ্টেইন। বিষয়াসকলৰ কেপ্টেইন, স্বাভাৱিকতে এছ ডি অ', অৰ্থাৎ মই। বিষয়াৰ কেপ্টেইনৰ ফুটবলৰ বিশেষ অভিজ্ঞতা নাই। ১৯৪২ চনত গোৱালপাৰা পি আৰ গভৰ্নমেন্ট হাইস্কুলৰ ক্লাছ টেনৰ টীমৰ লেফ্‌ট আউট্ মাত্ৰ। মই বাঁও ভৰিৰে ফুটবল খেলা কাৰণে আমাৰ গাঁৱৰ ৰবাব টেঙা ফুটবলৰ খেলাতো মোৰ বেছ 'ডিমাণ্ড' আছিল। বিষয়া টীমৰ কেপ্টেইনৰ সেইদিনা (১৫/৮/৬৩) ৩৭ হ'বলৈ চাৰি দিন বাকী, অফিচিয়েল এইজ ৩৪ বছৰ ৯ মাহ ১৫ দিন। উকীলসকলৰ (বাৰ লাইব্ৰেৰীৰ) কেপ্টেইন ৰুদ্ৰ গোহাঞিবৰুৱাদেৱৰ বয়স হিচাপ কৰি চাওক ঃ ১৯১৩ চনৰ কটন কলেজৰ ফুটবল কেপ্টেইন! বয়স অন্ততঃ ৬৮।

১৯৬৩ চনৰ ১৫ আগষ্ট মোৰ বৰ উত্তেজনাপূৰ্ণ দিন। তেতিয়াও ডি চি/এছ ডি অ'ৱে জিলা/মহকুমাত জাতীয় পতাকা উত্তোলন কৰিছিল— মন্ত্ৰীসকলে পতাকা তোলাৰ 'ৰেৱাজ' হোৱা নাছিল। মোৰ এটা 'বন্ধগলা' ('গলা বন্ধ' বুলি নক'ব— দিল্লীত হাঁহিব) কোট আছিল। পাতল ঘিউ বৰণীয়া। বোধ কৰোঁ পতাকা তোলা উপলক্ষ আহিব বুলিয়েই কেতিয়াবা চিলাই লৈছিলোঁ। ৮-১৫ মি মোৰ বাবে বেছ ৰাতিপুৱা। উঠি, সাজ-পাৰ পিন্ধি চাৰ্কিট হাউছৰ সমুখত ফিল্ডত পতাকা তোলাৰ পিছত দিয়া বক্তৃতাত কবিকণ্ঠ থোকাথুকি! কনকলতা, কুশল কোঁৱৰৰ কথা ক'লোঁ। অসমৰ সাম্প্ৰদায়িক সম্প্ৰীতিৰ কথা ক'লোঁ, ক'লোঁ চীনা আকৌ আহিলেও আহিব, আমাৰ সৈন্যবল কম হ'লেও হ'ব, শ্ৰীৰামৰ কিমান সৈন্য আছিল? সিও বান্দৰ আৰু ভালুক, ইত্যাদি ইত্যাদি।

আবেলি খেলা আৰম্ভ হ'ল। বহুত মানুহ। সকলোৱে বোলে 'বুঢ়াৰ খেল'খন চাবলৈ উদগ্ৰীৱ হৈ আছিল। দুই পক্ষই চেষ্টাৰত বলটো লৈ শাৰী পাতিলে। ৰুদ্ৰ গোহাঞিবৰুৱাদেৱে মুখৰ চাৰমিনাৰ চিগাৰেটটো পেলাই মোৰ ফালে তেখেতৰ শীৰ্ণ সোঁহাতখন আগুৱাই দিলে। তেখেতক আশীবছৰীয়ামান দেখা গৈছিল। কাষতে একুকু ডাটি লৈ ভীষ্ম পিতামহৰ দৰে তীৰ্থ হাজৰিকাদেৱ। মোৰ কাষত এগজিকিউটিভ ইঞ্জিনীয়াৰ পুলকানন্দ তালুকদাৰ, মোৰ ছাত্ৰ আৰু উজান বজাৰত মোৰ প্ৰতিবেশী। দুই কেপ্টেইনে হেণ্ডশ্যেক কৰিলোঁ। টছ'ত বাৰ লাইব্ৰেৰী দল জিকিল। কেপ্টেইন গোহাঞিবৰুৱাদেৱে ১৯১৩ চনৰ কেপ্টেইনৰ ফৰ্ম দেখুৱাই, সোঁফাললৈ 'কিক্' মাৰি আগুৱাই গ'ল। মই বাঁওভৰিৰে বাঁওফালে মাৰি, নিজৰ '৪২ চনৰ 'চাবেক' পজিছন, লেফ্‌ট আউটৰ ফালে লৰ মাৰিলোঁ। খেলা চলি থাকিল। দৰ্শকৰ হাতচাপৰি আৰু চিয়ঁৰত খেল উত্তেজনাময় হৈ উঠিল। পুলকা ভাল খেলোৱাৰ। বল ড্ৰিবল কৰি আগুৱাই গৈ থাকিল। ময়ো সমানে সমানে গৈ আছোঁ। বাৰ লাইব্ৰেৰীয়ে পূবফালে (হাস্পতালৰ ফাল) আৰু অফিচাৰ্ছ টীমে পশ্চিমফালৰ পৰা খেলিছে। আমাৰ টীমৰ ফৰৱাৰ্ডসকলে, ষড়যন্ত্ৰ কৰিয়েই বোধ কৰোঁ, মোক মাজত লৈ আগুৱাই

গৈ আছিল। গ'লৰ মুখ পাই পুলকানন্দই যথাৰ্থ প্ৰিয় ছাত্ৰৰ দৰে মোৰ ভৰিৰ আগত পেলাই দিলে। সমুখতে গ'ল প'ষ্ট। 'গ'ল, গ'ল' শব্দত ৰণভূমি মুখৰিত হৈ উঠিল। বিষয়াৰ দল জিকিল।

মই লখিমপুৰত থকাৰ সময়ত জিৰ'ত ডি চি স্বৰ্গীয় ধৰ্মেশ্বৰ বৰুৱা। আমাৰ ঘৰ তেওঁলোকৰ পৈতৃক চেনিকুঠীৰ ঘৰৰ ওচৰতে। তেখেত এবাৰ নে দুবাৰ আহিছিল। বৰ্তমানৰ লখিমপুৰৰ ডি চিৰ ঘৰটোৱেই আগৰ এছ ডি অ'ৰ ঘৰ। খোলা বাৰাণ্ডাৰ প'ৰ্টিকোডোখৰতে আমি বহোঁ। তেখেতে সকতে লখিমপুৰত পঢ়িছিল। তেখেতে সেই সময়ৰ কথা কয়— "বাপ! আমি এইফালেদি যাবলৈয়ে ভয় কৰোঁ। সৌ গছজোপাৰ তলতে হামফ্ৰে চাহাবে বহি মদ খাই থাকে।" হামফ্ৰে হৈছে কুশল কোঁৱৰক ফাঁচিৰ হুকুম দিয়া ডি চিজন— চি এ হামফ্ৰে।

বৰুৱাদেৱে মোক জিৰ'লৈ মাতিলে। মই আপত্তি কৰিলোঁ যে নিজৰ দেশৰ ভিতৰতে 'পাছ' লৈ মই নাযাওঁ। (তেতিয়া নেফাত সোমাব লাগিলে ইনাৰ লাইন পাছ ল'ব লাগে।) মোৰ ছেন্টিমেণ্টত লাগে।

বৰুৱাদেৱে হাঁহি ক'লে— "আপুনি পাছ ল'ব নালাগে। মই এছক'ৰ্ট পঠিয়াম। জিৰ'লৈ যোৱাৰ দিন ঠিক হৈছিল। কিমিনত মেজৰ জোখিকো খবৰ দিয়া হৈছিল। তেওঁ সীমান্ত পথ নিৰ্মাণ সংস্থাৰ এজন বিষয়া আছিল। কিন্তু যাবৰ আগ দিনা ৰাতিয়ে গৃহিণী এপেণ্ডিচাইটিছত আক্ৰান্ত হোৱাত জিৰ'লৈ আৰু যোৱা নহ'ল।

মেজৰ জোখি এজন ইঞ্জিনীয়াৰ মেজৰ। বৰ বৰ্ণাঢ্য ব্যক্তিত্ব। ৰঙা-বগা শকত পাৰ্ছি মানুহ। অসম-নেফা সীমান্তৰ কিমিনত থাকে। মেজৰ জোখিয়ে এবাৰ জিৰ'লৈ যোৱা ৰাস্তাত এটা অকলশৰীয়া বনৰীয়া হাতী দেখা পালে। এনেকুৱা হাতী 'ৰোগ' অৰ্থাৎ গুণ্ডা হাতী হোৱাই সম্ভৱ। গুণ্ডা হাতী ওলোৱা বুলি নিশ্চিত হ'লে, তাৰ বৰ্ণনাসহ গেজেটত জাননী দি 'ৰোগ' বুলি ঘোষণা কৰিব লাগে। তাৰ পাছতহে তাক মৰাব পাৰি। মই কথাটো আমাৰ বিষয়াসকলৰ লগত আলোচনা কৰিলোঁ। ছিনিয়ৰ ই এ চি জীৱন হাজৰিকা বৰ ন্যায়নিষ্ঠ আৰু সাৱধান বিষয়া। তেৱেঁই হ'বলা, কথাটো তুলিলে যে প্ৰথমতে নিশ্চিত হ'ব লাগিব মেজৰ জোখিয়ে হাতী দেখিছে নে নাই। প্ৰবাদ আছিল যে মেজৰ জোখি সকলো সময়তে নিচাযুক্ত অৱস্থাত থাকে। তাৰ পাছত আন এজনে ধেমালি কৰি ক'লে যে যদি দেখিছে, তেনেহ'লে হাতীটো কি ৰঙৰ আছিল? ইংৰাজীত প্ৰবাদ আছে যে নিচাৰ কোব বেছি হ'লে, মানুহে গোলাপী ৰঙৰ হাতী অৰ্থাৎ 'পিংক এলিফেণ্ট' দেখে। মই উডহাউছৰ ধেমেলীয়া উপন্যাসত পঢ়িছোঁ। তদুপৰি, কলিকতাৰ এখন দামী হোটেলৰ 'বাৰ' অৰ্থাৎ মদ্যপান কক্ষৰ নামেই 'পিংক এলিফেণ্ট'। শেষত তদন্ত কৰোৱা হ'ল। অন্য দুই-চাৰিজন মানুহেও দেখা বুলি ক'লে। হাতীটোৰ ৰং ক'লা বুলিও ক'লে। দাঁতাল। ৮ ফুটমান ওখ। তাৰ পিছত কি হ'ল পাহৰিলোঁ। কেৱল মনত আছে লখিমপুৰ চহৰৰ একমাত্ৰ 'এলিফেণ্ট গান'— হাতী মৰা

বন্দুক আছিল বেডাবেও হেগষ্ট্ৰমৰ। মোৰ পিছৰ পিছৰজন এছ ডি অ' চন্দ্ৰধৰ ত্ৰিপাঠীয়ে বেডাবেও হেগষ্ট্ৰমক বহিষ্কাৰ কৰিছিল। চৰকাৰৰ আদেশত নে নিজৰ সিদ্ধান্ত মতে ক'ব নোৱাৰোঁ।

# লখিমপুৰ স্মৃতি-২

'লখিমপুৰ স্মৃতি'ৰ প্ৰথম খণ্ডত ব্ৰিগেডিয়াৰ শিউজিৎ সিঙৰ ঘৰত 'লাৰ্জি' খাওঁতে তেওঁৰ কুকুৰ বেঞ্জজিৎ সিং অৱ্ পোলানাৰ আৱিৰ্ভাৱৰ পিছত হোৱা কথোপকথনৰ এটা অংশ স্মৃতিভ্ৰংশ হৈ বাদ পৰি গৈছিল। এতিয়া কওঁ। কথা প্ৰসংগত ব্ৰিগেডিয়াৰে কৈছিল যে বেঞ্জজিৎ সিঙে লোকেল গাইৰ গাখীৰ খাব নোৱাৰে। মোৰ দ্বিতীয়বাৰ আচৰিত হোৱাৰ পাল। মই ক'লোঁ যে কিয়? মোৰ ল'ৰা-ছোৱালীয়েতো ঠিকেই খায়। ব্ৰিগেডিয়াৰে ক'লে যে খাব পাৰে, কিন্তু বেঞ্জজিতে নাখায়। পঞ্জাবৰ পৰা আৰ্মীৰ কাৰণে যি কণ্ডেন্সড্ মিল্ক আহে অকেহে খাব পাৰে। তেতিয়াহে মোৰ জ্ঞান হ'ল যে অসমীয়া গাইও অসমীয়া মানুহৰ দৰে। 'নন্ মাৰ্শ্যিয়েল'। অসামৰিক।

এইখিনিতে এজন 'নন্ মাৰ্শ্যিয়েল' ব্ৰিগেডিয়াৰৰ কথা কওঁ। আচলতে এই ঘটনাটো হ'ব লাগিছিল এই স্মৃতিকথাৰ প্ৰথম খণ্ড 'অষ্ট্ৰেলীয় গৰুৰ প্ৰথম (?) অসম আগমন'ৰ অংশ। কিন্তু, সেইবাৰো স্মৃতিস্খলন হৈছিল। অষ্ট্ৰেলীয় গৰুৰ প্ৰথম (?) অসম আগমনৰ কথা মনত পৰেনে পাঠক প্ৰিয়? সেই সময়তে মই কলিকতাৰ অসম চৰকাৰৰ বাণিজ্যহীন বাণিজ্য উপদেষ্টাৰ চকী অলংকৃত কৰি আছিলোঁ বহি, কিয়? কাৰণ কাম নাই। এনেতে এখন ভিজিটিং কাৰ্ড আহিল— ব্ৰিগেডিয়াৰ জেনেৰেল যণ্ড চমচেৰ জং বাহাদুৰ ৰাণা— চিভিল ড্ৰেছত আহিছোঁ। আহিব লাগিবই। কাৰণ নেপালী জেনেৰেলৰ সৈন্য-সামন্ত নাথাকিবও পাৰে। মই ব্ৰিগেডিয়াৰক আদৰ-সাদৰ কৰি বহুৱালোঁ। চুটি-চাপৰ, ধীল-মিন, বগা-জগা ব্ৰিগেডিয়াৰ। তেওঁ তৎক্ষণাতে আৰম্ভ কৰিলে (অৱশ্যে ইংৰাজীত)— "মিঃ বৰুৱা আপোনালোকে এইবোৰ কি কৰিছে? অষ্ট্ৰেলিয়াৰ পৰা চেঁউৰী আনিছে? আমাৰ নেপালী শাস্ত্ৰ (ত্ৰিভিজ) মতে গাইৰ ভিতৰত শ্ৰেষ্ঠ গাই হৈছে আপোনালোকৰ দেশৰ। কৈছে: 'ব্ৰহ্মপুত্ৰ পাৰে ভক্তো সাত মুঠি গাই।' আপোনালোকৰ নিজৰ দেশৰ 'এক্লাইমেটাইজ্‌ড' (জলবায়ুৰ লগত খাপ খোৱা) গাইৰহে উন্নতি কৰিব লাগে। আপোনাৰ চৰকাৰক কওক।" মই ক'লোঁ যে মই ক'ম। মোৰ 'কাজিন' (জাতি দাদা) ভেট্টেকিনাৰীৰ ডাইৰেক্টৰ। মোৰ এই দাদাজন কেইবাখনো জিলাৰ জোঁৱাই। তাৰ ভিতৰত এখন হৈছে

লখিমপুৰ। হায় অসমীয়া সাত মুঠি গাই! বেক্সজিতেযে তোমাৰ গাধীৰ নাখায়!

ব্ৰিগেডিয়াৰৰ গল্প আৰু এটা কওঁ। এইটো কোনোবা আমেৰিকান মেগেজিনৰ। ব'য়িং ৭৩৭ প্লেনৰ কাষৰ দুশাৰীত তিনিটাকৈ ছীট থাকে। এবাৰ এখন তেনে প্লেন নিউয়ৰ্কৰ পৰা ছিকাগোলৈ যাওঁতে প্ৰথম শাৰীৰ সোঁফালৰ তিনিটা ছীটত তিনিজন মানুহ বহিছে। খিৰিকীৰ ফালৰ ছীটটোত এজন গহীন মুখৰ মানুহ। বাকী দুজনে কথা-বাৰ্তা পাতিবলৈ আৰম্ভ কৰিলে। 'আইল' অৰ্থাৎ দুশাৰী ছীটৰ মাজেদি যোৱা বাটটোৰ যাত্ৰীজনে তেওঁৰ কাষৰ যাত্ৰীজনক কথা-বতৰাৰ মাজতে পৰিচয় দি ক'লে যে তেওঁ এজন অধিবক্তা, তেওঁ বিবাহিত। তেওঁৰ এটা ল'ৰা, তেওঁ ব্ৰিগেডিয়াৰ। সিজনে ক'লে— কি সমসংঘটন, তেওঁ এজন একাউন্‌টেণ্ট, তেৰোঁ বিবাহিত। তেওঁৰ এজন ল'ৰা। তেৰোঁ ব্ৰিগেডিয়াৰ। তৃতীয়জন মানুহে একো কোৱা নাই দেখি, প্ৰথমজন, যি অলপ মিলা-মিছা কৰি ভাল পোৱা মানুহ, তেওঁ সুধিলে— "ছাৰ, আপুনি কি কৰে সুধিব পাৰোঁ নে?" সিজনে নিবসভাৱে ক'লে— "পাৰে। মই ব্যৱসায় কৰোঁ। মোৰ ল'ৰা এটা। সি ব্ৰিগেডিয়াৰ। মই অবিবাহিত।" এইবুলি কৈ তেওঁ খিৰিকীয়েদি বাহিৰলৈ চাবলৈ ধৰিলে।

ব্ৰিগেডিয়াৰৰ কথা ইয়াতে থক। মোৰ দুটা ভতিজা কৰ্ণেল। সিহঁতে মোৰ কোলাত উঠি ডাঙৰ হৈছে। নাম দুটাও ময়েই দিয়া। সিহঁতে বেয়া পাব পাৰে। পিছে, নেদেখে। ভাবিছে 'গুল'? পৈতৃক ঘৰ গুৱাহাটীৰ শিলপুখুৰীত।

মোৰ লখিমপুৰ স্মৃতিৰ এটা গুৰুত্বপূৰ্ণ ঠাই অধিকাৰ কৰা উচিত ইন্দিৰা গান্ধীৰ আগমনে। প্ৰধান মন্ত্ৰী হিচাপে নহয়। তেওঁ তেতিয়া চেণ্ট্ৰেল চিটিজেন্স কমিটীৰ অধ্যক্ষ। সেই আগমন উপলক্ষে আৰু দুজন বিশিষ্ট ব্যক্তিৰ আবিৰ্ভাব হ'ল। এজন দেৱকান্ত বৰুৱা। তেওঁ তেতিয়া মন্ত্ৰী আছিল নে নাই? যদি নাছিল, তেওঁৰ লগত একেখন গাড়ীতে গৈছিলোঁ কেনেকৈ? আৰু এজন হ'ল ৰাণা কৃষ্ণ দ্বৈপায়ণ নাৰায়ণ সিং। তেওঁক আমাৰ দৃশ্যপটত অলপ আগেয়ে ওলোৱা ব্ৰিগেডিয়াৰ জেনেৰেল যশু চমচেৰ জং বাহাদুৰ ৰাণাৰ আত্মীয় বুলি নাভাবিব। অবিভক্ত দৰঙৰ ডি চি। তেওঁ বৰ যোগাৰী মানুহ আছিল। এটা পদ্মশ্ৰীও যোগাৰ কৰিছিল। লখিমপুৰলৈ তেওঁ অহাৰ কথা নহয়। কাৰণ লখিমপুৰ তেওঁৰ তলত নহয়। ডিব্ৰুগড় জিলাৰ ভিতৰতহে আছিল তেতিয়া। তেওঁ নিজেই ইন্দিৰা গান্ধীক কায়দা কৰি গাড়ীৰ যোগাৰ কৰি দিবলৈ আহিছিল নে চৰকাৰী নিৰ্দেশত আহিছিল ক'ব নোৱাৰিম। গাড়ী 'বন্দোবস্ত'টো পাহৰিলোঁ। সমস্যাটো হ'ল— মই এছ ডি অ'ই দেৱকান্ত বৰুৱা আৰু ইন্দিৰা গান্ধীৰ লগত একেখন এম্বেছেডৰত উঠি লীলাবাৰী এৰোড্ৰোমৰ পৰা লখিমপুৰ চাৰ্কিট হাউছলৈ কেনেকৈ আহিলোঁ? যদি দেৱকান্ত বৰুৱা মন্ত্ৰী আছিল, তেনেহ'লে তেওঁৰ লগত আৰু কোনো লেমটো নাছিল কিয়? (আচৰিত কথা 'লেমটো' শব্দটো 'হেমকোষ'ত আছে।)। যক, যি মনত পৰে কৈ যাওঁ। মই খবৰ পাইছিলোঁ যে

ইন্দিৰাজীয়ে 'চুপ'ৰ বাহিৰে একো নাখায়। মনত পৰে যেন তেওঁ লীলাবাৰীত নমাৰ পিছতে তেওঁৰ লগত মোৰ চিধা-চিধি কথা-বাৰ্তা হৈছিল। যিহক, তেওঁক আদৰি অনা হ'ল। 'চুপ'ৰ একো অসুবিধা নহ'ল। আমাৰ লখিমপুৰ চাৰ্কিট হাউছৰ কুক কাম কৰোঁতাৰ আনিচুৰ ৰহমানে চাহাব গৱৰ্ণৰকো 'চুপ' বান্ধি খুৱাইছে। চাহাব দুলুংমুখত মাছ মাৰিবলৈ আহে। লখিমপুৰত থকাৰ সময়ত আনিচুৰে পুৰা চাহাবী খানা 'চুপ টু' নাট্ছ' খুৱায়। এবাৰ মোৰ সময়তে আনিচুৰে 'বিজ্ঞাইন' দিছিল। ইন্দুকলা-পঙ্কজ কেইটামান শাৰী মোৰ এতিয়াও মনত আছে। অলপ পিছত লিখিম। বৰ্তমানে ইন্দিৰা গান্ধী আৰু দেৱকান্ত বৰুৱা।

ইন্দিৰা গান্ধীৰ মিটিং হ'ল। তেওঁক আকৌ প্লেনত উঠাই দিব লাগে। আগৰ ছীটত ড্ৰাইভাৰৰ লগত মই, পিছৰ ছীটত সোঁফালে দেৱকান্ত বৰুৱা আৰু বাঁওফালে ইন্দিৰা গান্ধী। এই সোঁ-বাঁওৰো অৰ্থ আছে। ভি আই পি ছীটটো হয় ড্ৰাইভাৰ বহাৰ পৰা কোণীয়া-কোণীকৈ ওলোটাফালে। সেই বিষয়েও এটা মজাৰ ঘটনা আছে। সেই ঘটনাৰ নায়ক জৰ্জ ফাৰ্ণাণ্ডেজ। প্ৰতিৰক্ষা মন্ত্ৰী। তেওঁ যেতিয়া ঘটনাটোৰ কথা মোক কয়, তেতিয়া তেওঁ কেন্দ্ৰীয় উদ্যোগ মন্ত্ৰী (১৯৭৮), মই উদ্যোগ বিভাগৰ সচিব। পাছত কথাখিনি কোৱা যাব। লীলাবাৰীত থ'বলৈ যাওঁতে মন কৰিছিলোঁ যে ইন্দিৰাজীৰ গা বৰ ভাল নহয়, বৰ ক্ষীণ, একো খাব নোৱৰা কাৰণেই বোধ কৰোঁ 'চুপ' খাইছিল। দেৱকান্ত বৰুৱাই গোটেই বাটটো স্বগতোক্তি কৰি গৈছিল। কাৰণ ইন্দিৰা গান্ধীয়ে এষাৰো কথা কোৱা নাছিল। আৰু মইতো কোনো কথা কোৱাৰ প্ৰশ্নই নুঠে। 'মনোজাগ'ৰ একাংশ মনত পৰে :

(স্থান : চাৰতি আৰু লীলাবাৰীৰ মাজৰ কোনো এঠাই। ৰাস্তাৰ পূবফালে এখন স্কুলৰ এটা সৰু আধা চুণকাম কৰা ঘৰ। বেৰৰ তলৰ ফালটো গোবৰ-মাটি লেপা অংশ দেখা যায়)

দেৱকান্ত বৰুৱা : দিছ্ স্কুল ইজ কলড্ ইন্দিৰা গান্ধী গাৰ্লছ্ স্কুল। ইট্ হেজ নো ৰিজেমব্লেন্স টু দি অৰিজিনেল।

ইন্দিৰা গান্ধী : নীৰৱতা।

দে কা ব : ব্লা, ব্লা

ই গা : নীৰৱতা।

দে কা ব (হতাশ হৈ) : ইট্ হেজ নো ৰিজেমব্লেন্স টু দি অৰিজিনেল।

ই গা : নীৰৱতা।

*(ইংৰাজী : blah, ফৰাচী : Bla-bla বা bla-blu-bla*
*অৰ্থ : ইং-ফ: দুয়োতে 'ফেন উঠা কথা'।)*

পৰ্দা

ইন্দিৰা গান্ধীৰ 'চুপ' খোৱাৰ লগতে সেই চুপৰ বাজনি আৰু তাৰ লগতে

অন্য এটা চুপ কাহিনীৰ নায়কৰ কথাও ক'ব পাৰি। লখিমপুৰ চাৰ্কিট হাউছৰ সেই সময়ৰ ৰান্ধনি আনিচুৰ ৰহমানে চাহাব গৱৰ্ণৰকো চুপ ৰান্ধি দিছিল বুলি কৈ আহিছোঁ। সেই গুণীজন অলপ মেজাজী আছিল। সকলো ভাল ৰান্ধনিয়েই বোধ কৰোঁ অলপ মেজাজী। মই পঢ়াৰ ভিতৰত ইংৰাজী ভাষাৰ শ্ৰেষ্ঠ হাস্যৰসিক পি জি উডহাউছৰ ফৰাচী 'কুক' আনাতোলৰ কথাই ধৰক। আমাৰ অনিচুৰো তেনেকুৱা। এদিন পুৱা হঠাতে মোৰ চৰকাৰী বাসভৱনত অলপ ৰাগান্বিতভাৱে প্ৰৱেশ কৰি তেওঁ এখন দৰখাস্ত মোৰ হাতত দিলে। কিছু কথা এতিয়াও মোৰ হুবহু মনত আছে। অলপ ভকতীয়া ভাষা— "আজি দুপৰীয়া নাজিৰ বাবুৱে অধীনক অবাইচ কথাৰে গালি-শপনি দিয়াত অধীনৰ মনত মহৎ কষ্ট উপস্থিত হৈছে। এতেকে অধীনৰ প্ৰভিডেন্ট ফাণ্ডৰ টকাখিনি দি অধীনক চাকৰিৰ পৰা বিদায় দিয়া হওক.. ।"

মই বহুত বুজাবৰ চেষ্টা কৰিলোঁ— প্ৰভিডেন্ট ফাণ্ডৰ টকা ততালিকে উলিয়াই দিবৰ ক্ষমতা মোক দিয়া হোৱা নাই , ইত্যাদি। কিন্তু আনিচুৰ 'নাছোড বান্দা'। শেষত বোধ কৰোঁ কিবা এটা মিট্-মাট হৈছিল।

অন্যজন সুপকাৰ (শব্দটো সংস্কৃত, এতেকে 'স'টো অসমীয়া প্ৰথম 'চ'ৰ দৰে উচ্চাৰণ হ'ব। ফলত অৰ্থ 'চুপ'কাৰ অৰ্থাৎ 'চুপ' কৰোঁতাও হ'ব) হৈছে এছ ডি অ'ৰ বঙলাৰ লগতে অহা ৰান্ধনি গোলাপ। চাহ জনজাতীয় লোক। মোৰ ল'ৰা-ছোৱালীৰ বয়স তেতিয়া ৮।। আৰু ৫।। গোলাপে সিহঁতক সাধু কয়। ওমলাই ৰাখে। কিবা কাৰণত সিহঁতৰ ধাৰণা হৈছিল ঘৰটো গোলাপৰে। গোলাপৰ অনুগ্ৰহতে যেন আমি তাত থাকিব পাৰিছোঁ। সেই কাৰণে সিহঁতে গোলাপক খুব খাতিৰ কৰে। গোলাপেও ঘৰৰ আগৰ বগৰী গছত থকা ভূতৰ কথা, '৫০ৰ ভূমিকম্পত কেনেকৈ বঙলাৰ সমুখত থকা লেচু গছজোপা মাটিৰ তললৈ সোমাই গ'ল আৰু তাৰ চাৰিওফালে থকা মাটিখিনিও সোমাই যাওঁতে তাৰ চাৰিও কাষে খাল হৈ পৰিল সেইবিলাক কথা, নানা ৰকমৰ অন্য ভূতৰ কথা, এইবিলাক কয়। সেইহেন গোলাপক এদিন 'চুপ' কৰিবলৈ কোৱা হ'ল। ইমান দিনৰ ৰান্ধনি, তাতে আগেয়ে বাগানৰ চাহাবৰ তাত কাম কৰা বুলি কৈছিল। সেয়ে গোলাপে যে 'চুপ' কৰিব নাজানিব পাৰে, সেইটো অভাৱনীয় কথা। মাংস আনি দিয়া হ'ল। কুকুৰাৰ চুৰুহা বনোৱা হ'ব। যথা সময়ত গোলাপে 'চুপ' আনিলে। চচ্‌পেনত হাড়কেইটুকুৰা আছে। পানীখিনি পেলাই দিছে।

এটা কামত মই বৰ মনপূতি লাগিছিলোঁ। ভূ-দান। মোৰ যুক্তি-শৃংখলটো এনেকুৱা আছিল : লখিমপুৰ মহকুমাত প্ৰত্যেক বছৰে বান হয়। ব্ৰহ্মপুত্ৰত দিয়া বান্ধ ভাঙে। শালি খেতি নষ্ট হয়। বৰো ধানৰ খেতিৰ প্ৰচলন কৰিলে বানে খেতি নষ্ট কৰিব নোৱাৰে। ঢকুৱাখনা অঞ্চল বিশেষকৈ বানাক্ৰান্ত। তাত ভূ-দান কৰ্মীও আছে। বিশেষকৈ, শ্ৰীযুতা হেম ভৰালী। বৰো খেতিৰ হৈ ওকালতি কৰা আগৰ বিষয়া এজনো আছিল। জে কে দত্ত, যোৰহাটৰ ডি চি। তেওঁ বৰো খেতিৰ কাৰণে ইমানকৈ লাগিছিল

যে তেওঁ 'বৰো' দত্ত বুলিও জনাজাত হৈছিল।

কিন্তু কথা হ'ল বৰো ধানৰ খেতি হয় জাৰ কালি। বৰষুণ নাই সঁচা, কিন্তু গৰু পথাৰত এৰি দিয়া হয়। অৰ্থাৎ যি মাটিত বৰো খেতি কৰা হ'ব, তাৰ চাৰিওফালে চকোৱা দিব লাগিব। বহতডোখৰ মাটিত চকোৱা দিয়াতকৈ ডাঙৰ এখণ্ড মাটি যেৰি বেৰা দিয়া সহজ, খৰচো কম। ইয়াতেই ভূ-দান কামত আহে। যিডোখৰ মাটি বৰো ধানৰ খেতিৰ কাৰণে বাছি লোৱা হ'ব, অত বহুতো গৰাকী থাকিব। কাৰণ অসমত গড় হিচাপত 'হোল্ডিং' অৰ্থাৎ এজন গৰাকীৰ দখলত থকা ভূমিখণ্ডৰ পৰিমাণ তেতিয়া তেনে আছিল, আৰু এতিয়াও বোধ কৰোঁ আছে, সেই পৰিমাণৰ মাটিত বেৰা দি খেতি কৰিলে খেতিয়কৰ লোকচান হ'ব। সেয়ে, মোৰ মনত বান, খেতি নষ্ট হোৱা, ভূ-দান আৰু বৰো ধানৰ খেতি ওতপ্ৰোতভাৱে জড়িত আছিল। অসমৰ প্ৰথম গ্ৰাম-দান গাঁও মাছখোৱা মোৰ সময়তে ঘোষণা কৰা হৈছিল।

এই ভূ-দান আন্দোলনৰ বুজ ল'বলৈকে স্বৰ্গীয় সিদ্ধিনাথ শৰ্মা উত্তৰ লখিমপুৰলৈ আহিছিল। তেখেত তেতিয়া ৰাজহ মন্ত্ৰী আছিল। আমাৰ গুৱাহাটীৰ উজান বজাৰৰ ঘৰ তেখেতৰ ঘৰৰ পৰা ইংৰাজী 'কাউৰী উৰা'ৰ জোখেৰে ৩০ ছেকেণ্ডো নহয়, বলী কাউৰী হ'লে আৰু ৫ ছেকেণ্ড কম ধৰক। তদুপৰি তেখেত পিতৃ-বন্ধু। সকতে মনত আছে শৰ্মা ডাঙৰীয়াই দেউতাক বিড়ি যাচিছে। দেউতাৰ মিক্‌চাৰ চুৰট খোৱাৰ অভ্যাস। দেউতাই খাব নোখোজাত শৰ্মা ডাঙৰীয়াই আমাৰ কামৰূপী উপ-ভাষাত ক'লে— "খৰা, মছজিদ মাৰ্কা দ্যা।" তেতিয়া দেউতাই ততালিকে মত সলাই আনন্দ মনে ক'লে— "মছজিদ মাৰ্কা না? দ্যা তে।"

মন্ত্ৰী মহোদয়ৰ আগমন উপলক্ষে ঘিলামৰাৰ ওচৰত এখন গাঁৱত মিটিং হ'ব— মাহমৰা বোধ কৰোঁ। পুৱা ১০ বজাত মিটিং। সেইবাৰ মই এটা ডাঙৰ ভুল কৰিলোঁ। মই কেৱল পাৰিবাৰিক সম্পৰ্ক আৰু বাংলাত যাক 'পাড়াতুতো' অৰ্থাৎ একে পাৰাতে বাস কৰাৰ পৰা হোৱা সম্বন্ধ, সেই দুটাৰ কথা ভাবি পাহৰি গ'লোঁ যে তেখেত এজন জ্যেষ্ঠ মন্ত্ৰী আৰু মই এটা মধ্যম বৰ্গৰ বিষয়া। মোৰ অলপ পলম হৈছিল। ৯ বাজিবলৈ ১৫ মিনিট থাকোঁতেহে মই চাৰ্কিট হাউছত হাজিৰ হৈছিলোঁ। মন্ত্ৰী মহোদয়ে ক'লে— "দেৰি হৈছে হে।" মই সগৰ্বে ক'লোঁ— "আপোনাক মই ঠিক দহ বজাত মাহমৰা পোৱাই দিম।" বুলি গাড়ীৰ ড্ৰাইভাৰৰ ছীটত বহি গাড়ী চলাবলৈ আৰম্ভ কৰি দিলোঁ। এটা বৰ গুৰুত্বপূৰ্ণ নিয়ম ভংগ হ'ল। চৰকাৰী গাড়ী চৰকাৰী ড্ৰাইভাৰে চলাব লাগে। শৰ্মা ডাঙৰীয়াই অলপ বিৰস বদনে ক'লে— "পাৰা দিয়া তুমি দহ বজাত।" তেখেতে অলপ ভয় খাইছিল বোধ কৰোঁ— বৃত্তিয়াল ড্ৰাইভাৰে নচলোৱা কাৰণে। সেইটোও মই মন নকৰিলোঁ। যি কি নহওক মই ঠিকেই, অৱশ্যে অলপ জোৰে চলাই নি সময়মতেই গৈ মাহমৰা পালোঁ। ভোজনেই বোধ কৰোঁ আগেয়ে হ'ল। মই শংকিতচিত্তে লক্ষ্য কৰিলোঁ যে পুখুৰীৰ পানীত ধুই ভাৰে ভাৰে চাউল অনা হৈছে, পাচলি

আদিও। ডাঙৰ কথা হ'ল এনেকুৱা ৰাজহুৱা ভোজ মই আগেয়ে খোৱা নাই। আমাৰ নিজৰ গাঁৱত জাতিসকলৰ ঘৰত ভোজ-ভাত খালেও খোৱা পানী ঘৰৰ পৰা লৈ যোৱা হয়। এতিয়াতো দেখিলোঁ পুখুৰীৰ পানী খাব লাগিব। শৰ্মা ডাঙৰীয়া নিৰ্বিকাৰ। কাৰণ তেখেতে গোটেই জীৱনটো এনেকৈ গাঁৱত পুখুৰীৰ পানী খায়েই সভা-সমিতি কৰি ফুৰিছে। তেখেতৰ ইলেকচনত কেনভাছৰ কৌশলৰ বিষয়ে বহুতো গল্প। সেইবিলাক ক'বলৈ ইয়াত ঠাই নাই। পাঠকে লক্ষ্য কৰিব যে তেখেতক মই 'ডাঙৰীয়া' বুলিছোঁ। যদিও অন্য মন্ত্ৰীক 'দেৱ' বুলিছোঁ। অন্য মন্ত্ৰীক 'তেওঁ' সৰ্বনাম দিছোঁ, শৰ্মা ডাঙৰীয়াক বুলিছোঁ 'তেখেত'। ইয়াৰ কাৰণ জানেনে? সিদ্ধিনাথ শৰ্মাই মোৰ প্ৰত্যক্ষ অভিজ্ঞতা জনা প্ৰথম আৰু একমাত্ৰ মন্ত্ৰী, যাৰ ঘৰত '৪২ৰ এদিন গধূলি চাউল নাছিল। শৰ্মা ডাঙৰীয়া জেলত। ল'ৰা-ছোৱালীয়ে কান্দিছে। শ্ৰীযুতা শৰ্মাক আমি পেহী বোলোঁ, কাৰণ আমাৰ এজন ঘনিষ্ঠ বন্ধুৰ তেওঁ পেহীয়েক। তেওঁ ভাত বন্ধৰাব পৰা নাই। মই চাউল আনি দিয়া নাই। কিন্তু কোনে আনি দিছে আৰু ক'ৰ পৰা আনি দিছে তাৰ মই প্ৰত্যক্ষদৰ্শী। শৰ্মা ডাঙৰীয়াৰ জন্মশতবাৰ্ষিকীৰ অনুষ্ঠানীয়া সভাত সেই কথা মই উল্লেখো কৰিছোঁ।

আজিকালিৰ কোনো কোনো মন্ত্ৰীৰ ঘৰত স্কটচ্ হুইস্কি নহ'লে যেনে অৱস্থা তেনে।

তেহিনো দিৱসা গতা।

সেই সিদ্ধিনাথ শৰ্মা। মাহমৰা গাঁৱত ভোজ-ভাত খোৱা হ'ল। মিটিঙো হ'ল। ভূ-দানৰ কথা বুজাই কোৱা হ'ল। ঘূৰি আহোঁতে জীপ গাড়ীখন ড্ৰাইভাৰক চলাবলৈ দিলোঁ।

তেতিয়া উত্তৰ লখিমপুৰৰ এছ ডি অ' ই হাতী আৰু নাৱতো চফৰ কৰি ফুৰিবলগীয়া হৈছিল। উত্তৰ লখিমপুৰতে আছিল অসমৰ শেষ 'পাব্লিক ছেক্টৰ এলিফেন্ট, 'ৰাজহুৱা খণ্ড'ৰ হাতী 'ৰংমালা'। ৰংমালাত উঠি মই বগীনদীলৈ গৈছোঁ, জয়হিং বাগানৰো উত্তৰে থকা নেপালী মানুহৰ মদৰ ভাটী উৎখাত কৰিবলৈ গৈছোঁ। এনেয়ে ল'ৰা-ছোৱালী লৈ উঠি ফুৰিছোঁ। আনকি ইংৰাজীত 'দি পাব্লিক ছেক্টৰ এলিফেন্ট' বুলি সৰু ৰচনাটিলিকা এটা কলিকতাৰ *দ্য ষ্টেইটচ্‌ম্যান*ৰ 'Now and Again' Column-লৈ পঠিয়াইছিলোঁ।

ঠিকেই ধৰিছে। নুঠিল। তেওঁলোকে চিনি পোৱা মানুহৰহে লেখা তোলে।

এটা সৰু ঘটনাৰে সামৰিম। ঘটনাটো বিয়াৰ বিষয়ে।

ঘটনাটোৰ নায়ক এছ ডি অ'ৰ ড্ৰাইভাৰবিলাকৰ এজন। অৰুণ। বয়স তেতিয়াৰ মোৰ বয়সৰ সমানেই হ'ব। ৩৭ বছৰ। এদিন পুৱা সেমেনা-সেমেনিকৈ, মূৰ খজুৱাই, মোৰ পোৰ্টিকোৰ টেবুলৰ কাষত থিয় হ'ল, ভয়ে ভয়ে ক'লে, বানপানীৰ ছিজন।

— "ছাৰ, কেজুৱেল লিভ লাগিছিল। মাত্ৰ এদিনৰ ছাৰ।"

মই নকল খং দেখুৱাই (মোৰ খং উঠা যন্ত্ৰটো নাই) ক'লোঁ— "কিয় লাগে। এই বানপানীৰ সময়ত। কেতিয়া কোন ক'লৈ যাব লাগে ঠিক নাই।"

অকণ (মুখ খজুওৱাৰ স্পীড বঢ়াই দি)— "হ'ব, বৰ দৰকাৰী হ'ব, নহ'লেই নহয়।"

মই— "কি ইমান ডাঙৰ কথা? নহ'লেই নহয়?"

অকণ (একেবাৰে বিধ্বস্ত হৈ)— "এঃ দেউতা আৰু আইৰ বিয়া হ'ব।"

শেষ বয়সত বুঢ়া-বুঢ়ীৰ পাপৰ ভয় হৈছিল।

# শৰণীয়া পাহাৰৰ গান্ধী মূৰ্তিৰ নিৰ্মাণ কাহিনী

মহেন্দ্ৰ মোহন চৌধুৰী'দেৱৰ আমোল। 'অসম ইয়েৰ বুক' মতে ১৯৭০ চনৰ ১১ নৱেম্বৰৰ পৰা ১৯৭২ চনৰ ৩০ জানুৱাৰীলৈকে। কিন্তু '৭০ৰ নৱেম্বৰৰ কিছুদিন আগৰে পৰা উঠি ৰজা বহি ৰজা পদ্ধতিত চৌধুৰীদেৱেই প্ৰকৃতপক্ষে মুখ্য মন্ত্ৰী আছিল। বিমলা প্ৰসাদ চলিহাদেৱ গুৰুতৰভাৱে অসুস্থ হৈ শয্যাশায়ী হৈ আছিল। চলিহাদেৱৰ দিল্লীৰ পৰা শ্বিলঙলৈ শেষ প্ৰত্যাবৰ্তন এতিয়াও মোৰ মনত স্পষ্ট হৈ আছে। তেখেত মোৰ পৰম উপকাৰী লোক আছিল। '৬৮ চনত কলিকতাত চাকৰি দি মোৰ তিনিটা প্ৰধান সমস্যাৰ সমাধান কৰি দিছিল।

চলিহাদেৱৰ শেষ যাত্ৰাৰ কথা কৈছোঁ। দিল্লীৰ পৰা বাৰ্তা আহিল মুখ্য মন্ত্ৰী তাৰ পাছদিনা দিল্লীৰ পৰা ৰাওনা হ'ব। দুপৰীয়াৰ আহাৰ কলিকতা বিমান বন্দৰতে খাব। 'মেনু' এনেকুৱা ঃ পাতল, নিমখ নিদিয়া চিকেন চুপ, মাখন নিদিয়া টোষ্ট, চালাদ আৰু বতৰৰ ফল— বোধ কৰোঁ আপেল দিয়া হৈছিল।

মুখ্য মন্ত্ৰীৰ লগত এজন ডাক্তৰ আহিছিল —-শ্বিলঙৰ ডাক্তৰ নাথ। প্লেন নমাৰ লগে লগে মুখ্য মন্ত্ৰীক আদৰি আনোতে লক্ষ্য কৰিলোঁ ডাঃ নাথ যেন অলপ বেছি নাৰ্ভাছ। সুধি জানিলোঁ যে মুখ্য মন্ত্ৰীৰ হাৰ্টৰ অৱস্থা বৰ বেয়া। ডাক্তৰৰ হাব-ভাব দেখি বুজিলোঁ যে তেওঁ মুখ্য মন্ত্ৰীক শ্বিলং পোৱাই দিব পাৰিলেই ৰক্ষা পৰে।

এয়াৰপৰ্টৰ ভি আই পি ছুইটত লাঞ্চ ছাৰ্ভ কৰা হ'ল। চলিহাদেৱ এসময়ত ভালে থকা অৱস্থাত, বৰ ভোজনবিলাসী লোক আছিল। মহেন্দ্ৰ মোহন চৌধুৰীদেৱো ভোজনবিলাসী আছিল। কিন্তু দুয়ো দুই ধৰণৰ ভোজনবিলাসী। চলিহাদেৱ মোগলাই ভোজনবিলাসী আৰু চৌধুৰীদেৱ অসমীয়া ভোজনবিলাসী। চলিহাদেৱে দিল্লীৰ ৰেষ্টোৰাঁবিলাকত নানাধৰণৰ পাঞ্জাবী মোগলাই ষ্টাইলৰ খানা খাই ভাল পাইছিল বুলি তেওঁৰ এজন বন্ধু স্বৰ্গীয় শৰৎ বৰা (ইলিওৱেল্সৰ) দেৱে মোক কৈছিল। মহেন্দ্ৰ চৌধুৰীদেৱৰ ভোজনবিলাসৰ কথা অলপ পিছতে ওলাব।

সিদিনাখনৰ লাঞ্চৰ কালে চাই চলিহাদেৱে অসন্তুষ্ট হৈ পৰিল। অলপ চুপ মুখত দি ক'লে— "অখাদ্য, কুখাদ্য।" চালাদ অলপ লিবিকি-বিদাৰি চাই মুখতেই নিদিলে। মোৰ ফালে চাই সুধিলে— "আপুনি এইবিলাক খাব পাৰিব ?"

মই অসমীয়া ষ্টাইলত মাতটো সৰু কৰি ক'লোঁ— "ভাক্তৰে কৈছে."

তেওঁৰ মুখখন বিতৃষ্ণাত কোঁচ খাই গ'ল। মোৰ মনত বৰ কষ্ট হ'ল।

চলিহাদেৱ আপেক্ষিকভাৱে সুস্থ থাকোঁতেই গুৱাহাটীৰ শৰণীয়া পাহাৰৰ ওপৰত গান্ধীৰ মূৰ্তি স্থাপনৰ কথা ওলাইছিল। মহেন্দ্ৰ মোহন চৌধুৰীদেৱেই সেই কামত আগভাগ লৈছিল। এবাৰ চৌধুৰীদেৱ কলিকতা হৈ দিল্লীলৈ যাওঁতে মোক সুধিলে মূৰ্তি তৈয়াৰ কাম কোন শিল্পীক দিলে ভাল হ'ব। মই ক'লোঁ দেৱীপ্ৰসাদ ৰায়চৌধুৰীক দিলেই ভাল হ'ব নেকি। কলিকতাৰ চৌৰিঙ্গী পাৰ্ক ষ্ট্ৰীট চাৰিআলিত থকা গান্ধীৰ মূৰ্তিটো সুন্দৰ হৈছে। পাটনা ছেক্ৰেটেৰিয়েটৰ সমুখত থকা বিয়াল্লিছৰ গণবিপ্লৱৰ বিপ্লৱী কিছুমানৰ সমূহীয়া মূৰ্তিও মই দেখিছোঁ— ভাল হৈছে। দেৱীপ্ৰসাদ ৰায়চৌধুৰীৰ লগত মোৰ চিনাকি হৈছিল, সিও এটা মজাৰ ঘটনা, ইয়াতে শেষত খোজ মাৰি থৈ দিছোঁ। নহ'লে, 'মেটাৰ' কম হয়।

এবাৰ চৌধুৰীদেৱে মোক ক'লে— দেৱীপ্ৰসাদ ৰায়চৌধুৰীক বহুত টকা লাগে, সেয়ে তেওঁলোকে কামটো ৰামকিংকৰক দিবলৈ ঠিক কৰিলে। ৰামকিংকৰ যেইজ বিখ্যাত 'স্কাল্পটৰ'। (বাংলা প্ৰতিশব্দ 'ভাস্কৰ'। অসমীয়াটো বহুদিন ধৰি সেই শব্দটোৱেই চলিছে, কিন্তু সংস্কৃতত ভাস্কৰ মানে কেৱল সূৰ্য। সংস্কৃত প্ৰতিশব্দ হ'ব পাৰে তক্ষক। *হেমকোষত* 'ভাস্কৰ' 'স্কাল্পটৰ'ৰ সমাৰ্থক যেতিয়া শব্দটো চলিব পাৰে।) ৰামকিংকৰ বাঙালী আৰ্ট সমাজৰ এজন প্ৰবাদপুৰুষ। তেওঁ শান্তিনিকেতনত থাকে। মোৰ লগত চিনাকি নাই।

এবাৰ চৌধুৰী মহোদয়ৰ 'ট্যুৰ প্ৰ'গ্ৰেম' আহিল। কলিকতাৰ পৰা তেওঁ শান্তিনিকেতনলৈ যাব আৰু একেদিনাই ঘূৰিব। গৰমৰ দিন। সেই কাৰণে মই এখন বাতানুকূল গাড়ী পশ্চিমবংগ পৰ্যটন বিভাগৰ পৰা ভাৰা কৰি ল'লোঁ। খুব পুৱাই কলিকতাৰ পৰা যাত্ৰা কৰি আবেলি ঘূৰি অহা হ'ব। নিৰ্দিষ্ট দিনত চৌধুৰীদেৱৰ লগত মই মোৰ বাবে নিৰ্দিষ্ট চৰকাৰী গাড়ীখনত সপৰিয়ালে উঠি তেখেতৰ পিছে পিছে যাম।

মোৰ ল'ৰা-ছোৱালীহালৰ বয়স যথাক্ৰমে ১৩ আৰু ১০। চৌধুৰীদেৱ মৰমিয়াল মানুহ। যাত্ৰাৰ আৰম্ভতে মোৰ ল'ৰা-ছোৱালী দুটাক তেখেতৰ বাতানুকূল গাড়ীত তুলি ল'লে। বৰ্ধমানত গাড়ী ৰখালে। তেখেতে হয়তো সন্দেহ কৰিছিল যে ল'ৰা-ছোৱালী দুটাৰ ভোক লাগিছিল। আমি লগত খোৱা বস্তু নিয়া নাছিলোঁ— ভাবিছিলোঁ বাটৰ কাষৰ দোকানত খাম। তেখেতে আমাকো মাতি পঠিয়ালে, মোক আৰু ল'ৰা-ছোৱালীহঁতৰ মাকক। গাড়ীৰ ভিতৰত উঠি দেখিলোঁ তেখেতে টিফিন

কেৰিয়াৰৰ বাটিত এৰুকুবিমান সিজোৱা কণী আনিছে। ভৰ্ৎসনাৰ দৃষ্টিত আমাৰ ফালে চাই ল'ৰা-ছোৱালী দুটাক দুটাকৈ কণী দিলে। নিজেও দুটা ল'লে। মই ভাবিলোঁ— ডায়েবেটিক! ক'লেষ্ট্ৰল( !) চলিহা ডাঙৰীয়াৰ 'ডায়েটৰ' কথা মনত পেলাওক! আমাকো দুটা দুটাকৈ দিলে। শান্তিনিকেতন পালোঁগে, বহুত সময় লাগিল যেন ভাব হ'ল। চৌধুৰী ডাঙৰীয়াই মোক এৰি, বাকীবিলাকক লৈ শান্তিনিকেতন দেখুৱাবলৈ নিলে। আমি 'ৰতনকুঠি' নামৰ জিৰণি ঘৰটোত গৈ নামিছিলোঁ। মই পোৰ্টিকোত বহি বাহিৰৰ ফালে চাই আছোঁ। দেখিলোঁ এটা অদ্ভুত মূৰ্তি 'ৰতনকুঠি' চৌহদত প্ৰৱেশ কৰিছে: নীলা লুঙি, অলপ মলিয়ন বগা হাত থকা বনিয়ন, ভৰিত ফস্ত্ৰা, মূৰত তাল পাতৰ টুপী। তালপাতাৰ সেপাই! নিচাজড়িত কণ্ঠে সুধিলে— "মহেন্দ্ৰ বাবু আছেন?" মই ভাবিলোঁ— কোন এওঁ? 'দি ফেস্টো' মুখ্য মন্ত্ৰীলৈ এনেকুৱা নিৰ্বিকাৰভাৱে উনুকিয়ায়? ইতিমধ্যে 'ৰতনকুঠিৰ' 'কেয়াৰ টেকাৰ' আথে-বেথে ওলাই গৈ মানুহজনৰ লগত সসম্ভ্ৰমে কথা কৈছিলগৈ। তেওঁ ঘূৰি অহাত মই সুধিলোঁ মানুহজন কোন। তেওঁ আকৌ বিস্ময় আৰু সম্ভ্ৰমমিশ্ৰিত সুৰত ক'লে— "জানেন না? ৰামকিংকৰ। প্ৰফেছাৰ অব্ স্কাল্প্চাৰ। ১৫০০ টাকা মাইনে পান। সবটাই ধেনো খেয়ে উড়িয়ে দেন।" ধেনো মানে 'ধান্যেশ্বৰী'— 'কাণ্ট্ৰী লিকাৰ', ধানৰ পৰা তৈয়াৰী 'ডিষ্টিল' কৰি কৰা মদ। মহাভাৰতৰ দিনৰ পৰা চলি আহিছে। মহাভাৰতৰ দিনত ইয়াৰ নাম আছিল পৈষ্টী। চাউলৰ গুটি পিহি পিঠাৰ দৰে কৰি তাৰ পৰা কৰা মদ। কিন্তু লাওপানীৰ দৰে বীয়াৰ, নে তাক চুলাই কৰি কৰা খাছিয়া কাকিয়াদ'ৰ দৰে বুজা নাযায়। ভীমে খাইছিল।

মই মনে মনে হিচাপ কৰি চালোঁ। তেতিয়াৰ দেশী মদৰ উৎকৃষ্ট আছিল কালীতাৰা নম্বৰ ওৱান, মতান্তৰে মা কালী— বিলাতী মদ বুলি ভুল কৰিব বুলি আশা কৰি খেনোৱে 'মেকলে' বুলিও কৈছিল। দাম যিমান দূৰ মনত পৰে বটলত তিনি টকা আছিল। এতিয়া হিচাপ কৰি চ'ক ৰামকিংকৰৰ ফৰ্ম!

কেয়াৰ টেকাৰে সবিনয়ে ৰামকিংকৰক ক'লে যে মন্ত্ৰী মহোদয় অলপ ওলাই গৈছে, অলপ দেৰি হ'ব। শিল্পী গ'লগৈ।

ভাত খাই উঠাৰ পিছত গান্ধীৰ মূৰ্তি কিমান আগবাঢ়িছে চাবলৈ যোৱা হ'ল। মূৰ্তিটো কলিকতালৈ নি তাত ব্ৰঞ্জত ঢালাই কৰা হ'ব। মূৰ্তিটো চৌধুৰীদেৱে চালে। ময়ো চালোঁ আৰু দুই-এজন দৰ্শকো আছে। শিল্পী ৰামকিংকৰ আগৰ পোছাকতে আছে। হাতত এডাল মূৰত ভাঁজ থকা বেতৰ লাঠী। শিল্পীয়ে মূৰ্তিটোৰ সূক্ষ্ম খুটি-নাটি বুজাই দিছে। মাজে মাজে লাঠী ডাণ্ডি সংশ্লিষ্ট অংশলৈ টোৱাই দেখুৱাইছে। খোজ অলপ থৰক-বৰক। তেওঁ কৈছে নোৱাখালিত '৪৭ৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ পাছত গান্ধীজীয়ে যি পদযাত্ৰা কৰিছিল, সেই পদযাত্ৰাৰ সময়ৰ পদক্ষেপ কল্পনা কৰি তেওঁ মূৰ্তিটোৰ ৰূপ দিছে। মই এবাৰ কৈ উঠিলোঁ গান্ধীজীৰ মুখত ফুটি উঠা ভাবৰ বিষয়ে— "মনে হচ্চে যেন গান্ধীজী মুখ ব্যাদান ক'ৰে আছেন।" ক'বহে পালোঁ, শিল্পী

ৰামকিংকৰে লাঠী হস্তে মোৰ কালে চোঁচা ল'লে— " হাসি ফুটিয়ে দিতে হবে, হাসি ফুটিয়ে দিতে হবে।" মই মূৰ্তিটোৰ চাৰিওফালে দৌৰিবলৈ ধৰিলোঁ। ৰামকিংকৰ মোৰ পিছে পিছে। তাৰ পাছত এঠাইত বৈ জড়িতকণ্ঠে চিয়ঁৰি চিয়ঁৰি আওৰাবলৈ ধৰিলে— "ঐ মহামানব আসে।" ৰবীন্দ্ৰনাথৰ কবিতাৰ শাৰী। বিচিত্ৰ মানুহ। আজি ১০/১২ বছৰ আগেয়ে বিখ্যাত বাঙালী উপন্যাস লেখক সমৰেশ বসুৱে *দেশ* পত্ৰিকাত ধাৰাবাহিকভাৱে ৰামকিংকৰৰ জীৱনীমূলক উপন্যাস এখন প্ৰকাশ কৰিছিল। কিতাপখন শেষ নহওঁতেই সমৰেশ ঢুকায়। তাত ৰামকিংকৰৰ বিবাহৰ বিষয়ে বহুতো কথা আছে। তলত দিয়া 'ৰামকিংকৰ উবাচ'খিনি স্মৃতিৰ পৰা লিখা, জিজ্ঞাসুজনে সমৰেশৰ কিতাপৰ লগত মিলাই চাব পাৰে।

ৰামকিংকৰ— "যখন ভদ্দৰ লোকের মেয়ে বিয়ে করতে চাইলুম, তখন ব্যাটারা ব'লল নাপ্তেৰ ব্যাটা বদ্দৰলোকেৰ মেয়ে বিয়ে কৰতে চায়। আর যখন চাকৰাণী বিয়ে কৰলুম ব্যাট্যাবা বলে, ব্যাটা চাকৰাণী বিয়ে করল।"

এই কথাখিনি সটীক অৰ্থাৎ টীকাসম্বলিত নহ'লে পাঠক প্ৰভুসকলে বিৰক্তি প্ৰকাশ কৰিব। ৰামকিংকৰে প্ৰথমতে এগৰাকী 'ভদ্ৰলোক'ৰ ছোৱালী বিয়া কৰাব খুজিছিল। তেওঁৰ পৰিচয় মই নাজানো। শিল্পীয়ে শেষত তেওঁৰ বন কৰা মানুহগৰাকী, যাৰ নাম ৰাধাৰাণী আছিল বুলি ধাৰণা হয়, যদিহে স্মৃতিয়ে প্ৰতাৰণা কৰা নাই, তেওঁকে বিয়া কৰায়।

গধূলি আমি ঘূৰি আহি কলিকতা পালোঁ। কিছুদিন পাছত গান্ধীৰ মূৰ্তিৰ কংক্ৰিটৰ 'কাষ্ট' এটা আহি কলিকতা পালে। দমদম এয়াৰপ'ৰ্টৰ গাতে লগা বাগুইআটি অঞ্চল। তাত থাকে আৰ্টিষ্ট বিপিন গোস্বামী। ৰামকিংকৰৰ শিষ্য। তেওঁৰ ঘৰৰ চৌহদতে মূৰ্তিটো শেষত ব্ৰঞ্জত ঢালাই কৰা হ'ব। তেনেকুৱা সময়তে কলিকতাৰ অসম ভৱনত মোৰ অফিচত দুজন মাত্ৰ বন্ধুৰ লগত 'কৰ্তব্য'ত ব্যস্ত আছোঁ। এজন কৰ্মচাৰীয়ে আহি খবৰ দিলে অদ্ভুত সাজ-পোছাক পিন্ধা এজন মানুহে মোক বিচাৰিছে। বাহিৰত বৈ আছে। গৈ দেখোঁ সেই একে মূৰ্তি। পিন্ধনত নীলা লুঙি— অলপ চুটিকৈ পিন্ধা। হাতত বকা থকা অলপ মলিয়ন বনিয়ন, মূৰত তালপাতৰ টুপী। ৰামকিংকৰ বেইজ, বিখ্যাত শিল্পী, বিখ্যাত উৎকেন্দ্ৰিক, নিৰহংকাৰ, নিৰ্বিকাৰ, কেৱল এইবাৰ হাতত এটা কেনভাছৰ বেগ, মূৰৰ টুপীটোৰ লগত মেটচিং, কলীয়া-হালধীয়া। আথে-বেথে মই চাৰিতলাৰ পশ্চিম-উত্তৰ কোণৰ কোঠা— তেতিয়াৰ বিখ্যাত ২৬ নং, তাত নি থ'লোঁ। আত্মীয়াকৈ এজন বেয়াৰাৰ দিয়া হ'ল— অসিত। অসিতৰ পৰাই কেনভাছৰ বেগৰ ভিতৰৰ বস্তুৰ সম্ভেদ পাইছিলোঁ। দুটা ধান্যেশ্বৰীৰ বটল আৰু স্পেয়াৰ ড্ৰেছ হিচাপে আৰু এখন লুঙি আৰু এটা গেঞ্জী। মই অসিতক কাঢ়া নিৰ্দেশ দিলোঁ, যাতে একোৰে অভাৱ নহয়, বিশেষকৈ মালৰ। যি পইচা লাগে সকলো মোৰ পৰা নিব।

মূৰ্তিৰ কাম চলি আছিল। 'কিংকৰদা' ৰামকিংকৰক শান্তিনিকেতন আৰু অন্য সকলোতে 'কিংকৰদা' বুলি মাতিছিল— মাজে মাজে বাগুইআটিলৈ গৈ তদাৰক

কৰে। এই স্মৃতিকথা'ৰ বৈদ্যনাথ মুখাৰ্জী অধ্যায়ত মই লিখিছোঁ মুখাৰ্জীদেৱৰ অধ্যক্ষতাত এখন পৰামৰ্শদাতা সমিতি গঠন কৰা হৈছিল গান্ধীৰ মূৰ্তিৰ বিষয় চোৱা-চিতা কৰিবলৈ। সেই কমিতিয়েও গৈ তদাৰক কৰে। তাতে এদিন ওলাল বিপিন গোস্বামীৰ দেউতাক আৰু মুখাৰ্জীদেৱ। দুয়ো সহপাঠী আছিল। কিন্তু মুখাৰ্জীদেৱে কৃত্তিৰ আথৰাত নাম লগাই মদ্‌গাৰ ঘূৰাইছিল আৰু গোস্বামীৰ দেউতাক আছিল 'পড়ুয়া', অৰ্থাৎ পঢ়া-শুনা কৰি থাকে, পাঠ্যক্ৰম- বহিৰ্ভূত বস্তুত কোনো ইন্টাৰেষ্ট নাই। অৰ্থাৎ আমাৰ গুৱাহাটীৰ 'গোষ্ঠী সীমিত পৰিভাষা', অৰ্থাৎ 'স্লেং'-ত 'কবিৰাজ'।

ভি আই পি সেৱা তেতিয়া মোৰ এটা প্ৰধান কাম আছিল। সেই উপলক্ষে প্ৰায়েই মই দমদম এয়াৰপ'টলৈ মহাজন (ভি আই পি অৰ্থত)সকলক আদৰিবলৈ গৈছিলোঁ। সেই সুযোগতে বাটতে পৰা বাণ্ডইআটিতো মূৰ্তিৰ খা-খবৰ ৰাখিছিলোঁ। ৰামকিংকৰো তাতেই ব্যস্ত। এবাৰ যাওঁতে মই মূৰ্তিৰ কাম কেনে চলিছে, চাবলৈ বিপিন গোস্বামীৰ চৌহদত সোমালোঁ। কোনো নাই। ৰামকিংকৰ বাবুৰ লগত কাম কৰা তিনিটা বনুৱা ল'ৰা বহি আছে। মই সুধিলোঁ— "ৰামকিংকৰ বাবু ক'ত।" (মই শান্তিনিকেতনৰ ষ্টাইলত কিংকৰদা বুলিবলৈ টান পাইছিলোঁ।) এটা একেবাৰে খাৰাংখাচ উত্তৰ দিলে— "ঐ মদেৰ দোকানে ব'সে আছে।"

মই শিল্পীৰ সেই নিভৃত মুহূৰ্তৰ একান্ততা নষ্ট নকৰিলোঁ।

এবাৰ মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই স্বয়ং মূৰ্তি পৰিদৰ্শন কৰিব খুজিলে। মই সম্মান আৰু ব্যস্ততাসহ তেখেতক লৈ গ'লোঁ। তেখেতে অলপপৰ নিৰীক্ষণ কৰিযেই ক'লে— "চছ্‌মা ক'ত?"

হয়তো মূৰ্তিটোত চছ্‌মা নাই। মই সবিনয়ে নিবেদন কৰিলোঁ যে আৰ্টিষ্টক সুধি চাব লাগিব। তেওঁ অসন্তোষ মনে গাড়ীত উঠিলগৈ।

মই শিল্পীক ক'লোঁ মুখ্যমন্ত্ৰীৰ অসন্তোষৰ কথা। শিল্পীক নিচাহীন অৱস্থাত মই কোনোদিনে দেখা নাছিলোঁ, শেষবাৰ হাস্পতালত থকা সময়ৰ বাহিৰে। তেওঁ নিচাজড়িত ৰংগময় সুৰত ক'লে— "চছ্‌মা পড়িতে দিতে হ'বে। চছ্‌মা পড়িতে দিতে হ'বে। . পড়ি পড়িয়ে দিতে, বাতাসে উড়ে যাবে।" শিল্পী উত্তেজনাত বহাৰ পৰা উঠিল। টলটলায়মান অৱস্থাৰে এটা খোজ দি আকৌ বহি পৰিল।

সেই সময়তে পশ্চিমবংগত প্ৰচণ্ড নক্সাল গোলমাল। নক্সালৰ প্ৰ'গ্ৰেমত আছে গান্ধীৰ মূৰ্তি ভঙা। পুলিচক খবৰ দিব লাগিব পহৰাৰ ব্যৱস্থা কৰিবলৈ। কলিকতা পুলিচৰ লগত মোৰ বৰ ঘনিষ্ঠতা। কেইবাজনো পুৰণি বন্ধু কলিকতা পুলিচৰ উচ্চপদস্থ বিষয়া। কিন্তু মস্কিল হ'ল বাণ্ডইআটি কলিকতা পুলিচৰ এলেকাৰ ভিতৰত নপৰে, পশ্চিমবংগ পুলিচৰ অধীনত। বাণ্ডইআটি যি থানাৰ অধীনত সেই থানাখন বিচাৰি উলিয়াওঁতে মোৰ যি হাৰাশাস্তি হৈছিল আজিও পাহৰিব নোৱাৰোঁ। বিচাৰি উলিয়ায়ো একো লাভ নহ'ল।

অ' চিয়ে খোলাখুলিভাবেই ক'লে যে 'ফিক্সড্ পিকেট' অর্থাৎ অনবৰতে বহি থকাৰ ব্যৱস্থা কৰিবৰ বাবে তেওঁৰ জনবল নাই। নথকাই স্বাভাৱিক। ভাগ্যে একো নহ'ল।

এই মহৎ শিল্পীজনৰ লগত মোৰ শেষ দেখা হয় ১৯৭৫ চনত। মই 'অসম ভৱন'তে বহি আছোঁ। এনেতে ৰামকিংকৰৰ প্ৰিয় শিষ্য প্ৰদ্যোৎ (তেওঁৰ উপাধিটো পাহৰিলোঁ— তদুপৰি, তেওঁৰ লগত একে নামৰ এজন বিখ্যাত শিল্পীও আছিল) বৰ উৎকণ্ঠিত হৈ আহি ক'লে— "বৰুৱাদা আহক, কিংকৰদাৰ বৰ অসুখ। প্ৰেছিডেঞ্চী হস্পিতালত আছে। আপোনাক মাতিছে।" মই লৰালৰিকৈ গৈ দেখোঁ যে অৱস্থা ভাল নহয়। মোক দেখি ভাল পালে। কেৱল দুৰ্বল মাতেৰে সেহাই সেহাই ক'লে— "বৰুয়া এসেছ?" মই কাষত বহিলোঁ। সেয়ে শেষ দেখা। কিন্তু সেইবাৰ তেওঁ সৰ্থি উঠিছিল। তাৰ কিছুদিন পাছতেই তেওঁৰ মৃত্যু হয়।

আৰু এজন বিখ্যাত 'স্কাল্পটৰ' ('তক্ষক' বা 'ভাস্কৰ' যি বুলিয়েই তৰ্জমা কৰে) দেৱী প্ৰসাদ ৰায়চৌধুৰীৰ লগত মোৰ চিনাকি হৈছিল, কিন্তু শংকৰীয়াৰ গান্ধী মূৰ্তি নিৰ্মাণ সংক্ৰান্তত নহয়, এটা বেলেগ সূত্ৰে। প্ৰসংক্ৰমে 'তৰ্জমা' শব্দটো আৰবী 'তৰজুমৎ' (=ভাষান্তৰ) শব্দটোৰ পৰা আহিছে। *হেমকোষ*-এ কৈছে 'যাং তৰজমা'। যাং মানে যাৱনিক।

এজন মানুহ এবাৰ মোৰ অফিচলৈ আহিল কলিকতাত আগেয়ে ক'ৰবাত চিনাকি হৈছিল নিশ্চয়, কাৰণ তেওঁ অন্তৰংগ সুৰত আৰম্ভ কৰিলে— "বৰুৱা চাহাব, এখন মেগেজিন উলিযাব খুজিছো।" "উলিয়াওক, উলিয়াওক। বৰ ভাল কথা। মোকো লিখিবলৈ দিব।" —মই ক'লোঁ। তেতিয়া মনত পৰিল। এখেত এ এন ৰায়। অলপতে বেংগল চেম্বাৰ অব্ কমাৰ্চৰ ছেক্ৰেটেৰী পদৰ পৰা অৱসৰ পাইছে। কোনোবা এটা পাটীত লগ পাই চিনাকি হৈছিলোঁ।

ৰায়ঃ ট্যুৰিষ্টিক আৰু লিটাৰেৰী দুয়োটাই হ'ব।

মইঃ এটা হ'লেই ভাল হ'ব নেকি। ট্যুৰিজিমৰ লগত লিটাৰেচাৰ খাপ খাব জানো?

ৰায়ঃ খাব, খাব। আপুনি চাব। আপুনি অৱশ্যেই লিখিব। আপুনি 'মানাচ' বাইন্ড লাইফ চেংকচুৱাৰিৰ বিষয়ে লেখক। ছবিও লাগিব কিন্তু।

মইঃ লিখিম বাৰু। ছবিৰ কথা ক'ব নোৱাৰোঁ। ক'ৰবাৰ পৰা যোগাৰ কৰিব লাগিব। নহ'লেও হ'ব নেকি? মেগেজিনখনৰ নাম কি দিব?

ৰায়ঃ নাম দিয়া হৈ গৈছে— 'ও' কেলকাটা!' বেছ ভালকৈ আৰ্ট পেপাৰত ছপাম।

মই প্ৰমাদ গণিলোঁ। সুধিলোঁ— "ৰায়চাহেব, আপুনি 'ও' কেলকাটা'ৰ আচল অৰ্থ জানে জানো?"

ৰায়চাহবে আচৰিত হৈ ক'লে— "অৰ্থটো পৰিষ্কাৰ নহয় জানো। শেষত বিস্ময়বোধক চিনটোৱে বুজাই দিছে। অৰ্থাৎ 'হে আশ্চৰ্যময় কলিকতা'।"

মই পৰশুৰামৰ গল্প 'হনুমানের স্বপ্ন'ত কিচ্চট দেশৰ বান্দৰ ৰাজকুমাৰী চিলিম্পাই হনুমানৰ প্ৰেম তত্ত্বৰ জ্ঞান বা জ্ঞানহীনতাত বিস্ময় মানি কোৱাদি স্বগতঃ ক'লোঁ— "ওৰে অবোধ, ওৰে বৰ্বৰ, ওৰে বৃদ্ধ বালক।" ভাবিলোঁ, এই সাহিত্য যশঃপ্ৰাৰ্থী, সৰল হৃদয়, অকৃতদাৰ বৃদ্ধ বালকে ৰিটায়াৰ কৰি এসোপা পইচা পাই, লিটাৰেৰী কাম ট্ৰ্যবিষ্ট মেগেজিন উলিয়াই বুঢ়া বয়সৰ সম্বল পইচাখিনি বেংক অব্ বে অব্ বেংগলৰ ৰাটাৰত পেলাব খুজিছে। (পিছে গোটেই পেলোৱা নাছিল। বোধ কৰোঁ আজি ৩/৪ বছৰ আগেয়েও তেওঁ আত্যৱন্ত সাহিত্যিক গৌতম প্ৰসাদ বৰুৱাক মোৰ খবৰ সুধিছিল। মেগেজিন চলি থকাৰ সুসংবাদো মোৰ কাণত পেলোৱাইছিল।)

মই ৰায়চাহাবক ক'লোঁ যে সেইটো এটা চাহাবী 'জোক'। যিমান দূৰ সম্ভব ফৰাচী। ফৰাচীসকলৰ এটা বাঁওপকীয়া (মানে জানে?) ৰসবোধ আছে, অৰ্থাৎ ৰৰ্পড্ ছেন্স অব্ হিউমাৰ। ফৰাচীয়ে ইংৰাজী কেলকাটা (calcutta)–ক 'কেলকুটা' বুলি উচ্চাৰণ কৰে। আকৌ ফৰাচী 'Quelle queue ta'–ৰ উচ্চাৰণো একে 'কেলকুটা'। কিন্তু তাৰ অৰ্থ হৈছে (অসমীয়া) 'কি টিকা তোমাৰ!' মুঠৰ ওপৰত 'ও কেলকাটা' হে 'আশ্চৰ্যময় কেলকাটা' বুলি ৰায়চাহাবে (আৰু বহুত বাঙালীয়ে গদ্গদ্ হৈ) যি কথাবাৰত মুগ্ধ হৈছিল, দুষ্ট ফৰাচীহঁতে তাৰ অৰ্থ কৰিছিল 'কি পোকৰ তোমাৰ।' বা বিদ্যাসাগৰী বাংলাত 'হে পৰমাশ্চৰ্যময় পশ্চাদ্দেশ।' সংস্কৃত অলংকাৰ শাস্ত্ৰমতে এই অলংকাৰবিধৰ নাম 'উপশ্লেষ'। স্পষ্টাৰ্থৰ ঠাইত কূটাৰ্থ।

ৰায়চাহাব অলপ হতভম্ব হৈ ৰ'ল। পাছত বুদ্ধিমান মানুহৰ দৰে কৈ উঠিল— "কোনেও ইমান কথা নাজানিব, 'ও কেলকাটা' নামেই থকা, আৰু প্ৰথম সংখ্যা প্ৰেছলৈ গ'লেই।"

সেই ৰায়চাহাব এদিন গধূলি লগত আৰু এজন লৈ আহি উপস্থিত হ'ল। ক'লে— "বৰুয়া সাহেব আমরা দেবী প্রসাদ রায়চৌধুরীর কাছে যাচ্চি। আপনিও চলুন।" তাৰ পাছত লগৰজনক চিনাকি কৰি দিলে— "অ' চি গাংগুলি।" পাছত বুজা গ'ল এখেতে স্বনামধন্য শিল্পী অ' চি গাংগুলি নহয়, ও চি গাংগুলি জুনিয়ৰ। এখেতো চিত্ৰশিল্পী। ৰায়চাহাবে মোৰ হাতত এটা পেকেট দিলে— "আপনিই দেবেন।" মইবুজিলোঁ— উপঢৌকন। দেবী প্ৰসাদ ৰায়চৌধুৰী সুবিখ্যাত ভাস্কৰ (স্কাল্পটৰ)। ভৱানীপুৰ অঞ্চলত তেওঁৰ ঘৰ, যিমানদূৰ মনত পৰে।

মই লীডাৰ অব্ দি ডেলিগেশ্যনৰ দৰে সসম্ভ্ৰমে উপঢৌকনটো আগবঢ়াই দিলোঁ। ৰায়চৌধুৰী মহাশয়ে খুলিলে। দেখিলোঁ এটা ডিপ্লোমেট হুইস্কিৰ বটল। মধ্যম বৰ্গৰ দেশী হুইস্কি। তেখেতে মজিয়াতে তাকিয়া ফৰাস পাতি, গোল গাৰু এটা কোলাত লৈ বহি আছে। কাষতে এটা চৰিয়া— পিক্দানী। বটলটো অনাবৰণ কৰি ৰায়চৌধুৰী মহাশয়ে মোক সুধিলে— "আপনার চরিত্র কি খুব ভালো?" মই সবিনয়ে, কিছু নকল আক্ষেপ যোগ কৰি ক'লোঁ— "আজ্ঞে না।" "নিন তাহলে" —এইবুলি তেওঁ কাষতে থকা গিলাচত

অলপ হুইস্কি ঢালি দিলে। দুই আঙুলি পৰিমাণতকৈ বেছি হ'ল। দুই আঙুলি (পথালিকৈ)ত এক 'পেগ' হয় বুলি জনবিশ্বাস। সেইটো নৰ্মেল পেগ। অন্যান্য পেগো আছে, যেনে— পাতিয়ালা পেগ, কিং ফাকক পেগ ইত্যাদি। কিং ফাকক পেগো দুই আঙুলিয়েই, কেৱল মেলা তৰ্জনী আৰু বুঢ়া আঙুলিৰ মাজৰ ঠাইখিনি।

ৰায় আৰু গাংগুলিয়েও প্ৰসাদ পালে। চিনাকি পৰ্ব লগে লগেই হৈ আছিল। তাৰ পাছত ৰায়চৌধুৰী মহাশয়ে মাতটো ডাঙৰ কৰি ভিতৰৰ পৰ্দালৈ চাই ক'লে— "ওগো শুনছ? এঁৰা এসেছেন। কুৰমুৰ তুৰমুৰ কিছু দাও।" তাৰ পাছত মোৰফালে চাই অলপ সৰু মাতেৰে ক'লে— "উনি আবাৰ আপনাদেৰ দেশেৰই। গৌৰীপুৰেৰ। আমাৰ তৃতীয় পক্ষ।" তাৰ পাছত মাতটো আৰু সৰু কৰি ক'লে— "কুৰমুৰ তুৰমুৰ খাবেন না, শুধু শুধু পেট নষ্ট!"

তৃতীয় পক্ষ ওলাই আহিল কুৰমুৰ হন্তে। অতি সুশোভন বুঢ়ী। মিহি মাত। আমাক তিনিও আলহীকে কুশল প্ৰশ্ন কৰিলে। তাৰপাছত প্ৰস্থান।

ৰায়চৌধুৰী মহাশয় কিন্তু পত্নীৰ দৰে মোলায়েম নহয়। ডবা মাত, স্পষ্ট উচ্চাৰণ, জৰ্দা পাণ, চাৰমিনাৰ চিগাৰেট আৰু ডিপ্লোমেট হুইস্কি এটাৰ পিছত এটাকৈ খাই আছে। মাজে মাজে পিক্‌দানীত পিক্ পেলাইছে, ৪০ নম্বৰ জৰ্দাৰ মধুৰ গোন্ধত কোঠা আমোলমোলাই আছে।

মই মাজতে কথোপকথন আগবঢ়াই গ'লোঁ। বাকী দুজন, ৰায় আৰু গাংগুলি কিছু সম্ভ্ৰমত, কিছু নিচাত অলপ স্তম্ভিত।

"*কল্লোল যুগত* আপোনাৰ বিষয়ে পঢ়িছোঁ। আপুনি খুব ভাল চিকাৰী আছিল।"

"লিখেছেনাকি? ঠিকই লিখেছে। আমাদের একটা কুস্তির আখড়াও ছিল। নিয়মিত ব্যায়াম হ'ত। বিপ্লবীদেৰ খুব আনা-গোনা ছিল।"

এনেকৈ বহুত সময় সদালাপ চলিল। ডিপ্লোমেটৰ বটলটো প্ৰায়ে শেষ হ'ল। ৰায়চৌধুৰী মহাশয়ৰ বটলতো কিছু আছিল। সেইটো অলপ আগেয়ে শেষ হৈছিল। তেওঁৰ কোনো বৈলক্ষণ নাই। ঋজু দেহ, ঘৰভ কণ্ঠ, অলপমানো কঁপা নাই। মযো ঠিকেই আছিলোঁ বুলি ভাবোঁ। কেৱল অ' চি গাংগুলি (সৰুজন) অলপ আবেগিক হৈছিল। কোঠাৰ বেৰত ওলোমাই থোৱা বিভিন্ন ছবিৰ আগত থিয় হৈ দীঘল চুলি জোকাৰি কপালৰ ওপৰলৈ পেলাই নানাৰকম আশ্চৰ্যবোধক শব্দ উচ্চাৰণ কৰিবলৈ ধৰিলে— "আ-আ-হ্, ওহ্ কিহ সুন্দৰ, বাপৰে বাপ", আদি। দেখ্ দেখ্‌কেয়ে তেওঁৰ ভীষণ নিচা জমিছিল।

শিল্পীপ্ৰবৰৰ মুখত কৌতুকৰ হাঁহি। মোৰফালে চাই সৰু সৰুকৈ ক'লে— "দেখেছেন, দেখেছেন, একটু বেশী খেয়ে ফেলেছে!" মোৰ বন্ধু এ এন ৰায়ক অলপ অপ্ৰস্তুত দেখা গ'ল। এনেতে ৰায়চৌধুৰী মহাশয় বহাৰ পৰা উঠিল আৰু আমাক তেওঁ ভিতৰলৈ লৈ গ'ল, সেই সময়ত তেওঁ নিৰ্মাণ কৰি থকা স্বামী বিবেকানন্দৰ বিৰাট মূৰ্তিটো দেখুৱাবলৈ।

মূৰ্তিটোত তেতিয়াও স্কাফোল্ডিং বন্ধা আছিল। সেই মূৰ্তিটো ৰামেশ্বৰমৰ সেতুবন্ধত প্ৰতিষ্ঠা কৰা হৈছিল।

# গৱৰ্ণৰসকল

১৯৩৪ নে ১৯৩৫ চনত, তেতিয়াৰ অসমৰ গৱৰ্ণৰ ছাৰ মাইকেল কীন নগাঁৱলৈ আহে। মোৰ বয়স হয় ৭/৮, নহ'লে ৮/৯। মনত পৰে জাৰৰ দিন আছিল। এতেকে ৭/৮-এই হোৱা সম্ভৱ। মোৰ জন্ম আগষ্ট মাহত। ১৯ আগষ্ট। মোকো লৈ যোৱা হ'ল গৱৰ্ণৰ চাবলৈ। তেতিয়াৰ গৰ্ডন হাইস্কুলৰ খেলপথাৰত গৱৰ্ণৰৰ সম্বৰ্ধনা হ'ব। দেউতা চৰকাৰী চাকৰিয়াল। গৱৰ্ণৰ অভ্যৰ্থনাত ব্যস্ত আছে। প্ৰসংগক্ৰমে, 'অভ্যৰ্থনা' শব্দটোৰ বাংলা অৰ্থটোহে আমি লৈছোঁ। আৰু বহুত শব্দৰ দৰে। যেনে অবাক (বাংলা ব্যৱহাৰ = বিস্ময়ৰ কাৰণে নিৰ্বাক, সংস্কৃত = বাক্যহীন, মূক) ঃ অভিমুখ (বাং মু = যালে, সংস্কৃত = গমনোদ্যত); অমান্য (বাং লংঘন, সং অগ্ৰাহ্যেয়) অগ্ৰাহ্য, পুংখানুপুংখ ইত্যাদি। আশা কৰোঁ 'অবিদ্যা' শব্দটোৰ বাংলা অৰ্থ অসমীয়াত কোনেও ব্যৱহাৰ কৰা নাই। সেই অৰ্থটো হৈছে ঃ বেশ্যা, ৰক্ষিতা। সংস্কৃতত শব্দটোৰ অৰ্থ হৈছে ঃ মায়া, প্ৰকৃতি, অজ্ঞান।

মোক বোধ কৰোঁ দেউতাৰ চাপৰাচী ভাবিতে লৈ গৈছিল। হাতী দৌৰো হোৱা যেন লাগে। আমাৰ হাতী 'ৰাজমালা' দ্বিতীয় হৈছিল। গৱৰ্ণৰ চাই ঘূৰি আহিলোঁ। মোক সোধাত মই ক'লোঁ— "দেখিলোঁ, টুপীটো বৰ ধুনীয়া, বগা, চুলা লগোৱা।" দেউতাই হাঁহি ক'লে— "ধুৎ, সেইটো গৱৰ্ণৰ নহয়, গৱৰ্ণৰৰ এডিকং।"

৫ বছৰ পাছতে, ১৯৪০ চনত, গৱৰ্ণৰ দেখাৰ আৰু এটা সুযোগ হৈছিল। ১৯৪০ চনত মোক স্বাস্থ্যোদ্ধাৰৰ কাৰণে শ্বিলঙত থোৱা হৈছিল। দাদা, স্বৰ্গীয় কবি চন্দ্ৰ মহন্তদেৱৰ ঘৰত। কিবা এটা বিশেষ দিন উপলক্ষে মহন্তদেৱে গৱৰ্ণমেণ্ট হাউচলৈ নিমন্ত্ৰণ পাইছিল। মোকো লগত লৈ গৈছিল। বহুত মানুহৰ ভিৰ। সেইবাৰো গৱৰ্ণৰ কোনজন তৰ্কিব নোৱাৰিলোঁ।

তাৰ পাছত, বহুদিনলৈ ভাবি থাকিলোঁ ঃ *গৱৰ্ণৰ দেখিছা ? দেখা নাই কেতিয়াও ; ময়ো দেখা নাই/শুনিছোঁ তথাপি/কদাপি নিপিকে তেওঁ চুলা লগোৱা টুপী।।* শেষত দেখিলোঁ। কবিমগজত। ১৯৫৯ চনত। মই তেতিয়া নানা ঠাইত খবৰি খাই আহি আত

'ছিনিযাৰ' ই এ চি। লগতে মিউনিচিপালিটিৰ চাৰ্জে 'আছইন' (বাংলা আছেনৰ পূৰ্ব চিলেটী ৰূপ)। গৱৰ্নৰ, জেনেৰেল সত্যৱন্ত মাল্লন্না (এছ এম) শ্ৰীনাগেশ। খবৰ আহিল গৱৰ্নৰ কৰিমগঞ্জলৈ আহিব। কথা উঠিল যে গৱৰ্নৰ অহা উপলক্ষে চহৰৰ আলি-পদূলি ঠিক কৰা হওক। মই ক'লোঁ, কৰা নহয়। গৱৰ্নৰে দেখি যাব লাগে আমি কেনে অৱস্থাত থাকোঁ। গৱৰ্নৰে অৱশ্যে নিজাকৈ একো কথা নকয়। প্ৰশাসনে যি কোৱায় তাকে কয়। ইংলিছটো মোটামুটি জানো কাৰণে ভাষণ ৰচনাৰ ভাৰ মোৰ ওপৰতে পৰিল। মই কৰিমগঞ্জৰ সমস্যাৱলীৰ কথা লিখিলোঁ : পানীৰ কল নাই, ভাৰেৰে পুখুৰীৰ পৰা শোধন নকৰা পানী আনি খাব লাগে, ৰাস্তা-পদুলিত শিল দিব পৰা হোৱা নাই। কৰিমগঞ্জ চহৰৰ পৰা পূবলৈ আৰু দক্ষিণলৈ প্ৰধান নিৰ্গমন পথৰ ওপৰৰ নটীয়াখালৰ দলংখন ঠেক হোৱাৰ ফলত যান-জঁট হয় ইত্যাদি অসমীয়া খবৰৰ কাগজৰ ভাষাত 'এশ-এবুৰি' সমস্যাৰ কথা সকলো আছিল। এই সকলো সমস্যাৰ শীঘ্ৰেই সমাধান হোৱা যে নিশ্চিত তাকো গৱৰ্নৰৰ মুখেদি কোওৱাৰ ব্যৱস্থা কৰা হৈছিল। দুখৰ বিষয়, এটা ইংৰাজী শব্দৰ ব্যবহাৰ সঠিক হোৱা নাছিল, গৱৰ্নৰে সেইটো নিজেই ঠিক কৰি লৈ পঢ়িছিল। শব্দটো 'watch'-ৰ ঠাইত 'see' বা 'speak'-ৰ ঠাইত 'say' এনেকুৱা ধৰণৰ আছিল। বাকীখিনি হুবহু মই যেনেকৈ লিখি দিছিলোঁ তেনেকৈ গৱৰ্নৰে পঢ়ি দিলে।

গৱৰ্নৰে তেওঁৰ ভাষণ পাঠ কৰাৰ সময়ত মই স্বাভাৱিকতে দৰ্শকসকলৰ লগত বহি আছিলোঁ। মোৰ কাষতে বহিছিল স্থানীয় হাইস্কুলৰ হেড্‌মিষ্ট্ৰেছ মিলন শশী মজুমদাৰ। বাংলাত যাক বোলে 'দশাসই', অৰ্থাৎ 'ডাঙৰ-দীঘল' চেহেৰা, গম্ভীৰ মাত। গৱৰ্নৰৰ ভাষণ শেষ হোৱাত তেওঁ মোক ক'লে— "দেখেছেন, দেখেছেন গৱৰ্নৰ আমাদেৰ কৰিমগঞ্জেৰ সব সমস্যাই জানেন।" মই একো নক'লোঁ। পাছত ঘনিষ্ঠ মহলত কথাটো কৈ দুষ্টামি কৰি আৰু এইখিনি কথা তাৰ লগত জুৰি দিলোঁ, "আমাদেৰ জহৰলাল, মশায লোক চেনে। কেমন ফড়াফড় ক'ৰে সব সমস্যাৰ কথা বলে দিলেন!"

শেষত গৱৰ্নৰ দেখিলোঁ— মুখামুখিকৈ একেবাৰে। ব্ৰিজ (ব্ৰজ) কুমাৰ নেহৰু। ৰাজ পৰিয়ালৰ লোকেই বুলিব লাগিব, নেহৰু পৰিয়ালৰ লোক যেতিয়া। অতি ভদ্ৰলোক। মই তেতিয়া কলিকতাৰ 'অসম ভৱন'ত। ভি আই পি সেৱা এটা প্ৰধান কাম। ব্ৰজ (বি কে) নেহৰু অসম ভৱনত নাথাকে। থাকে ভায়েক আই টি চি (ইণ্ডিয়ান, আগৰ ইম্পিৰিয়েল, টবেকো কোম্পানীৰ 'নম্বৰ ওৱান'ৰ ঘৰত। নম্বৰ ওৱান মানে তেৱেঁই টপ বছ (টি বি)। কোম্পানীৰ সকলোতকৈ ডাঙৰ কৰ্মকৰ্তা। গৱৰ্নৰক মই ভায়েকৰ ঘৰত নমাই থৈ অহাৰ কথা। কিন্তু নেহৰুৱেই আছিল একমাত্ৰ গৱৰ্নৰ যিয়ে নমাই দিয়াৰ পাছতেই মোক, এটা নগণ্য বিষয়াক, ড্ৰিংকে অফাৰ কৰে। সেই কাৰণেই কৈছোঁ, ভদ্ৰলোক। তেতিয়া চাৰিওফালে নেহৰুৰ প্ৰাদুৰ্ভাৱ। এসময়ৰ বিদেশ সচিব ওৱাই ডি গুনডেভিয়াই লিছত এখন আত্মজীৱনী লিখিছিল, মই যেনেকৈ চুৰ্চুৰীয়াকৈ লিখি আছোঁ। গুনডেভিয়া, অলপ বাংলাত কোৱাদি, মুখ ফটা মানুহ আছিল। খাৰাংখাচ কথা কৈ দিয়ে। তেওঁৰ আত্মজীৱনীত আছে— তেওঁ জৱাহৰলাল

নেহৰু, প্ৰধান মন্ত্ৰীৰ আগতে কৈ পেলালে— ছাৰ, ডেয়াৰ আৰ টু মেনী নেহৰুজ ইন্ দি ফৰেন মিনিষ্ট্ৰী। আপুনি ছাৰ প্ৰাইম মিনিষ্টাৰ আৰু এক্সটাৰ্নেল এফেয়াৰ্ছ মিনিষ্টাৰ, তাৰ পাছত আছে আৰ কে নেহৰু, বিদেশ সচিব, বি কে নেহৰু, বিজয়লক্ষ্মী নেহৰু পণ্ডিত ইউ এন অ'ত ভাৰতৰ প্ৰতিনিধি। গুনডেভিয়াই লিখিছিল— "নেহৰু ষ্টড্ এ হেল অব্ হিউমাৰ, তেওঁ টেলিফোনটো তুলি আৰ কে নেহৰুক ক'লে— ৰাজন, ইউ ৰিল হ্যাভ টু লিভ। গুনডেভিয়া ছেইজ দেয়াৰ আৰ টু মেনী নেহৰুজ।"

বি কে নেহৰু কাশ্মীৰৰো গৱৰ্ণৰ আছিল। তেওঁৰ পত্নী হাংগেৰী দেশীয় আছিল— নাম লৈছিল আশা নেহৰু, আৰু গাউন এৰি শাৰী পিন্ধিছিল, লগ্‌ত পিন্ধিছিল কেৰু-মণি-থুৰীয়া— ভাৰতীয় অলংকাৰ। মই একেখন গাড়ীতে উঠি আহিব লাগে। কেতিয়াবা ভি আই পি দাম্পত্য কলহ শুনিবলগীয়া হয়।

শোভা নেহৰু— প্লিজ, হোৱেৰ ইজ মাই (ৰাইট্ বা লেফ্‌ট) ইয়াৰ ৰিং?

বি কে নেহৰু (অলপ বিৰক্ত হৈ উষ্মা প্ৰকাশ কৰি)— হাও, ডু আই নো? ইউ ওৱেৰ বেৰিং ইট, নট আই।

ভি আই পি আৰু ভি আই পিয়নীৰ দাম্পত্য কলহো পিয়ন আৰু পিয়নীৰ দাম্পত্য কলহৰ দৰেই, কোনো ভেদ নাই। আৰু এটা কথা ভি আই পি আৰু এন আই পি (নট ইম্পৰটেন্ট পাৰ্ছন)ৰ আশ্চৰ্য মিল দেখিলোঁ। আমাৰ কৃত্যক প্ৰবাদ অৰ্থাৎ 'ছাৰ্ভিচ ফ'কলোৰ'ত এটা প্ৰাচীন গল্প আছিল। এবাৰ এজন নতুন ই এ চি হাকিমে নগাঁৱৰ পৰা থিওলৈ যাবলৈ বাছত উঠিবলৈ গৈছে। হাকিমে বাছত ড্ৰাইভাৰৰ কাষত বহিব, এইবুলি এটা অলিখিত নিয়ম আছিল বোলে। আমাৰ হাকিমজনে সেই নিয়ম মতে গৈ ড্ৰাইভাৰৰ কাষৰ ছীটত উঠিব খুজি দেখে যে এজন দাৰোগা বহি আছে। হাকিমে দাৰোগাক ছীট এৰি দিবলৈ ক'লে। দাৰোগাই ক'লে বোলে মই আগেয়ে আহি ছীট দখল কৰিছোঁ, মই নুঠোঁ। কথাটো শেষ কেনেকৈ হৈছিল কৃত্যক প্ৰবাদৰ কথকজনে হয় মোক কোৱা নাছিল, আৰু যদি কৈছিলো মই পাহৰিছোঁ।

কিন্তু ছীট লৈ দুই ভি আই পিৰ কাজিয়া মই নিজ চকুৰে দেখিছোঁ। অৱশ্যে প্লেনৰ ছীট। তেতিয়াও এয়াৰ বাছ অহা নাই, ব'য়িং ৭৩৭-এই চলে। তাত ছীট নম্বৰ থাকে। পাইলটৰ খুপৰিৰ ফালে মুখ কৰিলে বাঁওফালৰ প্ৰথম দুটা ছীট ভি আই পি ছীট। তাতো আকৌ অগ্ৰাধিকাৰৰ পৰোৱানা, অৰ্থাৎ ৱাৰেণ্ট অব্ প্ৰিছিডেন্স আছে। অৱশ্যে অলিখিত। দুজন ভি আই পি থাকিলে জ্যেষ্ঠ্যতৰ জন ১ নম্বৰ ছীটত বহিব। সেইবাৰ গৱৰ্ণৰ বি কে নেহৰু দিল্লীলৈ যাব। যথাৰীতি মই প্লেনৰ জখলাৰ তলৰ পৰা চাই আছোঁ। চিৰি উঠালে আৰু দুৱাৰ বন্ধ হ'লেহে ভিআই পি সেৱকে বিদায় ল'ব পাৰে। পশ্চাৎ কথিত শেখৰ বাবু আৰু মই দুয়ো সেৱক। এনেতে আমাৰ গৱৰ্ণৰ আৰু এজনৰ তৰ্কাতৰ্কি লগা দেখিলোঁ। দেখিলোঁহে মাত্ৰ, শুনা নাই। স্পষ্ট বুজা গ'ল এক

নম্বৰ ছীট লৈ দুৰ্বাদল কাজিয়া। কাজিয়া কেনেকৈ শেষ হ'ল জনা নগ'ল। জখলা গুচালে। দুৱাৰ বন্ধ হ'ল।

এবাৰ আহক মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী মহোদয়। তেখেত তেতিয়াও মুখ্য মন্ত্ৰী হোৱা নাই, কিন্তু প্ৰমুখ মন্ত্ৰী। লগত আহিল গোৱালপাৰাৰ তেতিয়াৰ বিধায়ক খগেন নাথ। নাথদেৱে মোক আগৰ পৰাই চিনি পায়। ১৯৪১-৪২ চনত মই গোৱালপাৰা পি আৰ গৱৰ্নমেণ্ট হাইস্কুলত পঢ়িছিলোঁ। তেওঁৰ ভতিজাক অবিনাশ আৰু গনেশ মোৰ বন্ধু আছিল। ১৯৪১ চনত গুৱাহাটীৰ ছাত্ৰৰ ওপৰত হোৱা লাঠীচাৰ্জৰ প্ৰতিবাদত গোৱালপাৰাৰ ছাত্ৰৰ পিকেটিঙৰ সময়ত মই ৰাস্তাতে এৰী চাদৰ পাৰি পৰি যোৱা আৰু ১৯৪২ৰ আন্দোলনৰ আৰম্ভতে নিৰীহ, গাঁৱৰ পৰা অহা শান্তি সেনাৰ ওপৰত লাঠীচাৰ্জৰ সময়ত মই কোনো ৰকমে লাঠীৰ কোবৰ পৰা সাৰি যোৱাৰ কথা খগেন নাথদেৱে জানিছিল। লাঠীৰ কোবটো পৰা হ'লে বিশেষ একো ক্ষতি নহ'লহেঁতেন। বৰ্তমান অসমৰ প্ৰায় পাঁচ হাজাৰ সৰৱ, নীৰৱ কবিৰ এজন কম হোৱাৰ সম্ভাৱনা আছিল।

নাথদেৱ, আগৰ দেশপ্ৰেমিকৰ আৰ্হিত, অকৃতদাৰ আছিল। খদ্দৰ পিন্ধিছিল, গান্ধী জয়ন্তীৰ দিনা যঁতৰত সূতা কাটিছিল, মূৰত গান্ধী টুপী, কিন্তু পিন্ধা দেখা নাই। সকলো ৰকমৰ মাদক দ্ৰব্য পৰিহাৰ কৰিছিল আৰু কিজানি 'ৰাম' বুলিলে ৰাম নাম লোৱা বুলি ভাবিছিল। সেই শুদ্ধ পুৰুষজন আহি মোৰ কমত সোমাল। মোক কুশল-বাৰ্তা আদি সুধি, চাৰিওফালে চকু ফুৰাই চালে। গান্ধীৰ ছবি দেখি দুবাৰ চালে। তেনেতে তেওঁৰ পিছফালে চকু পৰিল। তাত দৌৰ জাঁপ আদি খেল-ধেমালিৰ শেষত প্ৰথম, দ্বিতীয় আৰু তৃতীয় দৌৰবিদ, জাঁপবিদ আদি থিয় হ'বলৈ সজোৱা তিনিখলপীয়া থাপনা, অৰ্থাৎ ষ্ট্যাণ্ডৰ দৰে এপদ আচবাব আছে। আচলতে কিছুমান বাকচ সজোৱা আছিল, ওপৰত অসম ভৱনৰ আবৰ্ত ভৱনত ব্যৱহাৰ কৰা, ডাঙৰ ডাঙৰ ৰং যোৱা নীলা বৰ্গক্ষেত্ৰ, লেতেৰা হালধীয়া ৰঙৰ কাপোৰৰ পশ্চাৎপটত জিলিকি থকা বেড় কভাৰ।

নাথদেৱে সুধিলে— "বৰুৱা, ইগিলা কি হে?"

মই সত্য প্ৰকাশ কৰি অলপ দ্বিধাগ্ৰস্ত হৈ ক'লোঁ— "মদ, আপোনাৰ।"

নাথদেৱে আকাশৰ পৰা পৰাৰ দৰে হৈ ক'লে— "মদ। মদ। মদ? ('মদ' শব্দটো ক্ৰমান্বয়ে ডাঙৰ আখৰত লিখা হৈছে, নাথদেৱৰ স্বৰৰ ক্ৰমবৰ্ধমান উচ্চতা বুজাবলৈ— ফৰাচী কবি ঝুল লাফোৰ্গৰ কবিতা সংগ্ৰহৰ পাতনি লেখক আন এজন ফৰাচী কবি উ্যবেৰ ঝুঁৱাৰ ষ্টাইলত।

মই ক'লোঁ যে হয়, গৱৰ্নৰৰ মদ।

নাথদেৱে উগ্ৰমূৰ্তি ধৰি মোক ক'লে— "আহা মোৰ লগত।" এইবুলি মহেন্দ্ৰ মোহন চৌধুৰী থকা ভি আই পি কমত সবেগে প্ৰবেশ কৰিলে।

"চধৰি, এই চব কি কথা হে? মদৰ বটলৰ বাকচ? এই এওঁৰ (মোৰফালে

দেখুৱাই) অফিচ কামতে পৰ্বত প্ৰমাণ কৰি দামে থৈছে?"

চৌধুৰী ডাঙৰীয়াই মোৰফালে প্ৰশ্নসূচক দৃষ্টি দিয়াত মই ক'লোঁ— "গৰ্ভনৰৰ মদ। গোটেইবোৰ ইম্প'ৰ্টেড। ইম্প'ৰ্ট ডিউটীও নালাগে। পৰম্পৰাক্ৰমে ব্ৰিটিছৰ দিনৰ পৰাই চলি আহি আছে।"

নাথদেৱে ইচ্, ইচ্ কৰি লৈ ক'লে— "আৰু এটা মানুহে ইমান মদ খাবা পাৰে?"

মই ক'লোঁ যে লেডী গৱৰ্নৰো আছে। আৰু পাটী-চাটীও দিব লাগে নহয়।

মহেন্দ্ৰ চৌধুৰীদেৱে সন্ধিৰ প্ৰস্তাৱৰ সুৰত মাতটো অলপ সৰু কৰি নিমজভাৱে ক'লে— "হে এটা কথা নোহোৱাই নাথ, ট্ৰেডিচন-চেডিচনৰো কথা এটা আছে, পট্‌কে ভাংবা ন'ৰি। গৱৰ্ণ্‌মেণ্ট অব্ ইণ্ডিয়াৰো "

এনেতে এজন কৰ্মচাৰী আহি খবৰ দিলে যে মোৰ টেলিফোন আহিছে।

গৱৰ্নৰৰ মদ কাৰণে ইণ্ডিয়ান এয়াৰ লাইন্সে বিনা-ভাৰাতে নিলে। লেডী গৱৰ্নৰ শোভা নেহৰু সমাজ সেৱিকাও। ৰেড্‌ক্ৰছৰ লগত জড়িত আছিল নেকি। তেওঁ যেতিয়া জানিলে যে গৱৰ্নৰৰ মদ বিনা-ভাৰাতে আহিব পাৰে তেওঁ ক'লে যে গৱৰ্নৰিনীৰ বস্তুও বিনা-ভাৰাত যাব লাগে। তেতিয়াৰ কলিকতা অসম ভৱনৰ প্ৰাণপুৰুষ আছিল শেখৰ ৰায় চৌধুৰী। তেওঁৰ কথা এই *স্মৃতিকথাৰ* 'প্ৰধান মন্ত্ৰী ইন্দিৰালৈ বিজয় উপহাৰ' অধ্যায়ত আছে। পান খাবলৈ গৈ নিৰ্মোক নৃত্য (ষ্ট্ৰিপ টিজ) মিছ্ কৰা মানুহ। মই তেওঁলৈ লেডী গৱৰ্নৰৰ ইচ্ছাৰ কথা পাছ কৰি দিলোঁ। শেখৰ বাবুক মই এবাৰ সুধিছিলোঁ যে তেওঁ বশীকৰণ মন্ত্ৰ জানে নে বশীকৰণ মাদুলি-তাদুলি পিন্ধি থাকে। সোধাৰ কাৰণ ৰেলৰ টিকট, প্লেনৰ টিকট নহ'লেও হোবা কৰি দিব পাৰে। এইবাৰ এইহেন শেখৰ বাবুয়েও হাৰ মানিলে। ক'লে যে গৱৰ্নৰৰ বস্তু নিৰ্ভাৰাই যাব পাৰে, কিন্তু তেওঁৰ ঘৈণীৰ হাফৰ বস্তু নোৱাৰে, শোভা নেহৰু সেই কাৰণে মোৰ ওপৰত অসন্তুষ্ট হৈছিল।

বি কে নেহৰুৰ পাছত যিজন গৱৰ্নৰৰ লগত মোৰ অলপ দেখাদেখি হৈছিল, তেওঁ হ'ল এল পি (লং প্ৰেয়িং, লালন-পালন) সিং, তেওঁৰ কথা মাৰ্চ ২০০২ চনৰ *জিলিঙনিত* লিখা 'ৰুপিয়া আ যায়েগা' খণ্ডত আছে। 'মুগা, মেজাংকৰি আৰু মই' খণ্ডতো আছে। দীৰ্ঘাকৃতি, বলিষ্ঠ দেহ, উৎসাহ চঞ্চল, তেওঁ আমাৰ বৰ্তমানৰ ৰাজ্যপাল শ্ৰীনিবাস কুমাৰ সিন্‌হাৰ দৰে আছিল দেখাত। বোধ কৰোঁ একে ভূমিহাৰ ব্ৰাহ্মণো, মোৰ এজন বন্ধু আছে, তেৱোঁ ভূমিহাৰব্ৰাহ্মণেই। সুৰেশ প্ৰতাপ সিং— একেলগে ইনকাম টেক্সৰ চাকৰিত সোমোৱা। তেওঁৰ মতে, আদিতে ভূমিহাৰ সকলো যাজক বৃত্তিধাৰী ব্ৰাহ্মণেই আছিল। দেৱতাৰ আগত টিলিঙা বজোৱাতকৈ মাটি দখল কৰি খেতি কৰা লাভজনক দেখি তেওঁলোক জমিদাৰ হৈ গ'ল। দ্বাৰভাঙাৰ ৰজাসকল তেনেকুৱা ব্ৰাহ্মণ। এবাৰ আমাৰ অশোক কাগজ কল সংক্ৰান্তত দ্বাৰভাঙ্গৰ মহাৰাজা কামেশ্বৰ সিঙৰ উত্তৰাধিকাৰীসকলৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ পৰিছিলোঁ। সেই বৃত্তান্ত ইয়াৰ পাছৰ সংখ্যাতেই পাবিলে

লিখিব লাগিব।

এল পি (লালন প্ৰসাদ) সিং, সত্যৱন্ত মাল্লাল্লা শ্ৰীনাগেশ (অসম গৱৰ্ণৰ, ১৪ অক্টোবৰ, ১৯৫৯-১২ নৱেম্বৰ, ১৯৬০)ৰ দৰে ইংৰাজী শুদ্ধ কৰা, চহী মৰা গৱৰ্ণৰ নাছিল, দস্তুৰমত গৱৰ্ণ কৰা গৱৰ্ণৰ। ৰাষ্ট্ৰপতিৰ শাসন কালৰ গৱৰ্ণৰ। মন্ত্ৰী-ফন্ত্ৰীৰ জঞ্জাল নাই, নিজেই শাসনৰ বাঘজৰীডাল সজোৰে টানি ধৰি তিনিজন যশস্বী প্ৰচণ্ড (যদিও দুজন তাৰ মাথোঁ কাচ খণ্ড) উপদেষ্টা লৈ দোৰ্দণ্ড প্ৰতাপেৰে শ্বিলঙৰ পৰা অসম শাসন কৰে। চীফ্ ছেক্ৰেটেৰী ৰমেশ চন্দ্ৰ। তেওঁ আচলতে ৰমেশ চন্দ্ৰ দ্বিবেদী। কিন্তু জাত-পাতৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি বামুণীয়া বেদ-যুক্ত উপাধি ত্যাগ কৰি উকা চন্দ্ৰ হৈ গৈছিল। অবশ্যে ছেৰালীৰ কাৰণে বামুণ দৰাই বিচাৰিছিল।

মই উদ্যোগ বিভাগৰ সচিব। এই সচিবত্বটো অলপ দিগ্‌দাৰীৰ আছিল। কাৰণ ৰাজ্যপাল এল পি সিং ১৯৩২ চনত বিহাৰৰ উদ্যোগ সচিব আছিল। মই আমাৰ খাৰ খোৱা হিচাপত মাত সৰু কৰি কৈছিলোঁ যে ১৯৩২ চনৰ বিহাৰ আৰু ১৯৮১ চনৰ অসমৰ ঔদ্যোগিক দৃশ্যপটৰ অলপ পাৰ্থক্য আছে নেকি?

এবাৰ উত্তৰ-পূব পৰিষদৰ বৈঠক বহিছে— শ্বিলঙত। জাৰ পৰিছে। মই আৰু' অলপ জাৰ-শোগোনা (মই ধেকেৰি মানুহ, *হেমকোষ* চাই লিখিছোঁ। কেণা লাগিলে মৰিবিব)। এল পি ৰেকৰ্ড বাজি আছে, কাৰণ তেওঁ উত্তৰ-পূব পৰিষদৰ সভাপতিও। খাচী কয়লাৰ কথা ওলাইছে। সভাপতিয়ে কৈছে— এই কয়লাবোৰ জুই জ্বলাবৰ কাৰণে পোৰা হয়, অথচ ইয়াত ছালফাৰ আছে, যি বেছ দামী। 'এক্সট্ৰাক্ট' কৰাৰ কথা কাৰো মূৰত সোমোৱা নাই।

সোমাইছিল। বহুতৰে মূৰত সোমাইছিল। এই নিঃকিনৰো মূৰত। ১৯৬৫ চনত মই অবিভক্ত অসমৰো উদ্যোগ বিভাগৰ নিৰ্দেশক অৰ্থাৎ ডাইৰেক্টৰ আছিলোঁ। কোন মহাপণ্ডিতে (ইং) Director-ৰ সমাৰ্থক অসমীয়া 'সঞ্চালক' কৰিলে ক'ব নোৱাৰে। *হেমকোষ*ত সঞ্চালন শব্দটো আছে, তাৰ ইংৰাজী সমাৰ্থক শব্দ দিয়া আছে 'the act of moving waving' আৰু সংস্কৃতত 'সঞ্চালন' বুলি কোনো শব্দ মনিয়াৰ বিলিয়ামছৰ বিখ্যাত অভিধানতো নাই। মই আধুনিক অসমৰ দুজন মানুহক আটাইতকৈ বেছি শ্ৰদ্ধা কৰোঁ— আনন্দৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱা। কিন্তু হস্তীৰো পিছলে পাৱ। হিন্দীত 'Director'-ৰ অৰ্থ কৰিছে নিৰ্দেশক, সেইটো সংস্কৃতৰ লগত মিলে। মহাপণ্ডিত আনন্দৰাম বৰুৱাই অবশ্যে কৰিছে 'নায়কঃ'।

হাঁহি তোলাব খোজা (অবশ্যে কুট্ কুটাই দি) লেখাৰ মাজত আৰু' এইবোৰ কি— শব্দ তত্ত্ব-চব্দ তত্ত্ব? মানে, 'মেটাৰ' কম হ'লে সম্পাদকে বেয়া পায়। কিন্তু সুধিব খোজোঁ, উদ্যোগ বিভাগৰ ডাইৰেক্টৰ থাকোঁতে মই কি উদ্যোগবিলাক ক্ৰেণ জোকৰাদি জোকাৰি আছিলোঁ?

এল পি সিং চাহাব অহাৰ ৭/৮ বছৰ আগেয়ে এই প্ৰশ্নটো উঠিছিল। খাচী পাহাৰৰ কয়লাত গন্ধকৰ পৰিমাণ বেছি কাৰণে তাক কয়লাৰত ব্যৱহাৰ কৰিলে কয়লাৰ সোনকালেই নষ্ট হয়। ব্ৰহ্মপুত্ৰত চলা জইণ্ট ষ্টীমাৰ কোম্পানীৰ জাহাজত সেই কাৰণে তাক ব্যৱহাৰ কৰিব নোখোজে। তেতিয়াৰ আছাম ৰে'লৱেয়ো (বৰ্তমানৰ উত্তৰ-পূব সীমান্ত ৰে'লৱে) সেই একে কাৰণতে তাক বেছিকৈ ব্যৱহাৰ কৰিবলৈ টান পায়। তেনেহ'লে উপায়? ছালফাৰ অৰ্থাৎ গন্ধকটো তাৰ পৰা নিষ্কাসিত কৰিব লাগে। বহুত পৰামৰ্শদাতাৰ পৰামৰ্শ বিচৰা হ'ল— জাপানী, জাৰ্মান, ৰাছিয়ান, আমেৰিকান। শুনা গ'ল কোনো টেক্‌ন'লজী অৰ্থাৎ প্ৰযুক্তি তাৰ কাৰণে তেতিয়ালৈকে ওলোৱা নাই। তেতিয়া মই ধানবাদৰ ইন্ধন গৱেষণা সংস্থাৰ ডাইৰেক্টৰ (সঞ্চালক নহয়, গৱেষণা কেনেকৈ সঞ্চালন কৰিব বা জোকাৰিব?) ডঃ লাহিড়ীক লগ ধৰিলোঁ কিবা কাৰণত, ডঃ লাহিড়ীয়ে মোক তুমি বুলিছিল আৰু মোৰ লগত বাংলাত কথা-বতৰা কৈছিল। কাৰণটো পাহৰিলোঁ— হয়তো কলিকতাত পঢ়া দিনৰ মোৰ কোনোবা বন্ধু তেওঁৰ আত্মীয় আছিল। ময়ো হয়তো সেই কথা তেওঁক কৈছিলোঁ।

ডঃ লাহিড়ীয়ে ক'লে— "গ্যাছিফাই কৰো।"

মই ক'লোঁ— "ছাৰ? গ্যাচিফাই? আমি উজনি অসমত দৈনিক ৩২ লাখ ঘনমিটাৰ প্ৰাকৃতিক গেছ পুৰি পেলাওঁ, কামত লগাবৰ উপায় নাই।" (বহুদিন হ'ল, সংখ্যাটো ৩২ নহ'বও পাৰে, কিন্তু লাখটো ঠিকেই আছে) এই *স্মৃতিকথাৰ* আগৰ এটা খণ্ডত (কিত্‌না সুন্দৰ গানা) এই বিষয়টো আলোচনা কৰিবলৈয়ে তেতিয়াৰ উদ্যোগমন্ত্ৰী স্বৰ্গীয় বিশ্বদেৱ শৰ্মাই কেন্দ্ৰীয় পেট্ৰ'লিয়াম মন্ত্ৰী-সমাজবাদী নেতা অশোক মেহ্‌তাক লগ ধৰিছিল। ময়ো লগত আছিলোঁ। বহুত কথা-বতৰা, আলোচনা, স্মাৰক-পত্ৰৰ মূৰত এই পুৰি পেলোৱা গেছ আংশিকভাৱে মূল্য সংযোগ কৰিবলৈ এটা সুবিধা পাইছিলোঁ। তাৰ ফলতে জন্ম হ'ল পৃথিবীৰ ক্ষুদ্ৰতম পেট্ৰ'কেমিকেল কমপ্লেক্স— আছাম পেট্ৰ'কেমিকেলচ্‌। আয়ৰনিৰ অসমীয়া নাই। এই উদাহৰণটো আছে— পেট্ৰ'কেমিকেল উদ্যোগত উদ্যোগ গোট যিমানেই ডাঙৰ হয় সিমানে তাৰ উৎপাদন ব্যয় অৰ্থাৎ কষ্ট অৱ্‌ প্ৰডাক্‌চন কমে। ক্ষুদ্ৰতম হ'লে তাৰ পৰা উৎপাদিত বস্তুৰ দাম সৰ্বাধিক হয়।

উত্তৰ-পূব পৰিষদৰ সেই অধিৱেশনত মই এবাৰ মাতো নামাতিলোঁ। আচল কথা আছিল ১৯৬২ চনৰ চীনা আক্ৰমণৰ পাছত ভাৰত চৰকাৰে অসমত বিনিয়োজন কৰিব খোজা নাছিল। সেই কথা ভাৰত চৰকাৰৰ ভূতপূৰ্ব গৃহ সচিবৰ আগত ক'ব পৰা কথা নহয়।

শেষ গৱৰ্নৰ যিজনৰ লগত মোৰ ঘটনাক্ৰমে টেলিফোনীয় বাক্য বিনিময় হৈছিল তেওঁ আছিল ভীষ্মনাৰায়ণ সিং (১৯৮৪-৮৯)। ১৯৮১ৰ পৰা ১৯৮৩লৈ মোক নিৰ্বাসন দিয়া হৈছিল। সেই কথা এই *স্মৃতিকথাৰ* 'ৰুপিয়া আ যায়েগা' খণ্ডত কৈ আহিছোঁ। কাৰণ

একো নাই। সেই সময়ত সকলো অসমীয়া সচিবকে অসম আন্দোলনৰ সমৰ্থক বুলি ওপৰ মহলত সন্দেহ কৰা হৈছিল। আৰু এটা কাৰণ হ'ব পাৰে যে 'অসম চাহ নিগম' নিগমে মৰিবলৈ ওলাইছিল। সেয়ে শেষকৃত্যৰ কাৰণে মোক বন্দ্ব হ'ল। মই ছুটী ল'লোঁ। কাৰণ চাহ নিগমৰ আৰ্থিক দুৰৱস্থাৰ কথা মই জানিছিলোঁ। চাহ নিগম নুখুলিবলৈ ১৯৭৩ চনত ফ্ৰান্সলৈ যোৱাৰ আগেয়ে পৰামৰ্শও দিছিলোঁ। তাৰ নীতিটো আছিল, এই যে য'ত ব্যক্তিগত খণ্ডই সুচাৰুভাৱে কৰ্মনিৰ্বাহ কৰি থাকে তাত চৰকাৰ সোমোৱা অনুচিত। য'ত ৰাইজৰ স্বাৰ্থত কোনো এটা উদ্যোগ প্ৰতিষ্ঠা আৱশ্যক হয়, অথচ ব্যক্তিগত খণ্ড আগবাঢ়ি নাহে, চৰকাৰে সেই উদ্যোগ স্থাপনৰ কাৰণে, প্ৰথমতে যুটীয়া খণ্ডত চেষ্টা, নহ'লে সম্পূৰ্ণ চৰকাৰী খণ্ডত হ'লেও তাক প্ৰতিষ্ঠা কৰিব লাগে। চাহ উদ্যোগত এই নীতি নাখাটে।

মই ছুটী বঢ়াই গ'লোঁ আৰু অসম ক্ষুদ্ৰ উদ্যোগ নিগমৰ অধ্যক্ষ আৰু পৰিচালন সঞ্চালক (?) হৈ স্বস্তিৰ নিশ্বাস পেলালোঁ। সেই নিগমৰ অন্ততঃ কৰ্মচাৰীৰ দৰমহা নিয়ম মতে দিবৰ পুঁজি আছিল।

# ফাৰাক্কা ব্যাৰেজ উদ্‌ঘাটন ইত্যাদি

আকৌ মহেন্দ্ৰ মোহন চৌধুৰীদেৱৰ আমোলৰ কথা। ফাৰাক্কা ব্যাৰেজ উদ্‌ঘাটন হ'ব। গুৱাহাটীৰ পৰা কলিকতালৈ দেশ জৰাইৰ আগেয়ে যিমান সোনকালে আহিব পৰা হৈছিল, সিমান সোনকালে নহ'লেও যথেষ্ট সোনকালে আহি পাব পৰা হ'ব। আনন্দৰ কথা। যিমানে বঙাল খেদক, অসমীয়াৰ ডাঙৰ চহৰ কলিকতা, ডাঙৰ কবি ৰবীন্দ্ৰনাথ আৰু চিকিৎসাৰ শেষ আছিল বি চি ৰায়— তেওঁ থকালৈকে।

এতিয়াৰ পীঠস্থান অৱশ্যে দিল্লী। ভালেই হৈছে। যাবলৈও সুবিধা। কিন্তু সমুদ্ৰ বন্দৰ কলিকতা (ক'লকাতা)। মই তেতিয়া কলিকতাত বাণিজ্য উপদেষ্টা। তেতিয়াৰ ইষ্টাৰ্ন ৰে'লৱেৰ জেনেৰেল মেনেজাৰৰ পৰা ঘন ঘন ফোন। অসমৰ মুখ্য মন্ত্ৰীও উদ্বোধনত থাকিব, পশ্চিমবংগৰ মুখ্য মন্ত্ৰীতো যাবই লাগিব। স্পেচিয়েল ৰে'লগাড়ীৰ ব্যৱস্থা কৰা হৈছে। দুই মুখ্য মন্ত্ৰীৰ কাৰণে দুটা 'চেলুন'। দুই মুখ্য মন্ত্ৰীৰ অনুচৰসকলৰ কাৰণে এটা 'চেলুন'। ৰে'লৰ বিয়াগোম বিষয়াসকলৰ কাৰণে আৰু এটা, ইত্যাদি। অসমৰ মুখ্য মন্ত্ৰীৰ অনুচৰসকলৰ এখন তালিকা লাগে— তেতিয়াই তেতিয়াই। শ্বিলঙলৈ সুধি পঠিওৱা হ'ল। তালিকা আহিল। তাতেই লাগিল লেঠা। তালিকাত থকা এটা নাম হৈছে ৰায়চাহাব ৰজনীকান্ত চৌধুৰী। এখেতৰ বিষয়ে আগেয়ে কৈ লওঁ। তাৰ পাছত কওঁ তেখেতক লৈ জঁট লগা আৰু জঁট ভঙাৰ কথা।

ৰায়চাহাব (সকলোৱে তেওঁক সেই বুলিয়েই জানিছিল) মুখ্য মন্ত্ৰী চৌধুৰীদেৱৰ পুৰণি বন্ধু আৰু তেওঁৰ দৰবাৰৰ এজন প্ৰধান সভাসদ। দুষ্ট লোকে বিদূষক বুলিও কৈছিল আৰু চৌধুৰীদেৱৰ ঘৰত গধূলি বহা ৰাজসভাত হোৱা ঘটনাৰ কথা বৰ্ণাইছিল। তাৰ ভিতৰত এটা এনেকুৱা— সেইদিনাও সান্ধ্য দৰবাৰত কথা জমিছে। কোনোবাই বেঁকী নদীৰ মাজৰ চৰত ৰ'দ পুৱাই থকা ঘঁৰিয়ালৰ কথা উলিয়ালে। ৰায়চাহাবৰ ঘৰ বেঁকী নদীৰ পৰা অলপ দূৰতে— পাঠশালাত। তেওঁ স্বাভাৱিকতে আলোচনাত

উৎসাহেৰে ভাগ ল'লে। মুখ্য মন্ত্ৰীৰ চৰকাৰী বাসভৱন শ্বিলঙত ষ্টোনী লেণ্ডত। সেইটো আগেয়ে ফার্নডেল (?) হোটেলৰ প্ৰধান ঘৰ আছিল। য'ত মুখ্য মন্ত্ৰীৰ ড্ৰইং ৰূম সেইটো দৰবাৰ হলৰ দৰে। হোটেল থাকোঁতে বোধ কৰোঁ নাচ-বাগ কৰা ড্ৰান্স হল আছিল। উত্তৰা-দক্ষিণাকৈ ৩০/৪০ ফুটমান হ'ব। মোক যিজনে এই অধিৱেশনৰ কাৰ্যবিৱৰণিৰ বৰ্ণনা দিছিল, তেওঁ কৈছিল যে মুখ্য মন্ত্ৰীয়ে ৰায়চাহাবৰ উৎকট অত্যুক্তি শুনি শুনি বিৰক্ত হৈ তেওঁৰ লগত এটা চুক্তি কৰিছিল। চুক্তিটো আছিল যে যেতিয়াই ৰায়চাহাবৰ অত্যুক্তি বিশ্বাসৰ সীমা পাৰ হৈ যাব, মুখ্য মন্ত্ৰীয়ে সৰুকৈ এটা গল খেকাৰি মাৰিব। তেতিয়া যেন ৰায়চাহাবে আৰু কথা নবঢায়। ৰায়চাহাব মান্তি হৈছিল। মোৰ এইবোৰ শুনা কথা। তাৰ সত্যতাৰ দায়িত্ব ল'ব নোৱাৰোঁ।

বেঁকী নদীৰ ঘঁৰিয়ালৰ কথা ওলোৱাৰ দিনা ৰায়চাহাবে তেওঁৰ অভ্যস্ত ভংগীত থিয় হৈ ক'লে—

ৰায়চাহাব ঃ বেঁকীৰ চৰত একবাৰ এটা ঘৈৰাল দেখিছিলু (হাতেৰে আঙুলিয়াই দেখুৱায়) হেই, এই ৰূমটোৰ সমানে দীঘল হ'ব দিয়াচোন।

মুখ্য মন্ত্ৰী ঃ (গ'ল খেকাৰি মাৰে) উখুক্ উখুক্।

ৰায়চাহাব ঃ মানে এটা আন্তাজৰ কথা দিয়াচোন। প্ৰায় পঁচিছ ফুট দীঘাল।

মুখ্য মন্ত্ৰী ঃ উখুক্, উখুক্।

ৰায়চাহাব ঃ চখুৰ আন্তাজৰ কথা, তেওঁ বিছ ফুটতো হ'বোই।

মুখ্য মন্ত্ৰী ঃ উখুক্, উখুক্।

ৰায়চাহাব ঃ তুমি যিমেন গলখাখ্ৰি মাৰা মাৰি থাকা। মই ফিটা মাৰি দিছোঁ। আৰ নকমাওঁ।

দুয়োজনৰ বন্ধুত্বৰ আৰু এটা ডাঙৰ বন্ধন আছিল তাচ খেলা। ব্ৰিজ, ফ্ৰিজ সেইবোৰ পাক লগা তাচ খেলা নহয়। টুৱেণ্টী নাইন খেলা। '৩০, '৪০ৰ দশকৰ খুব পপুলাৰ আছিল। ডাক (বিড়্) দিয়া পদ্ধতিটো অলপ এনে ধৰণৰ আছিল নেকি?

১ম খেলুৱৈ ঃ যল্লও (যোল্ল)।

২য় খেলুৱৈ ঃ আছু (আছোঁ)।

১ম খেলুৱৈ ঃ সত্ৰও (সোতৰ)।

২য় খেলুৱৈ ঃ আছু।

১ম খেলুৱৈ ঃ অঠ্ৰও (ওঠৰ)।

২য় খেলুৱৈ ঃ আছু দে। ইত্যাদি।

মুখ্য মন্ত্ৰী চৌধুৰীদেৱ কলিকতালৈ আহিলে 'চিৰসাথী' ৰায়চাহাব চৌধুৰীদেৱৰ আগমন ধ্ৰুৰূপ। তাৰ পাছতে আজৰি সময়ত দুয়োজনৰ কণ্ঠ উপৰিউক্ত 'ডাকাডাকি'ত ঝংকৃত হৈ উঠে— দেৱাল ভেদিও ৰিণিকি ৰিণিকি শুনা যায়— যল্লও, আছু, সত্ৰও...

নৃত্যৰতা স্বৰ্গৰ অপ্সৰাৰ সুদূৰ নূপুৰ নিক্কণৰ দৰে— যন্ত্ৰও, আছু, সত্ত্বও, আছু...।

ৰজনীকান্ত (দেব) চৌধুৰীদেবৰ ৰায়চাহাব হোৱাৰ কাহিনী তেতিয়াৰ দিনৰ অবিভক্ত কামৰূপৰ সকলো মুখিয়াল মানুহে জানিছিল। বৃটিছৰ দিনৰ চাহাব গৱৰ্ণৰসকলে মথনগুৰি (এতিয়াৰ মানাহ, সৰ্বভাৰতীয় দোবানত মানাছ, সংস্কৃত ব্যুৎপত্তি দেখুৱাই সংস্কৃত কালেকচন কৰি মানছ (মানস)ত, আৰু লখিমপুৰ (লক্ষীমপুৰ?)ৰ দুলুংমুখত মাছ মাৰিবলৈ আহে। মথনগুৰি গৱৰ্ণৰ কেম্পৰ সকলো যোগাৰ-যাগাৰ ৰজনীকান্ত চৌধুৰীদেৱে কৰে। মানুহ-দুনুহ, বাঙ্কোন-বাটোন (যদিও চাহাবে খানচামা বেহ্ৰাৰা লগত লৈ আহে, চুলা লগোৱা ৰঙা টুপী পিন্ধা এ ডি কঙো আহিছিল নিশ্চয়) তম্বু খটোৱা সকলো চক্তালে চৌধুৰীদেৱে। সেই আপাহতে (*হেমকোষ* মতে 'এপাহ') গৱৰ্ণৰ তেওঁক ৰায়চাহাব খিতাপ দিলে।

এই 'স্মৃতিকথা'ৰ কোনো এটা খণ্ডত মই কৈ আহিছোঁ যে স্বৰ্গীয় বিমলা প্ৰসাদ চলিহা আৰু স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰী দুয়ো ভোজনবিলাসী আছিল। চলিহাদেৱ মোগলাই খানাৰ ভোজনবিলাসী আৰু চৌধুৰীদেৱ অসমীয়া ভোজনবিলাসী। বিছ শতকৰ চতুৰ্থ দশকত অবিভক্ত কামৰূপ জিলাত পৰ্যাপ্ত পৰিমাণে সকলো ৰকমৰ পহু পোৱা গৈছিল। ঘৰৰ বাৰীৰ শহা পহুৰ পৰা (প্ৰসংগক্ৰমে, ফ্ৰান্সত শহাপহুৰ মাংসৰ বৰ আদৰ। তেওঁলোকে ইয়াক lapin (লেপ্যাঁ) বোলে।) ডাঙৰ শৰপহুলৈকে। সেয়ে, কামৰূপ জিলাত, বিশেষকৈ বৰপেটা মহকুমাত, পহুৰ মাংসৰ পয়োভৰ আছিল। আমাৰ এগৰাকী বাইদেউ সৰুপেটাৰ ওচৰৰ বৰটাৰি গাঁৱলৈ পৰিছিল। ভিনিহিদেউ স্বৰ্গীয় ৰমেশ চন্দ্ৰ চৌধুৰী আৰু তেওঁৰ গোটেই পৰিয়াল বৰ ভোগী পৰিয়াল আছিল। আমি কেতিয়াবা আলহী হ'লে, গৈ পোৱাৰ পাছতেই নিজৰ হাতীৰে পহু মাৰিবলৈ গৈছিল। এতিয়াৰ মানাহ (মানাছ? মানছ?) অভয়াৰণ্যৰ বহুতো অঞ্চল তেওঁলোকৰ হস্তিনাপুৰ মৌজাৰ অন্তৰ্গত আছিল। তাত পহু মাৰে, ঘৰচীয়া হাতীৰ পোৱালীও জগে। ঘৰত ডাঙৰ হোৱা হাতী পোৱালিৰ উৎপাতৰ বিষয়ে পাছলৈ ওলাব। কথা হ'ল পহুৰ মাংস মহেন্দ্ৰ মোহন চৌধুৰীদেৱৰ অতি প্ৰিয় খাদ্য আছিল, ৰায়চাহাব চৌধুৰীদেৱৰো।

এবাৰ মুখ্য মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীদেৱ মন্ত্ৰী স্বৰ্গীয় গোলোক পাটগিৰিদেৱক লগত লৈ ক'লকাতাত উপস্থিত। প্ৰিয় সংগী ৰায়চাহাবো আছে। সেইদিনা দুপৰীয়া ভাত সাঁজত পহুৰ মাংস পৰিৱেশন কৰা হ'ল। সেইদিনা মুখ্য মন্ত্ৰী সদলবলে গুৱাহাটীলৈ ঘূৰিবও। টোপোলা-টাপলিও বন্ধা হৈ গৈছে। পহুৰ মাংস কলকাতাৰ 'অসম ভৱন'ৰ ওড়িআ বাঙালী ৰান্ধনিয়ে ৰান্ধিব নাজানে। মই কিছু কথা জানো। কাৰণ আমাৰ ঘৰো পহু চিকাৰী আৰু পহু খোৱা ঘৰ। মোৰ আতা (পিতামহ) শান্তিৰাম বৃজবৰুৱা ডাঙৰীয়াৰ বছৰেকীয়া শ্ৰাদ্ধ মাঘ মাহত পৰে। (সম্পাদকলৈ অনুৰোধ, 'ডাঙৰীয়া' শব্দটো নাকাটিব। কাৰণ তেওঁক ডাঙেৰা (শুদ্ধ অসমীয়াত ডাঙৰীয়া) বুলিয়ে সকলোৱে জানিছিল। আমাৰ ঘৰেই 'ডাঙেৰায়েৰ ঘৰ' বুলি জনাজাত আছিল।) সেই সময় পহু চিকাৰৰ কাৰণেও প্ৰশস্ত সময়। প্ৰত্যেক বছৰে প্ৰায় সেই সময়ত পহু মাৰিবলৈ আমাৰ ঘৰ চাপৰকুছিৰ পৰা নিজৰ

মানুহ কোনোবা যায়। কিন্তু সি বহুদিনৰ আগৰ কথা।

মই ৰায়চাহাবৰ শৰণাপন্ন হ'লোঁ। তেওঁ ক'লে (মোৰ হুবহু মনত আছে)— "দেউতা, ছাৰ, বাপা, মইনো আপোনাক পহু বান্ধবা শিখাবা লাগে না? আপোনালোকৰ ঘৰেই দুখু মস্ত পহু খাবাৰ ঘৰ।"

— সেইবিলাক পুৰণি কথা। আপুনি কওক। মই অৱশ্যে জানিছিলোঁ পহুৰ মাংস দুদিন বাহী হ'লেহে খাবলৈ ভাল হয়। সেই হিচাপে কিনিও থোৱা হৈছিল।

ভাতৰ পাতত বহিয়েই মুখ্য মন্ত্ৰী চৌধুৰীদেৱে আচৰিত হৈ সুধিলে— "ক'ত পালাহে?" যেন নিজৰ চকু আৰু নাকক বিশ্বাস কৰিব পৰা নাই। মই ক'লোঁ যে সম্পূৰ্ণ আইনসিদ্ধ কাৰবাৰ। আন্দামানত পহুৰ উপদ্ৰৱ হোৱা কাৰণে খেতি নষ্ট হৈ আছে। সেই কাৰণে চৰকাৰী হুকুমতে পহু মৰা হৈ আছে। আৰু তাৰ মাংস পৰ্টব্লেয়াৰৰ পৰা 'ফ্ৰোজন' কৰি প্লেনেৰে কলকাতালৈ আহে। আনকি মাংসটোও মই লিণ্ডছে ষ্ট্ৰীটত থকা গৱৰ্ণমেণ্ট সাহায্যপ্ৰাপ্ত কো-অ'পাৰেটিভ দোকানৰ পৰাহে কিনিছোঁ। চৌধুৰী মহোদয় আশ্বস্ত হ'ল আৰু ভোজন আৰম্ভ কৰিলে— লগত গোলোক পাটগিৰিদেৱ আৰু ৰায়চাহাব। মুখ্য মন্ত্ৰীয়ে হঠাৎ উদ্বিগ্ন হৈ মোক সুধিলে— "হেৰা, প্লেনৰ সময় দেখোন হৈ আহিল হে?" মই বোলো কোনো চিন্তা নাই, আপোনাসকলৰ মাল-বস্তু আৰু টিকট শেখৰ বাবুৰ লগত মই পঠিয়াই দিছোঁ। প্লেন এৰিবৰ সময়ত গৈ পালেই হ'ব। কলিকতা (আৰবা কলকাতা) পুলিচৰ চাৰ্জেণ্ট পাইলট আছে (তেওঁ আকৌ সৰলৰেখাৰ দৰে নাযায়, অকাই-পকাই বাট মুকলি কৰি কৰি যায়।) এয়াৰপৰ্ট পাওঁতে ২০ মিনিটৰ বেছি সময় নালাগে। প্লেন এৰিব প্ৰায় এঘণ্টাৰ পিছত। তিনি বন্ধুৱে পৰম তৃপ্তিৰে সেই সুস্বাদু মৃগ মাংস সশব্দে ভক্ষণ কৰিবলৈ ধৰিলে। সেই পবিত্ৰ দৃশ্য সহ্য কৰিব নোৱাৰি মই আঁতৰি আহিলোঁ। দুটা অৰ্থত ৰোমন্থন চলি থাকিল— অতীতৰ আৰু পহুৰ মাংসৰ।

আকৌ এবাৰ মুখ্য মন্ত্ৰী চৌধুৰী ডাঙৰীয়া আহিল। সেইবাৰ বিনা-ৰায়চাহাবে। তেখেতৰ সৰল ভোজনবিলাস চৰিতাৰ্থ কৰিবলৈ মই যৎপৰোনাস্তি চেষ্টা কৰিছিলোঁ। মই জানিছিলোঁ তেখেতে কাৰৈ মাছ ভাল পায়। ময়ো ল'ৰাকালিৰ ৰৰপেটাৰ প্ৰায় হাতৰ তলুৱাৰ সমান বহল কাৰৈ মাছৰ জালুকীয়া জোলৰ কথা পাহৰা নাই। মই সুধিলোঁ সবিনয়ে ঃ

— কাৰৈ মাছ নৰসিংহই দি ভাল পায় নেকি?

— ভাল পাওঁ।

মই ক'লোঁ হয়, কিন্তু কলকাতাত ক'তো কেতিয়াও নৰসিংহ থোৱা নাই। নৰসিংহৰ বাংলাটোও মই নাজানো। বিচাৰ, বিচাৰ। শেষত মনত পৰিল। দক্ষিণ কলকাতাত বহুতো মদ্ৰ দেশীয় লোক বাস কৰে। আৰু বজাৰ কৰে লেক মাৰ্কেটত। তাত নিশ্চয় নৰসিংহ পোৱা যাব। অনুমান সত্য, পোৱা গ'ল। নৰসিংহেৰে ৰন্ধা কাৰৈ মাছ, 'জলযোগ' দোকানৰ

মিঠা দৈ (কবিগুৰু ৰবীন্দ্ৰনাথৰ ফটোসম্বলিত চাৰ্টিফিকেটেৰে সুশোভিত)। আৰু বিবিধ মিষ্টান্নৰে সৈতে মুখ্য মন্ত্ৰীয়ে তৃপ্তিৰে খালে। ফাৰাক্কা উদ্বোধনৰ দিন চমু চাপি আহিবলৈ ধৰিলে। কিন্তু মুখ্য মন্ত্ৰীৰ চেলুনত ৰায়চাহাবৰ উপস্থিতিৰ সমস্যাটো সমাধান হোৱা নাই। মই বহুত বুজালোঁ— ৰায়চাহাব মুখ্য মন্ত্ৰীৰ নলেগলে লগা বন্ধু। "চিৰসখা, ছেড়ো না মোৰে ছেড়ো না" বোলা ৰবীন্দ্ৰ সংগীতটোও বেসুৰাকৈ গাই দিম বুলি ভাবিছিলোঁ। কিন্তু জেনেৰেল মেনেজাৰজন মাদ্ৰাজী কাৰণে অতি কষ্টে নিজকে সম্বৰণ কৰিলোঁ। ঠিক হ'ল ৰায়চাহাব মুখ্য মন্ত্ৰীৰ চেলুনতে যাব। ক'ব নোৱাৰোঁ মুখ্য মন্ত্ৰীৰ চেলুন বাৰও, আছু, সত্ৰৰও, আছু, আঠ্ৰও, আছু দিয়া ধ্বনিৰে মুখৰিত হৈ আছিল নে নাই। বোধ কৰোঁ আছিল।

পশ্চিমবংগৰ মুখ্য মন্ত্ৰী সিদ্ধাৰ্থ শংকৰ ৰায়। পত্নী পৰমা সুন্দৰী মায়া ৰায়ৰ পিতামহ পূৰ্ণ চন্দ্ৰ লাহিড়ী ১৯৪০ চনত যোৰহাটত চিভিল ছাৰ্জন আছিল। গুৱাহাটীৰ দুটা বিশিষ্ট পুৰণি বাঙালী পৰিয়ালৰ বিষয়ে অলপতে কুমুদেশ্বৰ হাজৰিকাই লেখিছে। (*ইতিহাসৰ ছাঁ-পোহৰত পুৰণি গুৱাহাটী*, শৰাইঘাট প্ৰকাশন, গুৱাহাটী-২০০২, পৃ ১৩৯) চিভিল ছাৰ্জন পূৰ্ণচন্দ্ৰ লাহিড়ী এওঁলোকৰ সম্বন্ধীয় হয় নে নহয় নাজানো। ফাৰাক্কা ব্যাৰেজৰ দক্ষিণ মুৰত ৰে'লৰ এটা অতিথিশালাত দুপৰীয়াৰ খানা খোৱা হৈছিল। শ্ৰীযুতা ৰায় ইমান সুন্দৰী যে মই বাৰে বাৰে চাই আছিলোঁ। ইমান চাইছিলোঁ যে নিজৰে অস্বস্তি লাগিছিল। সুচতুৰা মহিলা। তেওঁ ক'লে— "আপনাকে যেন কোথায় দেখেছি।" মই কৃতাৰ্থ হৈছিলোঁ।

পশ্চিমবংগৰ মুখ্য মন্ত্ৰীৰ অনুচৰসকলৰ ভিতৰত আছিল দূৰদৰ্শনৰ এসময়ৰ মহানিৰ্দেশক ভাস্কৰ ঘোষ (পাছলৈ ভাৰত চৰকাৰৰ শিক্ষা আৰু সংস্কৃতি বিভাগৰ সচিব)। ফাৰাক্কা উদ্‌ঘাটনৰ সময়ত তেওঁ মুখ্য মন্ত্ৰী ৰায় মহোদয়ৰ প্ৰধান সচিব আছিল।

উদ্‌ঘাটনৰ পাছত এখন সঁচাকৈয়ে বিৰাট জনসভা হৈছিল (খবৰ কাগজী 'বিৰাট' নহয়)। আমাৰ মুখ্য মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী মহোদয়ে বাংলাতে ভাষণ দিলে। বাংলাটো কুৰি শতিকাৰ মাজভাগত প্ৰচলিত কথ্য বাংলা নাছিল। সেই শতকৰে আগভাগৰ লিখিত বাংলা আছিল। মাজে মাজে তাত স্খলন হৈছিল। পূৰ্ববংগীয় উপ-ভাষাৰ কিছু ক্ৰিয়াৰূপে অনুপ্ৰবেশ কৰিছিল। যেনে— 'কৰত্যাছিলেন', কিন্তু মুঠৰ ওপৰত ভাল বাংলাতে ভাষণ দিলে। ঘন ঘন কৰতালি। বাঙালী মানুহে তেওঁলোকৰ ভাষাত কথা ক'লে ভাল পায়। আনকি ভুল থাকিলেও কোনোবা বাঙালীয়ে যদি কোনো অসমীয়াক তেওঁৰ ঘৰ ক'ত বুলি সোধে আৰু অসমীয়াজনে "আমাৰ বাৰী ভোগদৈ নৈৰ টিপাৰে" বুলি উত্তৰ দিয়ে তেনেহ'লে বাঙালীজনে মুঠেই বেয়া নাপায়, বাংলা ক'বৰ চেষ্টা কৰিলেই ভাল পায়।

ইমানখিনি কৈ দেখিলোঁ ফাৰাক্কা উদ্‌ঘাটনৰ আৰু কথা মনত নাই। বাংলাত

ক'বলৈ গ'লে— "আমাব কথা ফুরলো, নটে শাকটি মুড়োলো।"

কিন্তু, আকৌ সম্পাদকডাঙৰীয়াৰ পোন্দোৰা চকু! 'মেটাৰ' কম হ'ল, মেনাস্ক্রিপ্টত কথাখিনি ১০ পৃষ্ঠা হ'ব লাগে। (হক কথা কওঁ, ডাঙৰীয়াই মোক কেনোদিনে তেনেকৈ একো বান্ধি দিয়া নাই, মই নিজেহে বান্ধি লৈছোঁ!) তেনেহ'লে ফাৰাক্কা-পূৰ্ব আৰু দুই-এটা এটা ফাৰাক্কা-পৰৱৰ্তী কলিকতা যাত্ৰাৰ কথা কওঁ। মোৰ আৰু 'অসম দেশৰ পুৰণি কথা'ত কিঞ্চিৎ ৰাপ আছে। ভাস্কৰ বৰ্মাৰ দিনলৈ যাব নোৱাৰি। কাৰণ, তেতিয়া কলিকতাই পবিত্ৰ বাইবেল (অসমীয়া)ত থকা ঈশ্বৰৰ আত্মাৰ দৰে 'জলসমূহৰ ওপৰত উমাইছিল'। আহোম ৰাজত্বৰ প্ৰথম চাৰিশ বছৰত, অৰ্থাৎ ১৬২৮ খ্ৰীঃলৈ কলিকতাৰ অস্তিত্ব নাছিল। কলিকতাৰ প্ৰতিষ্ঠা হয় ১৬৯০ খ্ৰীঃত। কেতিয়াৰ পৰা কলিকতা (মই 'কলিকতা'ই লিখি থাকিম। ফৰাচীসকলে লণ্ডন (ইংলেণ্ড)ক লিখে লণ্ড্ৰ (londres)। একো *মহাভাৰত* অশুদ্ধ নহয়।) অসমৰ কাৰণে গুৰুত্বপূৰ্ণ হ'ল? যেতিয়াৰ পৰা ব্যাপ্টিষ্ট মিশ্যনাৰীসকল অসমলৈ আহিবলৈ আৰম্ভ কৰিলে। যেতিয়া ১৮৩৫ খ্ৰীঃৰ ২০ নৱেম্বৰত সপৰিবাৰে ব্ৰাউন আৰু কট্টাৰে "তিনিখন বঙালী মাঝিৰ নাবত বয়-বস্তু লৈ ব্ৰহ্মপুত্ৰইদি উজাই যাত্ৰা কৰিলে"। আৰু ১৮৩৬ চনৰ ১৮ জানুৱাৰীত কলিকতাৰ পৰা আহি গুৱাহাটী পালে।

*অৰুনোদই*ত কিনাৰাম সত্ৰিয়াই লিখা 'কলিকতাৰ সুখিয়াতি' (মাৰ্চ, ১৮৫১) আৰু 'কলিকতাত থকা শ্ৰীযুত সুজাত আলিএ লিখা পত্ৰ' (ছেপ্টেম্বৰ, ১৮৫১) আছে। কিন্তু অসমৰ পৰা কলিকতালৈ যোৱাৰ বৰ্ণনা চকুত পৰা নাই। তাৰ কাৰণে ১৮৯০ চনলৈ ৰ'ব লাগিব। সেই চনত পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াই ক'হিমা গৱৰ্নমেণ্ট স্কুলৰ পৰা এণ্ট্ৰেঞ্চ পাছ কৰি কলিকতালৈ পঢ়িবলৈ যাত্ৰা কৰে। গোহাঞিবৰুৱা ডাঙৰীয়া মোৰ মতে শ্ৰেষ্ঠ অসমীয়া গদ্য লেখক। তেখেতৰ সেই যথাৰ্থতে অপূৰ্ব গদ্যত লিখা 'কলিকতা যাত্ৰা' তেওঁলোকৰ *মোৰ সোঁৱৰণী*ৰ ৩য় সৰ্গত আছে। অলপ উদ্ধৃত কৰি দিছোঁ—

"দুৰাতি তিনি দিনৰ দীঘলীয়া আৰু আমনি লগা জাহাজ-যাত্ৰাৰ পাচত আবেলি ৪ বজাত গোৱালণ্ড ঘাটত নামিলোঁগৈহঁক। তাৰপৰা আমাক বামেদি কলিকতালৈ নিবলৈ বুলি ৰেলগাড়ী ৰৈ আছিল। মই লৰালৰিকৈ ৰেল গাড়ীৰ কাষ চাপিলোঁগৈ। কিন্তু, মোৰ লগৰীয়া বন্ধু দুজনে দেখোন আঁতৰি গৈ এটা কুঁজীঘৰৰ বহল পিৰালিত পাৰি থোৱা কুশাসনত বহি লৈছেগৈ। কথাটো নো কি টং কৰিব নোৱাৰি মইয়ো চাঁত্ কৰে গৈ সিবিলাকৰ আগত থিয় দিলোঁ। ইতিমধ্যত ভিতৰৰপৰা এটা মানুহ ওলাই আহি পিৰালিত লালি-পাতি বহি থকা সকলৰ আগে আগে একোখন পিতলৰ তৰাহি পাতি থৈ গ'লহি। মোৰ লগৰী দ্বাৰকেশ্বৰ বাপুটিৰ সঙ্কেত মতে ময়ো এখন পাৰি থোৱা আসনত বহি গ'লোঁ। ভাবিছিলোঁ কিবা জলপানৰ দিহা লাগিছে হ'ব পায়। কিন্তু পিচ মুহূৰ্ততে দেখোঁ যে সি নহয়, চাউল সিজোৱাহে। তাৰ পাচত তৰাহিৰ কোষে কোষে ঘোলা হাঁহকণীৰ বিজল যেন ডাইলৰ পানী একো কোৰোৰা আৰু তাৰ লগতেএকো লাডু কিবা পিটিকা আন এজন বিলনীয়াই বিলাই দি গ'লহি। ভকত অকল আমাৰ কেইজনেই নহয়, আৰু কেইবাজনো অচিনাকি

যাত্ৰীয়ে শাৰী পুৰাইছিল। অলপৰ পাচতে মোৰ আগতো এখন তৰাহি পৰিলহি। দেখিলোঁ, তৰাহিৰ কানত ডাইলৰ কঁৰাল আৰু তাৰ পিঠিয়ে-বুকুৰে চুৰা-পানী বিৰিজিব লাগিছে। গতি-গোত্ৰ চাই ঘোলাহঁহকণীয়া ডাইলপানী আহি নৌ পৰোতেই মই লাহেকৈ উঠি কাষৰি কাটি আকৌ ৰেলগাড়ীৰ কাষত থিয় দি ৰলোঁগৈ। অলপৰ পাচত মোৰ বন্ধু দুজনে আহি হাঁহি হাঁহি মোক সুধিলেহি, "তুমিচোন ভাত নাখালা? —কিয়?"

পাৰিব এনেকুৱা গদ্য লিখিবলৈ? মই নোৱাৰোঁ।

কলিকতালৈ তেতিয়া শিৱসাগৰৰ পৰা তিনি দিন তিনি ৰাতি লাগিছিল। ফাৰাকাৰ পাছত ৩৫ ঘণ্টা।

# চাচা কাহিনী

*চাচা কাহিনী* বাঙালী হাস্যৰসিক, পণ্ডিত আৰু গল্পলেখক চৈয়দ মুজতবা আলীৰ এখন কিতাপৰ নাম। কিন্তু এই লেখাটো তেওঁৰ কিতাপখনৰ বিষয়ে নহয়। এই লেখাটো এজন সুবিখ্যাত 'চাচা'ৰ বিষয়ে— 'চাচা নেহৰু'। ৭৪ বছৰ বয়সত তেওঁ ঢুকাইছে। কিন্তু তেতিয়ালৈকে তেওঁ 'চাচা' অৰ্থাৎ খুড়া বুলিবলৈয়ে সকলোকে পৰোক্ষভাবে উদগনি দিছিল। তাৰুণ্যৰ বাবে অমোচনীয দুৰ্বলতাৰ আমৃত্যু অত্যাচাৰ!

জৱাহৰলাল নেহৰুক মই প্ৰথম দেখোঁ বৰপেটাত, ১৯৩৭ চনত। বোধ কৰোঁ কংগ্ৰেছৰ নিৰ্বাচনী প্ৰচাৰ চলাবলৈ আহিছিল। তেতিয়াও ধুতিয়েই পিন্ধি আছিল। অৱশ্যে 'জহৰ কোট'টোও আছিল। পাছতহে আমি যাক 'নেপালী ঠেঙা' বুলি কওঁ, অৰ্থাৎ চুড়িদাৰ-পায়জামা পিন্ধিবলৈ লয়। লেক্‌চাৰ শুনিলোঁ। উৰ্দু শব্দৰ অলপ প্ৰাধান্য আছিল। বাৰে বাৰে 'বৰতানিয়া হুকুমৎ', 'বৰতানিয়া হুকুমৎ', অৰ্থাৎ ব্ৰিটিছ চৰকাৰ বুলি কৈ আছিল। তেতিয়া মই হিন্দীও পঢ়িছিলোঁ। মোৰ দেউতাৰ কংগ্ৰেছী আদৰ্শৰ প্ৰতি অনুৰাগ আছিল। আৰু তেওঁৰ বন্ধু বৰপেটা চৰকাৰী হাইস্কুলৰ হেড্ মাষ্টৰ আৰু অম্বিকাগিৰি ৰায়চৌধুৰীৰ ককায়েক গিৰিশ চন্দ্ৰ ৰায়চৌধুৰী (মই বানান নাজানো বুলি ধৰি লৈ 'শুদ্ধ' কৰি 'গিৰীশ' কৰি নিদিব। তেওঁ নিজে সেই বানানেই লিখিছিল। অৰ্থাৎ গিৰিৰ গিৰীয়েক নহয়, 'গিৰিত যেয়ে শয়ন কৰে'— গিৰিশ, অৰ্থাৎ শিৱ) ডাঙৰীয়াও কংগ্ৰেছ আৰু তাৰ আনুষংগিক গান্ধী, খাদী, হিন্দী আদিত অনুৰক্ত আছিল। কংগ্ৰেছী হিন্দীটো আকৌ 'হিন্দুস্তানী'হে আছিল— যাতে মুছলমানে বেয়া নাপায। একেবাৰে সংস্কৃতীয়া হিন্দী ব্যৱহাৰ কৰিলে মুছলমানসকলে বেয়া পাব নহয়? ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি— যাৰ পাঠ্যক্ৰমৰ মই ছাত্ৰ আছিলোঁ— সেই সমিতিৰ দ্বাৰা অনুমোদিত পাঠ্য-পুস্তকত সেই কাৰণে উৰ্দু (অৰ্থাৎ ফাৰ্চীমূল বা আৰবী মূল) শব্দ জুখি-মাখি সুমুওৱা হৈছিল। সেয়ে 'বৰতানিয়া হুকুমৎ'-ৰ অৰ্থ মই বুজিছিলোঁ। নেহেৰু (অসমীয়াই নেহৰু উচ্চাৰণ কৰিব নোৱাৰে) গ'লগৈ। মাইক দেখিলোঁ, মিটিং দেখিলোঁ, মনত যদি কিবা সাঁচ পৰিছিলোঁ এতিয়া মনত নাই।

তাৰ পাছত দেখিলোঁ ১৯৪৫ চনত। তেতিয়া মই ছাত্ৰ আন্দোলনত 'জঁপিয়াই' পৰিছিলোঁ। অসমীয়া খবৰ কাগজৰ ভাষাই বৰ্তমানে অসমীয়া সাহিত্যৰো ভাষা। খবৰৰ কাগজত লিখা মতে, সকলোৱে সকলোতে 'জঁপিয়াই' পৰে, ('চন্দ্ৰবিন্দু'টো বাদ নিদিব, যদিও কোনেও তাক আজিকালি উচ্চাৰণ কৰা শুনা নাই) লাহে-ধীৰে, ভাবি-চিন্তি যোগ নিদিয়ে। কাৰণ, হুজুগ। কিন্তু এটা নিগূঢ় মনস্তাত্ত্বিক কাৰণ আছে, যাক 'এথোলজিষ্ট' অৰ্থাৎ তুলনাচৰণবিজ্ঞানসকলে 'Peer group pressure' বুলিছে। 'এড'লেছেন্স' অৰ্থাৎ বয়ঃসন্ধি— কৈশোৰ আৰু যৌৱনৰ সন্ধিকাল, এটা মাৰাত্মক সময়। পুৰুষৰ এই সময়ত গোঁফ ঠুটিয়ায়, পুং হৰমোনে জয়ধ্বনি দিয়ে সকলো ধৰণৰ আন্দোলনত; হয়, জঁপিয়াই পৰে, প্ৰেমত পৰে, কবিতা লিখে, কাৰৰ ঘৰৰ ছোৱালীজনীলৈ কু-দৃষ্টিপাত কৰে... ইত্যাদি। সকলোতকৈ ডাঙৰ কথা, তেতিয়া সমনীয়াবিলাকে কি কৰে তাকে নকৰিলে, বিশ্বাসঘাতকতা কৰা যেন লাগে। সেয়ে 'পিয়াৰ গ্ৰুপ প্ৰেছাৰ'।

জৱাহৰলাল আহিছে অসমলৈ। তেতিয়াও, তেওঁ মূৰ্তিমান তাৰুণ্য, বয়স যদিও সাতাৱন্ন। বৰপেটাৰ উগ্ৰ পুৰুষ স্বৰ্গীয় ধনীৰাম তালুকদাৰদেৱৰ গাম্ভীৰ্যপূৰ্ণ 'চেভ্ৰলেট' গাড়ীত নগাঁৱলৈ মিটিং কৰিবলৈ গৈছে। আমি ছাত্ৰ এদল পিছে পিছে এখন ট্ৰাকত উঠি গৈ আছোঁ— মোৰ ঘনিষ্ঠ বন্ধু প্ৰয়াত কুমাৰ যতীন্দ্ৰ নাৰায়ণ দেৱ, প্ৰয়াত প্ৰতাপ চন্দ্ৰ মেধি আৰু কেইবাজনো। আমি সকলোৱে তেতিয়াৰ সদৌ অসম ছাত্ৰ ইউনিয়নৰ লগত জড়িত। গুৱাহাটীৰ পৰা নগাঁৱলৈ গ'লোঁ। নগাঁৱৰ পৰা ঘূৰোঁতে বহাৰ ওচৰা-উচৰি এখন ঠাইত গাড়ী বেয়া হ'ল। আমি ট্ৰাকৰ পৰা নামিলোঁ। জৱাহৰলালো চেভ্ৰলেট গাড়ীৰ পৰা নামি আহি আমাক বুজালে যে গাড়ীৰ নিয়মিত যত্ন ল'ব লাগে। তাকে নকৰাৰ ফলতে গাড়ী বেয়া হ'ল— ড্ৰাইভাৰৰ দোষ। তাৰ পাছত ড্ৰাইভাৰেই খুটুং খাতাং কৰি গাড়ী ভাল কৰিলে। সেই দিনাই নে তাৰ পাছ দিনা আমি শ্বিলঙলৈ গ'লোঁ। তাত জৱাহৰলালে আমাক এটা সাক্ষাৎকাৰ দিব। আমি আছিলোঁ শ্বিলঙৰ আৰ্ল ছেনিটৰিয়ামত— পাছলৈ বিখ্যাত হোটেল মোৰ আৰু ছেক্ৰেটেৰিয়েটত চাকৰি কৰিবলগীয়া বহুতো বন্ধু— অসমীয়া, অনা-অসমীয়া— সকলোৰে জীৱনৰ এটা অংশ হৈ পৰিছিল। পি এন ৰাও, এ চি ৰায়, হৰি বৰকাকতি। বদলি হৈ আহি ঘৰ নোপোৱালৈকে ছেনিটৰিয়ামেই গতি। গধূলি জৱাহৰলালৰ লগত সাক্ষাৎ হ'ল। তেওঁ বহুতো কথা ক'লে, বৰতানিয়া হুকুমতৰ বেইমানিৰ কথা, আজাদীৰ কথা, ছাত্ৰৰ কথা, কংগ্ৰেছৰ কথা ইত্যাদি। আমাৰ টোপনি ধৰি আহিছিল। ৰাতি আটায়ে আমি বন্ধুসকলে ভালকৈ শুব নোৱাৰিলোঁ। নাকৰ ঘৰ্ঘৰণি আৰু পেটৰ খলখলনিত কাৰোৰেই টোপনি নাহিল।

আচল চাচা কাহিনীৰ আৰম্ভ হ'ল ১৯৬২ চনত চীনা আক্ৰমণৰ পাছত। তেতিয়া নেহৰু দুবছৰৰ ভিতৰতে কেইবাবাৰো আহিছিল। তেজপুৰলৈ আহে। শিলঙত গম শুনায়।

গল্পৰ কথন সদায়ে পি এইচ (পৰমলভাই হৃষিকেশভাই) ত্ৰিবেদী। ইণ্ডাষ্ট্ৰীৰ ছেক্ৰেটেৰী। মই তেওঁৰ ডেপুটী (ৰাষ্ট্ৰভাষাত 'উপমন্ত্ৰী')। মোৰ ৰুমটো সুবিধাজনক ঠাইত অৱস্থিত। এডিশ্যনেল ছেক্ৰেটেৰিয়েট বিল্ডিঙত (ঘৰটো সম্পূৰ্ণ হওঁতে তাজমহলতকৈ অলপহে কম সময় লাগিছিল— ১১ বছৰ)। ৰাস্তা সাধাৰণতে ঘৰৰ তলত হয়। এডিশ্যনেল বিল্ডিঙৰ তলৰ মহলাৰ ওপৰেদিহে ৰাস্তা। ত্ৰিবেদী চাহাবৰ ৰুম মেইন ছেক্ৰেটেৰিয়েট বিল্ডিঙত। চীফ্ ছেক্ৰেটেৰীৰ অফিচ ৰুমৰ কাষতে তেওঁৰ অফিচ ৰুম, তেওঁৰ আৱাসটোও চীফ্ ছেক্ৰেটেৰীৰ নিবাসৰ 'আউট হাউছ'। তেওঁৰ অফিচত বেছি সময় গল্প কৰা অসম্ভৱ। সাতে-পাঁচে মোৰ ৰুমত আড্ডা জমে। ইনফৰ্মেল লাঞ্চ আৰাৰৰ সময়ত। তাতে আমাৰ লাইনত চাহ-তামোল বিলোৱা কংগৰাকীৰ গাল দুখন পকা আপেলৰ দৰে ৰঙা। কোনোবাই উলিয়াইছিল যে তেওঁৰ গালৰ ৰংটো 'কোৱাই' অৰ্থাৎ তামোলৰ পিকৰহে। চাহ দিয়া ছোৱালীয়ে 'ৰুজ' ক'ত পাব? ত্ৰিবেদী চাহাবে মোৰ ওলোটা ফালে থকা চকীখনত বহি গল্প কয়। কওঁতে ভৰি দুখন টেবুলৰ তলত জোকাৰি থাকে। তেওঁৰ দুয়োফালে পি চি (পাণ চিচিৰিং) মিশ্ৰ, ইণ্ডাষ্ট্ৰীৰ এজন আণ্ডাৰ ছেক্ৰেটেৰী, এ চি (অলপ চুতীয়া) ৰে (ৰায), বি চি (বেডো চুতীয়া) পৰিজা, এম চি (মহা চুতীযা) নৰসিম্হন আদি পাৰিষদবৰ্গ। মফচলৰ পৰা ৰাজধানীলৈ অহা অ' চি (আদাৰ চুতীয়া)সকলৰ দুই-এজনো কেতিয়াবা থাকে। সেইদিনা উপস্থিত আছিল তেজপুৰৰ ভূতপূৰ্ব আৰু বোধ কৰোঁ তেতিয়াৰো এ ডি এম মোৰ পৰম উপকাৰী বন্ধু (অসম আন্দোলনৰ সমযত তেওঁ মোক জোতাৰ মালা পিন্ধিব লগা হোৱাৰ পৰা বচাইছিল!) স্বৰ্গীয উমাচৰণ শৰণীয়া। ত্ৰিবেদী চাহাবে যথাৰৎ ঠেং জোকাৰি গল্প আৰম্ভ কৰিলে— "তো যেৰ পি এম (অৰ্থাৎ 'চাচা' নেহৰু) কা প্ৰ'গ্ৰেম আ গিয়া।" এইখিনিতে অলপ ভিতৰুৱা (গোপন নহয়) কথা ক'ব লাগিল। প্ৰধান মন্ত্ৰী ইত্যাদিৰ ভ্ৰমণৰ সময়ৰ কিছুমান কথা সাংকেতিক লিপি অৰ্থাৎ 'কোড'ত আহে। যেনে ধৰক, ৰাজীৱ গান্ধীয়ে যে অলপ মচলা দিয়া (lightly spiced) খাদ্যহে খাইছিল, মই কেনেকৈ জানো? তেওঁ কেতিয়াবা মোক ভাত খাবলৈ মাতিছিল নেকি? নে মই বাৰ্তাজীৱী যে ৰাজীৱৰ এক্স ৰাঙ্কনিৰ গোপন 'সাক্ষাৎকাৰ' লৈ 'স্কুপ' কৰিছোঁ? সেইবাৰ বোলে পি এম (পণ্ডিতজী)ৰ চফৰৰ বিষযে কোডত আহিল যে প্ৰাইম মিনিষ্টাৰে কেৱল 'পিওৰ কাওজ ঘি'ত ৰন্ধা বস্তুহে খায়। "আৰে", ত্ৰিবেদী চাহাবে ক'লে— "তেজপুৰ মে বহুৎ বড়া ক্ৰাইছিছ হো গিয়া।" ডি চিকে ধৰি সকলো অফিচাৰ, স্পেচিয়েলিষ্ট, ভেটেনাৰী এছিষ্টেণ্ট ডাইৰেক্টৰ, সকলো বিপাঙত পৰিল। কাওজনী 'পিওৰ' হয় নে নহয় কেনেকৈ ঠিক কৰা যাব? সৰু-সুৰা কথা নহয়, স্বয়ং প্ৰাইম মিনিষ্টাৰৰ খানা। এজন চতুৰ ভেটেনাৰী ফিল্ড এছিষ্টেণ্টে ক'লে যে ভেটেনাৰী কলেজৰ গাইন'ক'লজিষ্টলৈ ৰেফাৰ কৰিব পৰা যায়। কিন্তু কাওজনী অসমৰ (অবিভক্ত) একমাত্ৰ ৰিলায়েবল তেনেকুৱা প্ৰতিষ্ঠান 'আপাৰ শ্বিলঙ'ৰ ফাৰ্মৰ পৰাহে অনা উচিত হ'ব। সকলোৱে কথাটোত সসম্ভ্ৰমে সন্মতি জনালে। আপাৰ শ্বিলং ফাৰ্মলৈ ৱায়াৰলেছ মেছেজ গ'ল— "ছেণ্ড ওৱান নাম্বাৰ পিওৰ কাও

ইমিডিয়েটলী, মেটাৰ ম'ষ্ট বিপিট ম'ষ্ট ইম্প'ৰটেন্ট।" পিওৰ কাও অৱশেষে এখন ট্ৰাকত উঠি তেজপুৰ পালেহি। তেওঁক যথাযোগ্য সম্বৰ্দ্ধনা জনোৱা হ'ল। ডি চিয়ে নিজহাতে ঘাঁহ খুৱালে, ডি চিয়নীয়ে গাত হাত ফুৰাই দিলে (পাঠক, অনুগ্ৰহ কৰি মনত ৰাখিব ত্ৰিবেদী চাহাবেই গল্প কৈছিল, তেওঁক মই উদ্ধৃতহে কৰি আছোঁ।) ডি চিৰ অফিচৰ সকলোতকৈ লাগতিয়াল কৰ্মচাৰী নাজিৰ আৰু উৎসাহী। তেওঁ পিওৰ কাওগৰাকীক চাৰ্কিট হাউছৰ চৌহদত এটা পৰিত্যক্ত কোঠাত আঁতৰা তৰি ৰখাৰ পৰামৰ্শ আগবঢ়াইছিল। (নাজিৰসকলৰ বিষয়ে মই এখণ্ড বেলেগ স্মৃতিকথা লিখিম, গৱৰ্ণৰসকলৰ বিষয়ে যেনেকৈ লিখিছোঁ।) নাজিৰৰ পৰামৰ্শ গৃহীত নহ'ল। ভেটেনাৰী (ইং ভেটেৰেনেৰী) কলেজৰ গাইন'ক'লজিষ্টে (ত্ৰিবেদী চাহাবে লগাই দিছিল যে গাইনীজন কেৱল স্ত্ৰী-গোৰ অৰ্থাৎ গাই বিশেষজ্ঞই নহয়, স্ত্ৰী-নৰ অৰ্থাৎ নাৰীৰো বিশেষজ্ঞ আছিল। কাওজনী 'পিওৰ' বুলি চাৰ্টিফাই কৰিলে। সেই পিওৰ কাওৰ গাখীৰ খিৰাই ঘিউ বনোৱা হ'ল। পি এম আছিল, পিওৰ কাওৰ ঘিউত ৰন্ধা পোলাও মাংস খালে। সকলো বন্দোবস্ত অৱশ্যে নাজিৰেই কৰিছিল। পি এম চাচাৰ প্ৰাতঃ ব্যায়ামৰ সদাভ্যাস আছিল। তেজপুৰত থকাকেইদিনত তাৰ ব্যতিক্ৰম। পুৰণি চাৰ্কিট হাউছৰ উত্তৰা-দক্ষিণাকৈ থকা দীঘল বাৰাণ্ডাত পুৱা পায়চাৰি কৰিছিল। নাজিৰ বাবু পুৱাৰ পৰাই ইন এটেণ্ডেন্স— প্ৰত্যেক দিনেই। সদায়ে সুধিব খোজে পি এমক— পিওৰ কাওৰ ঘিউ কেনে পালে, কিন্তু সাহ কৰিব নোৱাৰে। এদিন মনসাহ কৰি বাৰাণ্ডাৰ কাষলৈ গৈ হাত মোহাৰি মোহাৰি অসমীয়া বিনয়সূচক চি চিয়া মাতটো উলিয়াই সুধি পেলালে— "ছাৰ, ডেট্, ঘি ছাৰ, ঘি.. ? পি এমে বিৰক্তিৰে সুধিলে— "হোৱাট ঘি ?"

— ডেট পিওৰ কাও ছাৰ— পিওৰ ?

পি এমে ধমকৰ সুৰত ক'লে— "আই ডণ্ট নো হোৱাট ইউ আৰ টকিং এবাউট।" এইবুলি পি এম উচ্ছাট্ মাৰি ঘূৰি গুচি গ'ল। নাজিৰে হাত মোহাৰি মোহাৰিয়েই ৰৈ থাকিল।

এই গল্পটো কৈ নিজৰ কথাত ভীষণ ৰস পাই ত্ৰিবেদী চাহাবে হোঃ হোঃকৈ হাঁহিবলৈ ধৰিলে।

স্বৰ্গীয় শৰণীয়াই কাহিনীৰ কথকতাৰ সময়ত হাঁহাও নাছিল, এষাৰ মাতো মতা নাছিল, গম্ভীৰভাৱে বহি শুনি আছিল। ত্ৰিবেদী চাহাবৰ হাঁহিৰ শব্দ মাৰ যোৱাত, দুই-চাৰি ছেকেণ্ডৰ পাছত শৰণীয়াই গহীনভাৱে ক'লে— "সেই সময়ত মই তেজপুৰত এ ডি এম আছিলোঁ। এনেকুৱা এটা ঘটনা হোৱাৰ কথাতো মই নাজানো।" ত্ৰিবেদী চাহাবে অম্লানবদনে টপৰাই কৈ উঠিল— "ও, আই শ্যুড্ নট হ্যাভ্ ট'ল্ড দি ষ্ট'ৰী ইন্ ইওৰ প্ৰেজেন্স।"

গল্প হেছল মাজে মাজে বহি থাকে। আকৌ এবাৰ বহিছে। কথক একেজনেই,

পি এইচ ত্ৰিবেদী, শ্ৰোতা বদলিছে। কামটো মোৰ যেতিয়া আৰু ত্ৰিবেদী চাহাব মোৰ 'বছ', মই শুনিবৰ বাধ্য, কাণতো জপাব নোৱাৰি। সেইবাৰ পি এম নেহৰু গুৱাহাটীলৈ আহিব। দুই-এজন পুৰণি শ্ৰোতাৰ অলপ আওকণীয়া ভাব দেখি বুজিলোঁ তেওঁলোকে আগেয়েও গল্পটো শুনিছে।

পি এমৰ প্ৰ'গ্ৰেম আহিল। লগত কোন কোন আহিব তাৰ লিষ্ট আহিল। লিষ্টত আছে ইন্দিৰা গান্ধী, পি এমৰ প্ৰিন্সিপেল প্ৰাইভেট ছেক্ৰেটেৰী, লেঃ জেনেৰেল মোতি সাগৰ (বোধ কৰোঁ সুৰক্ষা উপদেষ্টা), কেইজনমান প্ৰাইভেট ছেক্ৰেটেৰী ইত্যাদি। শেষৰ নামটো হ'ল শ্ৰীহৰি ভাই।

তেতিয়া ৰাজধানী অৱশ্যে শ্বিলঙতে আছে, আদৰিবলৈ ৰাজ্যপাল নামি আহিব। যিমানদূৰ সম্ভৱ মুখ্য মন্ত্ৰী বিষ্ণুৰাম মেধি অহা নাছিল, ৰাজ্যৰ দুজন জ্যেষ্ঠ মন্ত্ৰী আহিছিল। বিষয়াৰ ভিতৰত কমিছনাৰ, ডি চি, এ ডি এম আদি আদৰা পাৰ্টীত থাকিবই লাগিব। চৰকাৰীভাৱে ঠিক কৰা হৈছিল যে পি এম আৰু তেওঁৰ লগত অহাসকলক চাৰ্কিট হাউছত এটা পাৰ্টী দিয়া হ'ব— ডিনাৰ পাৰ্টী।

এতিয়া, আনুষ্ঠানিক ভোজত কোন ক'ত বহিব তাত এটা পৰম্পৰাগত প্ৰচলন আছে। মই ইংলেণ্ডতো দেখিছোঁ, ফ্ৰান্সতো দেখিছোঁ। পাৰ্টী দিওঁতা অৰ্থাৎ 'হোষ্ট' টেবুলৰ হেডত বহিব লাগে। এবাৰ শ্বিলঙৰ পাইনউড হোটেলত টেবুলৰ 'হেড্' কোনটো সেইটো লৈ এটা প্ৰ'ট'ক'ল, অৰ্থাৎ আদব-কায়দাৰ সমস্যাৰ সৃষ্টি হ'ল। মই ক'লোঁ যে টেবুলখন যেতিয়া আয়তক্ষেত্ৰৰ আকাৰৰ, চুটি মূৰ দুটাৰ যিকোনো এটা মূৰেই 'হেড্' হ'ব পাৰে। যি সময়ত টেবুলৰ হেড্ লৈ সমস্যা হ'ল, তেতিয়া মেমস্বামী অসমীয়া কেইবাজনো আছিল। মেম মানে বিলাতী মেম। আমাৰ সমসাময়িকৰ ভিতৰত আছিল স্বৰ্গীয় আনন্দদেৱ অধিকাৰী। তেৱেঁই পাৰ্টীটোও দিছিল নেকি? তেওঁক কনছাল্ট কৰা হ'ল। তেওঁ মোৰ থিওৰি উৰাই দিলে। তেওঁ ক'লে— আপুনি আপোনাৰ চান্দকুছি গাঁৱৰ ভোজ পাইছে নেকি? যি ফালটো দুৱাৰৰ ফালে আছে, টেবুলৰ সেই সৰু ফালটোৱে হেড্।

যিহক, আমাৰ প্ৰসংগ হৈছে পি এম অ্যাণ্ড পাৰ্টীৰ আগমন। প্লেনৰ পৰা নমাৰ পৰাই প্ৰ'ট'ক'ল ঝামেলা আৰম্ভ হ'ল। কথক ত্ৰিবেদী চাহাবৰ মতে প্লেনৰ পৰা নমাৰো এটা 'অৰ্ডাৰ অৱ্ প্ৰিছিডেন্স' আছে, অৰ্থাৎ 'অগ্ৰাধিকাৰ শৃংখল'। যেনে ধৰক আমাৰ এই বক্তৃতা (মোৰ কথা কৈছিল), তেওঁ এটা 'ডিগ্ৰী ছেক্ৰেটৰী' মাত্ৰ। তেওঁ লৰ মাৰি গৈ প্ৰথমেই পি এমক চালাম কৰি পি এমৰ বেগ বা ব্ৰিফকেছ লৈ আগবঢ়াই আনিব নোৱাৰে। পি এমৰ 'আঁতুৰাজ'ৰ অৰ্থাৎ অনুগামী লোকজনৰ তালিকাখন অৰ্ডাৰ অৱ্ প্ৰিছিডেন্সত আছে, প্লেনত উঠা-নমা সেই অৰ্ডাৰ মতে হয়। 'ৰিচিভ' কৰা মন্ত্ৰী, অফিচাৰো তেনেকুৱাকৈ পদমৰ্যাদা অনুসাৰে। যেনে— পি এমক ৰিচিভ কৰিব গৱৰ্ণৰ বা মুখ্য মন্ত্ৰীয়ে। অৰ্থাৎ যথাযথ সম্ভাষণ জনাই হাতৰ পৰা বেগ বা ব্ৰিফকেছ ল'ব, কেন্দ্ৰীয় মন্ত্ৰীক তেনেকৈ

আদৰণি জনাব ৰাজ্যৰ মন্ত্ৰীয়ে। সেইবাৰো সেইদৰে বিষয়ববীয়াসকল তেওঁলোকৰ পদমৰ্যাদা অনুসাৰে শাৰী পাতি থিয় হ'ল। পি এম নামিল, গৱৰ্ণৰে যথাযোগ্য সম্ভাষণ জনাই আদৰিলে। পি এমৰ অৱশ্যে বেগ বা ব্ৰিফকেছ্ নাথাকে। নেহৰুৰ হাতত প্ৰায়েই এডাল 'বেটন' আছিল। সেইডাল লোৱাৰ প্ৰশ্ন নুঠে। পি এমৰ অনুগামীসকলৰ পদমৰ্যাদা অনুসাৰে আমাৰ ৰাজ্যৰ বিষয়াসকলে বেগ হাতত ল'লে। বিষয়াসকলৰ ভিতৰত পদমৰ্যাদাত সৰ্বকনিষ্ঠ আছিল কামৰূপৰ এ ডি এম। পি এমৰ পাৰ্টীত সেইদৰে সকলোতকৈ কম মৰ্যাদাৰ আছিল হৰিভাই। তেওঁ নেহৰু পৰিয়ালৰ পাৰিবাৰিক ভৃত্য আছিল, যদিও পিছত তেওঁ এম এল এ হৈছিল। হৰিভাইৰ হাতৰ বেগটো সেই হিচাপে এ ডি এমে ল'ব লাগে। এ ডি এমে ছুট-টাই পিন্ধি আছিল। হৰিভাইৰ বেগটোত তেওঁ হাত দিওঁতে হৰিভায়ে ক'লে বোলে, "চাহাব ম্যায় তো গুলাম হুঁ।" এ ডি এমে বেগ আঁজুৰি লৈ ক'লে— "দিজিয়ে চাহাব, ম্যায় তো গুলাম কা ভি গুলাম হুঁ।"

# অশোক কাগজ কলৰ শোকগাথা (১)

অশোক কাগজ কলৰ লগত মই ১৯৬৫ চনৰ পৰা ১৯৮৩ চনলৈ প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত আছিলোঁ। ১৯৬৫ চনত স্বৰ্গীয় বিমলা প্ৰসাদ চলিহা মুখ্য মন্ত্ৰী, স্বৰ্গীয় বিশ্বদেৱ শৰ্মা উদ্যোগমন্ত্ৰী আৰু মই উদ্যোগ বিভাগৰ উপ-সচিবৰ লগত অস্থায়ী ডাইৰেক্টৰ। মই মোৰ অফিচ কোঠাত বহি আছোঁ। বোধ কৰোঁ এছেম্ব্লী চলি আছিল, অলপ ব্যস্ততাৰ মাজত আছিলোঁ। এখন সাক্ষাৎ প্ৰাৰ্থীৰ শ্লিপ আহিল— F Pollack, Director, Sogie মই ভাবিলোঁ এংলো ইণ্ডিয়ান ছেল্‌ছমেন। আহি বহিলত দেখিলোঁ ছেল্‌ছমেন হয়, কিন্তু এংলো ইণ্ডিয়ান নহয়, ফৰাচী। Dondo লিখিত 'Modern French Course' কিনিছোঁ। কিতাপখন এতিয়াও মোৰ হাতত আছে। ল'ৰা-ছোৱালীৰ মাকৰ নাম লিখা। তাৰিখ ২০-১০-৬৫। মিছ ডিউবেপ, শ্বিলঙৰ অক্সফৰ্ড মিশ্যনৰ সন্ন্যাসিনী। তেওঁৰ তাত পঢ়িম। ফৰাচী মানুহ আহিছে দেখি মোৰ মনটো বিকুল বাজিলে যুদ্ধৰ ঘোঁৰাই জঁপিওৱাদি জঁপিয়াই উঠিল। (উপমাটো ইংৰাজীৰ শ্ৰেষ্ঠ হাস্য কাহিনী লেখক পি জি উডহাউছৰ পৰা লোৱা)। মোৰ ফৰাচীৰ জ্ঞান তেতিয়া 'বঁজুৰ' অৰ্থাৎ 'গুড্ মৰ্নিং' পৰ্যন্ত। আগন্তুকে গম্ভীৰভাৱে ইংৰাজীত শুভ প্ৰভাত জনালে। অলপ বিৰক্তিৰ ভাবো দেখা গ'ল। তেওঁৰ সমস্যাটো আছিল উদ্যোগমন্ত্ৰীৰ লগত তেওঁক দেখা কৰোৱাই দিব লাগে। তেওঁ শুনিছে যে মইহে সেই কামটো কৰিব পাৰিম। মই ক'লোঁ হ'ব। ইয়াতে এটা চিনেমাৰ ষ্টাইলৰ 'ফ্ল্যাছ ব্যাক্' কৰিব লাগিব।

বিহাৰৰ দ্বাৰভাঙাৰ মহাৰাজৰ বহুতো চেনিৰ কল আছিল— যিমানদূৰ মনত পৰে ২৭টা। কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰভাঙা বিল্ডিঙত কলিকতা বিশ্ববিদ্যালয়ৰ ল কলেজ আছিল। তাতে মই পঢ়িছিলোঁ— ১৯৪৭-৫০লৈ। দ্বাৰভাঙাৰ মহাৰাজা কামেশ্বৰ সিঙৰ দানেৰে এই ভৱনটো বনোৱা হয়। মোৰ জীৱনৰ বহুতো গুৰুত্বপূৰ্ণ ঘটনাৰ লগত দ্বাৰভাঙা বিল্ডিং জড়িত। সময়ে সময়ে সেইবোৰ এই *স্মৃতিকথাত* ওলাই থাকিব। বৰ্তমানে চেনিকলৰ কথা। কুঁহিয়াৰৰ পৰা চেপি ৰস উলিয়াই দিয়াৰ

পিছত সিটা ৰৈ যায়। ৰসখিনিৰ পৰা চেনি, গুড়, লালী ইত্যাদি ওলায়। কিন্তু সিটাখিনি, যাৰ ইংৰাজী নাম 'বাগাছ' (bagasse) সেইবোৰ খৰি কৰি পুৰি পেলোৱা হয়।

১৯৬০ৰ দশকত বা তাৰো আগেয়ে জনা গ'ল যে এই সিটা বা 'বাগাছ'ৰ পৰা কাগজ তৈয়াৰ কৰিব পাৰি। এই প্ৰযুক্তিৰ লগত এজন মানুহ জড়িত আছিল। তেওঁ হ'ল বনোৱাৰী লাল (বি এল) শৰ্মা। তেওঁ বৈদ্যনাথ আয়ুৰ্বেদ ভৱনৰ ম্যানেজিং ডাইৰেক্টৰ। ডেকা মানুহ। আমেৰিকাত শিক্ষা লৈ আহিছে। খদ্দৰ পিন্ধে, কিন্তু স্কটচ্ হুইস্কীৰ বাহিৰে অন্য মদ নাখায়। উত্তৰ কলিকতাৰ ১ নং গুপ্ত লেনত বহুদিনৰ পৰা বৈদ্যনাথ আয়ুৰ্বেদৰ অফিচ। দুই তলাত নে তিনি তলাত, বি এল ম্যানেজিং ডাইৰেক্টৰ থাকে। কিন্তু কলিকতাত যাক 'চাহেব পাড়া' বুলি কোৱা হয়, অৰ্থাৎ চৌৰিংগি অঞ্চল, তাত তেওঁৰ এটা 'ভাইচ ডেন' অৰ্থাৎ পাপাচাৰ গুহা আছে। তাত নানাৰকম পাপাচাৰ কৰা হয়। মদ্যপান আৰু কুকুৰা ভক্ষণেই প্ৰধান। কিন্তু আনুষংগিক কিছু আচাৰো চলে। কিছু লোকেল আলহী। কিন্তু দুপৰীয়াহে। গধুলি 'সুবোধ বালক' হৈ পত্নীসকলৰ লগত শাস্ত্ৰ আলোচনা কৰে, নহ'লে তাচ খেলে। এজন অপ্ৰত্যাশিত আলহীও মাজে মাজে আহে। তেওঁ ডাবৰ (Dabur) কোম্পানীৰ এজন প্ৰধান ডাইৰেক্টৰ অশোক বৰ্মন। অপ্ৰত্যাশিত বুলি ক'লোঁ এই কাৰণে যে ডাবৰ কোম্পানী বৈদ্যনাথ আয়ুৰ্বেদৰ ব্যৱসায়ৰ প্ৰধান প্ৰতিদ্বন্দ্বী। দুয়োৰে আয়ুৰ্বেদিক ঔষধৰ ব্যৱসায়। অশোক বৰ্মন শুভ্ৰকান্তি। পিংগল বৰ্ণৰ চকু তাৰ লগত 'ম্যাচিং'। বগা উত্তম কাপোৰৰ পায়জামা, আদ্দিৰ পাঞ্জাবীৰ হাত দুখন জিলে কৰা। ২৪ ঘণ্টাত ৩বাৰ কাপোৰ বদলায়। প্ৰগাঢ় হিমালয়প্ৰেমী।

বি এল দিলদৰিয়া লোক। সকলো ডাঙৰ ৰেষ্টোৰাঁতে অ্যাকাউণ্ট— ফিৰপো, ব্লু ফক্স, স্কাই ৰুম। চৰকাৰী মহলত খাতিৰ। দিল্লী, পাটনা, কলিকতাত মন্ত্ৰীসকলৰ লগত চা-চিনাকি, দৰহম-মৰহম। মন্ত্ৰীসকলক অৱশ্যে 'ভাইচ ডেন'লৈ নানে। য'ত তেওঁলোক থাকে তাতে সোধা-পোছা কৰে, যা-যোগাৰ দিয়ে পাপাচাৰ সামগ্ৰীৰ। অসমৰ মন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠীদেৱৰ লগত বৰ খাতিৰ। ত্ৰিপাঠিদেৱ প্ৰথম বিমলা প্ৰসাদ চলিহা মন্ত্ৰীসভাৰ (১৯৫৭-৬২) উদ্যোগমন্ত্ৰী আছিল।

ইতিমধ্যে দ্বাৰভাঙা মহাৰাজৰ পৃষ্ঠপোষকতাত অশোক পেপাৰ মিলছ্ গঠিত হৈ গৈছিল। মহাৰাজৰ ২৭টা চেনিকলৰ পৰা ওলোৱা কুঁহিয়াৰ সিটাৰ পৰা বৃহৎ কাগজ কল হ'ব। বেংকাৰ ইউনাইটেড বেংক অব্ ইণ্ডিয়া। ফ্ৰেন্স ক'লাবৰেচন। তাৰেই প্ৰতিনিধি মোছিও ফঁচোৱা পোলাকৰ কথা এই ৰচনাৰ প্ৰথমতে ওলাইছে।

দ্বিতীয় বিমলা প্ৰসাদ চলিহা মন্ত্ৰীসভাত উদ্যোগমন্ত্ৰী হ'ল স্বৰ্গীয় বিশ্বদেৱ শৰ্মা। মই তেওঁৰ পুৰণি চিনাকি। সেই চল্লিছৰ দশকৰ ছাত্ৰ আন্দোলনৰ দিনৰ পৰাই নতুনকৈ মন্ত্ৰীসভা গঠন হৈছে। শৰ্মাদেৱ অতি ব্যস্ত। সেয়ে পোলাক চাহাবে দেখা কৰিব পৰা নাই।

মন্ত্ৰী শৰ্মাদেৱৰ লগত মোছিও পোলাকৰ দেখা হ'ল। ফলাফল সেইবাৰ কি হ'ল মনত নাই।

এইখিনিতে আৰু এটা 'ফ্লাছব্যাক্'। ১৯৩৫ চনৰ পৰা অসমত বৃহৎ উদ্যোগ সম্পৰ্কে জল্পনা-কল্পনা হৈ আছে। ইয়াত উদ্যোগ মানে 'ম্যানুফেক্চাৰিং' উদ্যোগ অৰ্থাৎ কেঁচামালক যন্ত্ৰ আৰু শ্ৰমৰ দ্বাৰা অন্য পণ্য দ্ৰব্যলৈ পৰিৱৰ্তিত কৰা। এনে প্ৰক্ৰিয়াৰ ফলত মূল্য সংযোগ যিমানেই বেছি, মোৰ মতে ৫০ শতাংশৰ বেছি, তেতিয়াহে সি সত্যাৰ্থতে উদ্যোগ হয়। নহ'লে আমাৰ ধান 'উদ্যোগ' ম্যানুফেক্চাৰিং উদ্যোগ নহয় কিয়? ধান খেতিতোতো যন্ত্ৰ (হাল, কাঁচি) আৰু শ্ৰম দুয়োটাই ব্যৱহাৰ হয়, চাহ 'উদ্যোগ'ৰ দৰে।

প্ৰথম ম্যানুফেক্চাৰিং উদ্যোগৰ প্ৰচেষ্টা হৈছিল কিজানি ১৯৩৫ চনত, চিমেণ্ট তৈয়াৰী উদ্যোগ প্ৰতিষ্ঠা। স্বৰ্গীয় কাশীকান্ত শইকীয়াই এই উদ্দেশ্যে ভিয়েনা ভ্ৰমণ কৰে বুলি মনত পৰে। সেয়াও এটা মজাৰ 'কমিক' ঘটনা। কিন্তু এতিয়া কাগজ উদ্যোগ। কাগজ উদ্যোগৰ কথা ভবা হৈছিল প্ৰথমতে ১৯৪৬ চনত। অসম চৰকাৰে জামাইকাৰ পৰা এজন বিশেষজ্ঞ আনে। সেই বিশেষজ্ঞজনৰ প্ৰতিবেদন ইতিবাচক আছিল। সকলো মাতি অনা বিশেষজ্ঞৰ ৰিপ'ৰ্ট সদায় 'পজিটিভ'। নিগেটিভ ৰিপ'ৰ্ট দিলে তেওঁৰ ফিজ মৰা যোৱাৰ ভয়। মই এবাৰ এটা সংস্থাক ছিৰিয়াছলিয়েই ক'লোঁ যে বস্তুভিত্তিক ৰিপ'ৰ্ট হ'ব লাগে, নিগেটিভ হ'লে নিগেটিভ ৰিপ'ৰ্টেই দিব লাগে। সংস্থাটো প্ৰথমতে আধা ৰাজী হ'ল। কিন্তু ৰিপ'ৰ্ট দিবৰ বেলিকা এখন 'নলং তলং' ৰিপ'ৰ্ট দিলে।

জামাইকান ৰিপ'ৰ্টৰ পাছত 'বুঢ়া লুইত বোঁৱা কিয়', এই অবান্তৰ প্ৰশ্নলৈ বুঢ়া আঙুলি দেখুৱাই বুঢ়া লুইত আৰু বাৰ বছৰ বৈ থাকিল। ১৯৫৮ চনত আকৌ কুৰুং-কাৰাং হ'ল। সুজলা-সুফলা ৰত্নাগৰ্ভা অসমী আই। ইমান বাঁহ, ইমান বেত। কাগজ কল হ'ব লাগে। সেই ৰিপ'ৰ্টখন মই দেখিছোঁ— '৬৩ চনত যেতিয়া মই উদ্যোগ বিভাগৰ ডেপুটী ছেক্ৰেটেৰী আছিলোঁ। ৰিপ'ৰ্ট পজিটিভ। প্ৰথম চলিহা মন্ত্ৰীসভাই '৫৭ চনত শপত লৈছে। অসমৰ এলান্ধু লগা বুঢ়া মন্ত্ৰীসকলক জৱাহৰলালে অৱসৰ দি 'নতুন তেজ' আনিছে। দেৱকান্ত বৰুৱা, কামাখ্যা ত্ৰিপাঠী, বোধ কৰোঁ ফখৰুদ্দিন আলি আহমেদো। কামাখ্যা ত্ৰিপাঠীদেৱ উদ্যোগমন্ত্ৰী, হিন্দী মূলৰ অসমীয়া, চেণ্ট্ৰেলৰ গুৰুত্বপূৰ্ণ মন্ত্ৰীসকলো হিন্দীভাষী। এতেকে খোলা-মেলা আলোচনা কৰিব পাৰে। আগৰ বিষ্ণু মেধি মন্ত্ৰীসভাৰ কেইজনমান মন্ত্ৰীৰ দৰে অসমীয়া ক্ৰিয়া পদৰ পাছত 'গা' লগাই দিলেই হিন্দী হৈ যায় বুলি ভবা ধৰণৰ নহয়।

পূৰ্বতে কৈ অহা বি এল শৰ্মাই ত্ৰিপাঠীদেৱক লগ ধৰিলে। সমস্যাটো হ'ল যে অশোক পেপাৰ মিলছৰ মেশ্যিনাৰী কিনিবলৈ ইতিমধ্যেই আগধন আদিও দিয়া হৈ গৈছিল বোধ কৰোঁ। ঘৰ-দুৱাৰ হৈ গৈছে। কিন্তু মন্মথাজাৰ মৃত্যুৰ পাছত তেওঁলোকৰ

ভিতৰত সম্পত্তি ভাগ হৈ গৈছে। যি ২৭টা চেনিকল আছিল, সেইবিলাকৰ নিয়ন্ত্ৰণ এজন বা দুজনৰ হাতত নাই, পোষ্য পুত্ৰ আৰু মহাৰাণীসকলৰ মাজত কেইবাভাগত বিভক্ত হৈছে। আটাইৰে মাজত কাজিয়াও লাগিছে। সেই কাৰণে অশোক পেপাৰ মিলৰ কেঁচামাল 'বাগাছ' অৰ্থাৎ কুঁহিয়াৰৰ সিটাৰ অভাৱ হ'ব। কোম্পানীৰ চাৰিওফালে ধাৰ। ইউনাইটেড্ ব্যাংক অৱ্ ইণ্ডিয়াই মহাৰাজাৰ ব্যক্তিগত গ্যাৰাণ্টিত ৩১ লাখ টকা ধাৰ দিছিল। সেই টকা আদায়ৰ কাৰণেও কলিকতা হাইকৰ্টত তেওঁলোকে মোকৰ্দমা তৰিছে। কাগজ কলৰ কোম্পানী লিকুইডেশ্যনত দিবৰ কাৰণে প্ৰধান ঋণদাতা আই ডি বি আয়েও মোকৰ্দমা তৰিছে। এনেকুৱা অবস্থাতে বৈদ্যনাথ আয়ুৰ্বেদৰ বি এল শৰ্মা আৰু ইউনাইটেড্ ব্যাংকৰ চেয়াৰমেন বি কে দত্তই ত্ৰিপাঠীদেৱক ধৰাধৰি কৰিলে যে মিলটো অসম চৰকাৰে কিনিব লাগে। কিছুদিন এনেকৈ চলাৰ পাছত অসমত মন্ত্ৰীসভাৰ কিছুমান পৰিবৰ্তন হ'ল। বিশ্বদেৱ শৰ্মাদেৱ উদ্যোগমন্ত্ৰী হ'ল, কামাখ্যা ত্ৰিপাঠীদেৱ বিত্তমন্ত্ৰী আৰু কথকদিন চাহাবক বিত্তমন্ত্ৰীৰ পৰা প্ৰমোচন দি 'চাৰা' হিন্দুস্তানৰ উদ্যোগমন্ত্ৰী বনোৱা হ'ল। কওঁতে ক'লে কথকদিন চাহাবক ওপৰ তলালৈ গোৰ মাৰি উঠাই দিয়া হ'ল, অৰ্থাৎ 'কিক্‌ড আপষ্টেয়াৰ্ছ'। ৰাজনীতিত বহুতো পাক। আমাৰ দিনৰ হিন্দী চিনেমা 'আৰ পাৰ'ত গীতা দত্তৰ গানৰ অভিযোজন অৰ্থাৎ 'এডাপ্টেশ্যন' কৰি ক'ব পাৰি— "বাবুজী ধীৰে চলনা পলিটিক্স মেঁএ। ও বড়ী ঢোকি হ্যায় ইস ৰাহ্য মেঁ।।"

এনে সময়তে অশোক কলৰ টেক্‌নিকেল কলাবৰেটৰ আৰু মেশ্যিন যোগানৰ মোচিও পোলাক আহি ওলাল আৰু বিশ্বদেৱ শৰ্মাদেৱক দেখা কৰি তেওঁৰ নিবেদন জনালে। নিবেদন একেটাই— অসম চৰকাৰে অশোক কাগজ কল কিনিব লাগে। পোলাক চাহাব মহাৰাজাৰ দিনৰ পৰাই আহি আছে ভাৰতবৰ্ষলৈ। তেওঁৰ বহুতো গল্প বহুতো টিপ্পনী— গহীন-গম্ভীৰভাৱে নিজৰ মুখত হাঁহিৰ ভাব বিন্দুমাত্ৰ নেদেখুৱাই, বৰং এটা ব্যংগময় সুৰত লাহে লাহে কৈ যায়। পাছত জানিছিলোঁ সেয়ে বিখ্যাত ফ্ৰেন্স 'ড্ৰাই হিউমাৰ', অৰ্থাৎ শুষ্ক হাস্যৰস। তেওঁৰ কেইটামান গল্প তলত দিওঁ ঃ

পোলাক চাহাব আহি কলিকতা বিমান বন্দৰত নামিছে। লাউঞ্জত এজনে সৌজন্যসূচক আলাপ আৰম্ভ কৰি সুধিলে—

— ইজ দিছ ইওৰ ফাৰ্ষ্ট ভিজিট টু ইণ্ডিয়া?

— নো, হাণ্ড্ৰেড এণ্ড টুৱেণ্টী ছেভেন্থ!

তেওঁৰ শ্ৰেষ্ঠ গল্পটো দ্বাৰভাঙাৰ মহাৰাজাৰ (আচলতে 'মহাৰাজাধিৰাজ') পোষ্য পুত্ৰজনৰ বিষয়ে। তেৱেঁই উত্তৰাধিকাৰী— যুৱৰাজ। তেওঁৰ অনাৰেৰী ৰেংক 'কৰ্ণেল'।

মহাৰাজাধিৰাজৰ বিশাল দৰবাৰ কক্ষত অশোক পেপাৰ মিলৰ বিষয়ে

আলোচনা চলিছে—

উপস্থিত ঃ

মহাৰাজাধিৰাজৰ পোষ্যপুত্ৰ আৰু উত্তৰাধিকাৰী কুমাৰ কৰ্নেল যো কুহ্ ভি হো, চোজে (Sogee)ৰ মেনেজিং ডাইৰেক্টৰ (ফৰাচীত পে ডে জে = প্ৰেচিডেঁ ডিৰেক্ট্যৰ জেনেৰেল) মোচিও ফঁচোৱা পোলাক আৰু অন্যান্য পাত্ৰমন্ত্ৰীসকল।

আলোচনা চলিছে। দ্বাৰভাঙাত অসমৰ সমানেই মহৰ উৎপাত। এটা মহে আহি মোচিও পোলাকৰ গাত পৰিল (মোচিও পোলাকক মই কোনোদিনে কোট নিপিন্ধা অৱস্থাত দেখা নাই। কোটৰ বাঁওহাতৰ 'স্লিভ'ত পৰাই সম্ভৱপৰ)। পোলাক চাহাবে মহটো মাৰিলে। আচম্বিতে আৰু অতি অপ্ৰত্যাশিতভাৱে কুমাৰ বাহাদুৰ উত্তেজিত হৈ পোলাক চাহাবক বোলে ভৰ্ৎসনা কৰিবলৈ ধৰিলে। মহোতো এটা জীৱ, তাক বধ কিয় কৰিলে?

ঘটনাটো বৰ্ণাই পোলাক চাহাবে ক্ষন্তেকৰ বাবেও চকুৰ পতা নলৰাই মোক ক'লে— "মিঃ বৰুৱা এগু দিছ্ ইজ দি মেন, যেয়ে মহাৰাজাধিৰাজ কণ্ট্ৰ'লাৰ অব্ একাউণ্টছৰ তালৈ গৈ এবাৰ পইচা খোজোতে, পইচা নিদিয়াত অতি শান্তভাৱে ওলাই নিজৰ কোঠালিলৈ গৈছিল আৰু কৰ্নেলৰ ফুল ইউনিফৰ্ম পিন্ধি আকৌ কণ্ট্ৰ'লাৰৰ কমত সোমাই পিষ্টল উলিয়াই পইণ্ট ব্লেংক ৰেঞ্জৰ পৰা গুলীয়াই মাৰিছিল।

গল্পটো কওঁতে মোচিও পোলাকৰ এবাৰো চকুৰ পতা জাপ খোৱা নাছিল আৰু গালৰ এটা মাংস-পেশীও ধনিষ্ঠামানো লৰা নাছিল। এয়ে বিখ্যাত ফৰাচী 'ড্ৰাই হিউমাৰ।'

পোলাক চৰিতৰ আৰু বহুত কথা ওলাই থাকিব অশোক কল অধ্যায়ত। এতিয়া ঘুৰি যাওঁ কিয় আৰু কেনেকৈ অসম চৰকাৰে এই কাগজ কলটো কিনিবলৈ থিৰাং কৰিলে।

মুখ্য মন্ত্ৰী চলিহা ডাঙৰীয়া অতি মিতভাষী বুলি প্ৰখ্যাত আছিল। মই নিজে এবাৰ এই মিতভাষাৰ অভিব্যক্তিৰ প্ৰত্যক্ষদৰ্শী আছিলোঁ। (এবাৰ 'লুপ লাইন'লৈ যাওঁ নে?) ই এ চি হাকিমসকলে তেওঁলোকৰ মৰ্মবেদনা জ্ঞাপন কৰিবলৈ মুখ্য মন্ত্ৰীৰ ওচৰলৈ এটা সাঁজাতী দল পঠিয়াবলৈ ঠিক কৰিলে। ময়ো আছোঁ তাত। মুখপাত্ৰসকল হ'ল শ্ৰীযুত সৰ্বেশ্বৰ গোস্বামী, শ্ৰীযুত যোগানন্দ চাংকাকতি আদি। আমাৰ নিবেদনখন সদায়ে একেধৰণে আৰম্ভ হয়, "যি ছাৰ্ভিচৰ পৰা কনকলাল বৰুৱা, হেমচন্দ্ৰ গোস্বামীৰ দৰে মানুহ ওলাল সেই ছাৰ্ভিচৰ মানুহে এতিয়া চাৰ্কিট হাউছতো ছীট নাপায় ইত্যাদি। দৰমহা ইমান কম, ঘৰ নাই, দুৱাৰ নাই, শিলঙলৈ বদলি হৈ আহিলে হোটেলে হোটেলে খবলি খাব লাগে। মুখ্য মন্ত্ৰীয়ে ১৫/২০ মিনিটমান হুঁ-হা একো শব্দও নকৰিলে। কেৱল ক'লে তাৰ পাছত— "গোপাল চাহ

আন।"

চাহ আহিল। আকৌ হাকিমসকলৰ মৰ্মবেদনাৰ বিৱৰণ আৰম্ভ হ'ল। মুখ্য মন্ত্ৰী আকৌ নিমাত হৈয়েই থাকিল। মুখাবয়ৱৰ এটা পেশীও নলৰিল, যেন এটা শিলত কটা নিৰ্বিকাৰ ভাস্কৰ্য। আৰু দহ মিনিটমান গ'ল। তাৰ পাছত এটা মাত্ৰই বাক্য লঘু শ্লেষ আৰু ঠাট্টাৰ সুৰত নিঃসাৰিত হ'ল— "এ চাহ চেঁচা হ'ব।"

এনেহেন মিতভাষী পুৰুষজনৰ মনৰ খবৰ কোনোৱেই নাপায়। কিন্তু বহুতখিনি অলপ কথা বা এশাৰী হুকুমৰ পৰাই অনুমান কৰি ল'ব পাৰি।

স্বৰ্গীয় আনন্দদেৱ অধিকাৰী উদ্যোগ বিভাগৰ স্থায়ীভাৱে-অস্থায়ী ডাইৰেক্টৰ। চনটো ১৯৬৭। তেওঁ বিলাতলৈ গৈছে। মই অস্থায়ীভাৱে অস্থায়ী ডাইৰেক্টৰ হৈ কাৰ্যনিৰ্বাহ কৰিছোঁ। এদিন মুখ্য মন্ত্ৰীয়ে পুৱাতে মোক তেওঁৰ শ্বিলঙৰ বিভাৰ বোডৰ চৰকাৰী বাসভৱনলৈ মাতি পঠিয়ালে। মই অলপ আচৰিত হ'লোঁ। কাৰণ স্বৰ্গীয় চলিহা ডাঙৰীয়া চাহ বাগানৰ মালিক হোৱা কাৰণে প্ৰশাসনীয় মূল নীতিকেইটা সম্বন্ধে খুব হুচিয়াৰ। এই মূলনীতিকেইটাৰ প্ৰথম হ'ল যে শাসন শৃংখল অৰ্থাৎ 'দ্য চেইন অব্ কমাণ্ড'ত তল-ওপৰ ওপৰ-তল কৰিব নালাগে। মন্ত্ৰী জনপ্ৰতিনিধি। গণতন্ত্ৰত তেওঁৰ স্থান সৰ্বোচ্চ বিষয়াতকৈও ওপৰত। সেইকাৰণে মুখ্য মন্ত্ৰীৰতো কথাই নাই। মন্ত্ৰীয়েও সচিবালয়ৰ যিকোনো বিভাগৰেই জেষ্ঠ্যতম বিষয়াজনক মতাই পৰম্পৰাগত প্ৰচলন। মই অস্থায়ীভাৱে অস্থায়ী ডাইৰেক্টৰৰ কাম কৰিলেও আচলতে এক উপ-সচিব— ধূলিৰো তলৰে ধূলি তই লক্ষ্মীনাথ। মই উগুল-থুগুল কৈ নিজেই নিজৰ গাড়ী চলাই গৈ উপস্থিত হ'লোঁগৈ। কাৰণ অফিচৰ গাড়ী অফিচত থাকে, অফিচ আছে পাঁচ কিলোমিটাৰ দূৰত।

সদ্যস্নাত প্ৰশান্ত মূৰ্তি চলিহা ডাঙৰীয়াৰ কাণত ৰঙা জবা জ্বলিছে। মোক ইংগিতেৰে বহিবলৈ দি হাতত কিছুমান কাগজ দিলে। জবা ফুলৰ অৰ্থ আছে। চলিহা ডাঙৰীয়া বংশানুক্ৰমিকভাৱে শাক্ত। ঘোৰ শাক্তৰ পৰিধেয় অৱশ্যে ৰক্তাম্বৰ। কিন্তু ৰঙা চুৰিয়া পিন্ধি অফিচ কৰা টান। তেখেতৰ জন্মনগৰীৰে নিবাসী, ওজা সাহিত্যিক হেমচন্দ্ৰ বৰুৱাই তেওঁৰ *হেমকোষত* 'চুৰিয়া' শব্দটোৰ অৰ্থ দিছে এনেকৈ— চুৰিয়া, বিঃ (সং চুৰ, গোপন কৰ, গুপ্তাংগ ঢাকি থয় এতেকে), অৰ্থাৎ লেঙুট। কলিকতা শাক্তৰ দেশ। তাৰ নৈষ্ঠিক শাক্তসকলে ওপৰত যিয়েই পিন্ধক— ধুতি, লুঙি, পায়জামা, শাৰী, চালৱাৰ, প্যাণ্ট— তলত, হেমচন্দ্ৰ বৰুৱাই লিখাৰ দৰে, গুপ্তাংগ ঢাকি এখন ৰক্তবস্ত্ৰ পৰিধান কৰে: লেঙুট, কৌপিন, শায়া, জি ষ্টিং। জি ষ্টিং বস্তুটো কি বহুতো পাঠক প্ৰভুৰ (প্ৰভু নহয় কি? তেওঁলোকেই স্বত্বাধিকাৰী ডাঙৰীয়া, সম্পাদক মহোদয়, বেতনভোগী বিভিন্ন শ্ৰেণীৰ কৰ্মী আৰু নিঃকিন লেখকসকলক চাউল সিজা মুঠিৰ পৰা সাজবাটি হৈ দেশী হুইস্কি পৰ্যন্ত যোগাৰ কৰাত অৰিহণা যোগাইছে!) ধাৰণা নাথাকিব পাৰে। সেয়ে, কৈ দিওঁ— "এবিধ

কামোত্তেজক নৃত্যত নৰ্তকীসকলে পিন্ধা কটিৰজ্জুবা লেঙটি' (জ্যোতি বিভাষিক অভিধান)। অন্তৰ্বাস সম্পৰ্কীয় বহুতো মজাৰ গল্প আছে। সেইবিলাকৰ কথা সময়ে সময়ে উপযুক্ত প্ৰসংগত ওলাই থাকিব। বৰ্তমানে মুখ্য মন্ত্ৰীয়ে মোৰ হাতত দিয়া কাগজকেইখিলাৰ প্ৰথম খিলাত থকা হুকুমটোৰ কথা। হুকুমটো ৰঙা চিয়াঁহিত লেখা ঃ

"D I

Please look into it"

D I মানে 'ডাইৰেক্টৰ অব্ ইণ্ডাষ্ট্ৰিজ', অৰ্থাৎ অমুকা।

এতিয়া কথা হৈছে, সকলো কথাই লিখি দিব নোৱাৰি। যিমানেই স্বচ্ছ কৰক প্ৰশাসন, অলপ উপচ্ছায়া থাকি যায়। সেইখিনি বিশ্বাসভাজন বিষয়াই বুজিব লাগে। সেই বিষয়ে আগলৈ।

# অশোক কাগজ কলৰ শোকগাথা (২)

মই কিছু কথা জানিছিলোঁ, কিছু কথা শুনিছিলোঁ আৰু কিছু কথা বুজিছিলোঁ। মুখ্য মন্ত্ৰীয়ে সেই পুৰাহি মতা, কাণত ৰঞ্জ জবাৰ কলি পিন্ধা, আৰু ৰঙা চিয়াঁহিৰে লিখিত হুকুম দিয়াৰ আৰু মুখেৰে কৈ দিয়াৰ পাছত কথা আছিল। মুখেৰে মুখ্য মন্ত্ৰী মহোদয়ে কৈ দিছিল— "এইটো হ'ব লাগে।"

সেইটো হ'ব লগাৰ বহুত ৰাজনৈতিক কাৰণ আছিল। তাৰ ভিতৰত আছিল চলিহা-ফখৰুদ্দিন মনোমালিন্য, দেৱকান্ত বৰুৱা আৰু চলিহাৰ কেইবাটাও বিষয়ত আঁৰিয়া-আঁৰি। কেইটামান অতি মুখৰোচকো আছিল। দেৱকান্ত সুবচনীৰ ভিতৰত আছিল তেওঁ চলিহাক উদ্দেশ্য কৰি কোৱা এই কথিত বাক্য— "মই তেওঁক বাগানৰ মেনেজাৰ বনাইছো এবিম।" চলিহাদেৱ বাগানৰ মালিক আছিল বুলি কৈ অত্ৰ হৈছে। চলিহাদেৱৰ লগত আছিল কামাখ্যা প্ৰসাদ ত্ৰিপাঠীদেৱ। ৰাজনীতিত চিৰকলীয়া শত্ৰু-মিত্ৰ বুলি বস্তু নাই। কেলেইডোস্কোপ বোলা এটা যন্ত্ৰ আছে— আমাৰ ল'ৰাকালত খেলনা হিচাপেও পোৱা গৈছিল। তাৰ ভিতৰত দুখন আৰ্চিৰ মাজত নানা ৰঙৰ কাঁচৰ বালিচন্দাৰ টুকুৰা থাকে; ঘূৰাই ঘূৰাই চালে অসংখ্য পেটাৰ্নৰ ৰঙীন নক্সা দেখা যায়। আমাৰ ৰাজনীতিজীৱীসকল যেন ৰঙীন বালিচন্দাৰ টুকুৰা, তেওঁলোকৰ দলীয় জোঁট অৰ্থাৎ সংৰেখন বা এলাইনমেণ্ট ক্ষণে ক্ষণে সলনি হয়। দিল্লীৰ পৰা একগোট হৈ কেনে ('পেলাই'ৰ গুৱাহাটীয়া উপ-ভাষিক ৰূপ) খিলগুলে' উঠিল, তাৰ পাছত নানা উপ-গোটত বিভক্ত হৈ থানবান হ'ল। কিন্তু কেলেইডোস্কোপৰ বালিচন্দাৰ টুকুৰাৰ দৰে একেই দুখন আইনাৰ ভিতৰতে থাকিল। দল নাভাঙিল— মণিপুৰ বা মেঘালয়ৰ দৰে দল সংৰেখনৰ চিত্ত চমৎকাৰী বৈচিত্ৰ্য সাধিত নহ'ল। বহুতৰ ধাৰণা হৈছিল যে চলিহা আৰু ত্ৰিপাঠী একে 'স্তৱ' গোটত আৰু দেৱকান্ত আৰু ফখৰুদ্দিন একে 'স্তৱ' গোটত। দেৱকান্ত আৰু ফখৰুদ্দিনৰ দিল্লীলৈ লাইন চিধা। কিন্তু চলিহা আৰু ত্ৰিপাঠীৰ লাইন অলপ আঁকোৰা-পকোৰা। দিল্লীৰ সিংহাসনত সমাসীন ইন্দিৰা গান্ধী, কিন্তু তেওঁ হিন্দু লবি আৰু ছেকিউলাৰ লবিৰ ভাৰসাম্য ৰাখি চলিব লাগে। পেটে পেটে কট্টৰ হিন্দু কমলাপতি ত্ৰিপাঠী আছে, সীতাৰাম কেশৰী আছে। ফখৰুদ্দিন চাহাবক অসমৰ মুখ্য

মন্ত্ৰী কৰিবৰ ইচ্ছা থাকিলেও কৰা টান। পুৰণি অসমীয়া হিন্দু কংগ্ৰেছ নেতাসকলক উলাই কৰা টান। চলিহাদেৱৰ আসন নটলিল। ইফালে, কাগজ কলৰ বেলিকা, ফখৰুদ্দিন চাহাব ভাৰতৰ উদ্যোগমন্ত্ৰী থকাতো কোনো অগ্ৰগতি লাভ নহ'ল। আগৰ 'নেচনেল ইণ্ডাষ্ট্ৰিয়েল ডেভেলপমেণ্ট কৰ্পৰেশ্যন'ৰ পজিটিভ ৰিপৰ্ট পুনৰীক্ষণৰ যো-জা চলিল। ভাৰত চৰকাৰে নিজেই হিন্দুস্তান কাগজ নিগম প্ৰতিষ্ঠা কৰাৰ উদ্যোগ কৰিবলৈ ধৰিলে। এইধৰণৰ হেঁচোকা-পিছলাত চলিহাদেৱ বিৰক্ত হোৱাই স্বাভাৱিক। এনে সন্ধিক্ষণতে অশোক পেপাৰ মিলৰ প্ৰস্তাৱটো আহিল। ত্ৰিপাঠীদেৱ তাৰ প্ৰধান সমৰ্থক। কিন্তু নতুন উদ্যোগমন্ত্ৰী বিশ্বদেৱ শৰ্মাদেৱৰ লগত ত্ৰিপাঠীদেৱৰ বৰ সুবিধা নাই। 'চকাৰ ভিতৰতে চকা।' শৰ্মাদেৱ আৰু ত্ৰিপাঠীদেৱৰ মাজত 'ইম্‌পাৰফেক্ট ছিম্‌পেথী', অৰ্থাৎ সহানুভূতিৰ কিঞ্চিৎ অভাৱ। কিয়? প্ৰথম, দুয়ো তেজপুৰীয়া, দ্বিতীয় দুয়োৰেই পলিটিকেল শিপা চাহ বনুৱাৰ মাজত।

এনেকুৱা অৱস্থাত চলিহাদেৱেও ত্ৰিপাঠীদেৱ আৰু শৰ্মাদেৱৰ মাজত ভাৰসাম্য ৰাখিব লগা হৈছিল। পলিটিক্সৰ গোটেই খেলখনেই ভাৰসাম্যৰ খেল। তদুপৰি শ্ৰীৰাধাৰ সেই দ্বৈধ "শ্যাম ৰাখি না কুল ৰাখি!" আমাৰ সময়ৰ প্ৰশাসনিক প্ৰচল মতে, মুখ্য মন্ত্ৰীয়ে যেতিয়া হুকুম দিছে, হুকুম অনুসাৰে যি কাৰ্য কৰা হ'ল তাৰ নিবেদন আকৌ মুখ্য মন্ত্ৰীলৈ যাব লাগিব। মাজত যাতে কোনো আৰু বিঘিনি নঘটে।

চলিহাদেৱৰ কাগজ কল সম্পৰ্কে ভাৰত চৰকাৰৰ ওপৰত বিতুষ্টিৰ আৰু এটা কাৰণ মোৰ মনত পৰিছে। ১৯৬৫ চনত কেইমাহমানৰ কাৰণে মই অস্থায়ীভাৱে অস্থায়ী উদ্যোগ সঞ্চালক, কাৰণ স্থায়ীভাৱে অস্থায়ী সঞ্চালক আনন্দদেৱ অধিকাৰী জাপানলৈ গৈছে। স্থায়ীভাৱে অস্থায়ী কথাষাৰৰ অৰ্থ আছে। উদ্যোগ বিভাগৰ ডাইৰেক্টৰৰ পদটোৱেই অস্থায়ী, গুৰু উদ্যোগ অৰ্থাৎ মেজৰ ইণ্ডাষ্ট্ৰী বিভাগটোও অস্থায়ী। 'মেজৰ' ইণ্ডাষ্ট্ৰী মানে দুই-এজন ৰসিকে কৈছিল— "মেজৰ ওপৰতে থকা ইণ্ডাষ্ট্ৰী।" কাগজ-পত্ৰ, ফিজিবিলিটী ৰিপৰ্ট, প্ৰজেক্ট ৰিপৰ্ট আদি মেজৰ ওপৰতে থাকে। ১৯৬৪ চনৰ ৯ জুনৰ পৰা ১৯৬৬ চনৰ ১০ জানুৱাৰীলৈ লাল বাহাদুৰ শাস্ত্ৰী প্ৰধান মন্ত্ৰী। ১৯৬৫ চনৰ কোনোবা এটা মাহত চলিহাদেৱ দিল্লীলৈ যাওঁতে মোকো লগত নিছিল। মুখ্য মন্ত্ৰী প্ৰধান মন্ত্ৰীৰ নৰ্থ ব্লকৰ কোঠাত সোমাল। মই বাহিৰতে ৰৈ থাকিলোঁ। অসমৰ কাগজ কল সম্পৰ্কে আলোচনা হ'ব বুলি অনুমান কৰিছিলোঁ, নহ'লে মোক লগত নিয়াৰ একো কাৰণ নাছিল। অলপ সময় পিছত মুখ্য মন্ত্ৰী প্ৰধান মন্ত্ৰীৰ কোঠাৰ পৰা ওলাল। চলিহাদেৱৰ মুখমণ্ডল আছিল ইংৰাজীত যাক কয় 'পোকাৰ ফেইচ'— মনত কি ভাব আছে বুজা নাযায়। তথাপি মোৰ এনে লাগিছিল যেন তেখেতৰ মুখত এটা সন্তুষ্টিৰ ভাবৰ লেশ। মোৰ ধাৰণা হৈছিল যে মুখ্য মন্ত্ৰীয়ে প্ৰধান মন্ত্ৰীৰ পৰা অসমত ৰাজহুৱা খণ্ডত এটা কাগজ কল স্থাপনৰ আশ্বাস পাইছিল। কিন্তু আৰু বহু দিন গ'ল। ভাৰত চৰকাৰে হিন্দুস্তান কাগজ নিগম স্থাপন কৰিব। সেই নিগমে ক'ত কি কি প্ৰকল্প হাতত ল'ব একো নিশ্চিত নহ'ল।

ইতিমধ্যে আনন্দদেৱ অধিকাৰী আহি পালে। অসম চৰকাৰৰ আগত দুটা সমস্যা

আহি পৰিল— অশোক কাগজ কল কি ৰূপত অসমলৈ অনা যাব— গ'য়িং কনচাৰ্ণ, অৰ্থাৎ এটা চলি থকা কোম্পানী হিচাপে নে যেতিয়া কোম্পানীটো লিকুইডেশ্যনত যাব তেতিয়া তাৰ যন্ত্ৰপাতিবোৰ নিলামত কিনি লোৱা হ'ব? মোৰ মত আছিল যে নিলামত কিনি ল'লে ধাৰৰ বোজা নাথাকিব— বহুত কম খৰচতে কাগজ কলটো অসম চৰকাৰৰ মালিকী স্বত্বলৈ আহিব। তেতিয়া হ'লে কিন্তু প্ৰধান ঋণদাতা আই ডি বি আইৰ লোকচান হ'ব, ইউনাইটেড্ ব্যাংকৰ ৩১ লাখ টকাৰ দ্বাৰভাঙাৰ মহাৰজাৰ ব্যক্তিগত গ্যাৰাণ্টিত দিয়া 'ক্লীন ওভাৰ ড্ৰাফ্‌ট' ব্যাংকৰ লোকচানৰ ঘৰলৈ যাব। এতেকে, আই ডি বি আই আৰু শ্যেয়াৰ হোল্ডাৰৰ ভিতৰত বৈদ্যনাথ আয়ুৰ্বেদ গ্ৰুপৰ লাভ হয়, অথচ অপ্ৰত্যক্ষভাৱে ইউনাইটেড্ ব্যাংক লোকচানৰ হাত সাৰে। যদি অসম চৰকাৰে কাগজ কলটো চলি থকা কোম্পানী হিচাপে কিনি লয়। দ্বিতীয় পদ্ধতিটো ল'বলৈ অসম চৰকাৰৰ ওপৰত হেঁচা পৰিল— বৈদ্যনাথ আয়ুৰ্বেদৰ পৰা, ইউনাইটেড্ ব্যাংকৰ পৰা আৰু ফৰাচী কনচালটেণ্ট কোম্পানী 'ছোজে' (Sogée)-ৰ পৰা।

সমান্তৰালভাৱে আৰু এলানি ঘটনা হৈ আছিল। বিহাৰ চৰকাৰে জনমতৰ হেঁচা উলাই কৰি কলটো দ্বাৰভাঙাৰ পৰা লৈ যাব দিব নোৱাৰে, কিন্তু দ্বাৰভাঙাৰ ৰাজ পৰিয়ালৰ মাজত কাজিয়া হোৱা কাৰণে, দ্বাৰভাঙাত কলটো থাকিলে কেঁচা মাল 'বাগাছ' অৰ্থাৎ কুঁহিয়াৰ পেৰাৰ পাছত ওলোৱা সিটা ক'ত পোৱা যাব? বহু আলোচনা, বহু মিটিং, বহুবাৰ বোম্বেলৈ তীৰ্থযাত্ৰাৰ পাছত ঠিক হ'ল যে পাল্প অৰ্থাৎ কাগজ তৈয়াৰীৰ মণ্ড তৈয়াৰ হ'ব অসমত, আৰু কাগজ তৈয়াৰ হ'ব দ্বাৰভাঙাত। পৰিসংখ্যা মতে অসমত বাঁহৰ সীমা-সংখ্যা নাই— উত্তৰ কাছাৰ জিলাৰ বাঁহ, অসমীয়াৰ বাৰীয়ে বাৰীয়ে বাঁহ, মিকিৰ পাহাৰ (এতিয়াৰ কাৰ্বি আংলং)ৰ বাঁহ, গোটেই বাঁহেই বাঁহ। এইখিনিতে এটা পৌৰাণিক প্ৰক্ষিপ্ত অৰ্থাৎ অ্যাপোক্ৰাইফেল গল্প মনত পৰিছে। গল্পটো শ্ৰেষ্ঠ বাঙালী হাস্যলেখক পৰশুৰামৰ। পৰশুৰাম বাংলা সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ হাস্যৰসিকসকলৰ এজন। কিন্তু তেওঁ আছিল এজন ৰসায়নবিদ, সংস্কৃত পণ্ডিত, বাংলা পৰিভাষা ৰচনা সমিতিৰ অধ্যক্ষ, যাৰ প্ৰথম গল্প 'শ্ৰীশ্ৰীসিদ্ধেশ্বৰী লিমিটেড' লেখকৰ ৪২ বছৰ বয়সত প্ৰকাশ হোৱাৰ লগে লগেই ৰবীন্দ্ৰনাথে কৈছিল, "এটা গল্প লিখিয়েই তুমি বাংলা সাহিত্যত মহীৰূহ হৈ পৰিলা।"

অশোকৰ শোকগাথাৰ লগত, আনকি ভাৰতৰ সাম্প্ৰদায়িক সমস্যাৰ লগতো এই পৌৰাণিক প্ৰক্ষিপ্ত সাধুটোৰ নিবিড় প্ৰাসংগিকতা আছে:

কালিদাসৰ *শকুন্তলা* নাটকৰ ঘটনাৰ বিষয়ে সকলোৱে জানে। দুৰ্বাসাৰ শাপত ৰজা দুষ্মন্তই শকুন্তলাক পাহৰি গ'ল। শকুন্তলাৰ মাক মেনকা অপ্সৰা। শকুন্তলাৰ সখীয়েক অনসূয়াই মেনকাক গৈ লগালে যে দুৰ্বাসাই শাপ দিছে যে দুষ্মন্তই শকুন্তলাক পাহৰি যাব। তাৰ পাছত দুৰ্বাসাৰ নিজৰ কথাত—

"এদিন প্ৰাতঃকালত ভাগীৰথীৰ তীৰত বহি থাকোঁতে মোক এক শিষ্যই আহি জনালে যে এক অপূৰ্ব ৰূপৱতী নাৰীয়ে মোৰ লগত দেখা কৰিব খুজিছে।

বিৰক্ত হৈ ক'লোঁ, আঃ জ্বালাতন। ইয়াতো ৰূপৱতী নাৰী। কোন আহিছে পঠিয়াই দে।

দেখিয়েই চিনি পালোঁ মেনকা অপ্সৰা। ভব্যতাৰ জ্ঞান নাই, দাতন চোবাই চোবাই আহিছে, ভাবিছে বোধ কৰোঁ যে তেনেকৈ তাইক খুব চমৎকাৰ দেখা গৈছে। ক'লোঁ, কিয় অহা হৈছে ইয়ালৈ? জান, মই মহাতেজস্বী দুৰ্বাসা মুনি, বিশ্বামিত্ৰৰ দৰে লোভী বুলি নাভাবিবি যে লাস্য-হাস্য ছলা-কলা হাব-ভাব দেখুৱাই মোক ভোল নিয়াবি।

মেনকাই ভেঙুচি উঠি ক'লে বোলে জগতততো আৰু মানুহ নাই যে তোমাক ভোল নিয়াবলৈ আহিম! তোমাৰ ভালৰ কাৰণেই দেখা কৰিবলৈ আহিছোঁ। বেটীৰ আস্পৰ্ধা কম নহয়। মোক তুমি বুলিবলৈ আহিছে। শাপ দিবলৈ গৈছিলোঁ আৰু, কিন্তু পাছত ভাবি চালোঁ কথাটো আগেয়ে জনা দৰকাৰ। ক'লোঁ, কিয় আহিছ কৈ পেলা।

মেনকাই ক'লে, মহাদেৱ যে তোমাৰ ওপৰত খঙত অগ্নিশৰ্মা হৈ আছে শকুন্তলাক তুমি বিনাদোষত শাপ দিয়া বুলি শুনি। তোমাক ভস্মই কৰিব ধৰিছিল। মই হাতে-ভৰিয়ে ধৰি বুজালোঁ, সেয়ে তুমি এইবাৰ বাচি গৈছা।

তই কি কলি?

মই ক'লোঁ যে নিৰ্বোধ ব্ৰাহ্মণ, মূৰৰো গোলমাল আছে, এইবাৰলৈ ক্ষমা কৰি দিয়ক। মহাদেৱে ক'লে ক্ষমা কৰিম, কিন্তু দুৰ্বাসাই প্ৰায়শ্চিত্ত কৰিব লাগিব।

মই সুধিলোঁ কি প্ৰায়শ্চিত্ত কৰাবি?

মেনকাই ক'লে, তোমাৰ ভয় নাই, খুব সহজ প্ৰায়শ্চিত্ত। শকুন্তলা এতিয়া হেমকূট পৰ্বতত আছে, তাইৰ সম্প্ৰতি এটা ল'ৰা হৈছে। এই ল'ৰা ভৰত নামে প্ৰসিদ্ধ হ'ব আৰু পৃথিৱী শাসন কৰিব। মই তাক এটা উপহাৰ দিব খোজোঁ। মোৰ সময় নাই, ইন্দ্ৰই মাতি পঠিয়াইছে। মোৰ হৈ তুমিয়ে তাক এই জুনুকাটো তাৰ হাতত দিবা। মই ৰাজী হ'লোঁ। শকুন্তলাৰ লগত দেখা কৰি পুতেকক জুনুকাটো দিবলৈ খোঁচনা খুলিবলৈ যাওঁতে দেখোঁ যে জুনুকা নাই, বাটত ক'ৰবাত পৰিল। মোৰ হাহাকাৰ লাগিল। প্ৰতিশ্ৰুতি ভংগ কৰা কাৰণে ব্ৰহ্মতেজ নষ্ট হ'ল, মই অনাই-বনাই ঘূৰি ফুৰিবলৈ ধৰিলোঁ।"

এইখিনিলৈকে দুৰ্বাসাই নিজে কোৱা কথা, ইয়াৰ পাছত এটা নেজৰ টুকুৰা অৰ্থাৎ 'টেইল পিচ' আছেঃ দুৰ্বাসাৰ প্ৰতিশ্ৰুতি ভংগৰ পাছত বহু হাজাৰ বছৰ পাৰ হৈ গ'ল। সত্য, ত্ৰেতা, দ্বাপৰ যুগ পাৰ হৈ কলি যুগ পালে। তেতিয়া দৈবক্ৰমে জুনুকা উদ্ধাৰ হ'ল। দুৰ্বাসাৰ দাঁড়িৰ ভিতৰতে সাৱধানে ৰাখি থোৱা আছিল। হৃষীকেশ তীৰ্থত। উৰহৰ কামোৰত ৰ'ব নোৱাৰি জঁপিয়াওঁতে জুনুকাৰ জুন্ জুন্ শব্দ শুনা গ'ল আৰু জুনুকা উদ্ধাৰ হ'ল। তীৰ্থযাত্ৰীসকলৰ পৰা দুৰ্বাসাই জানিলে যে ভৰত ৰজাই কেতিয়াবাই স্বৰ্গলাভ কৰিলে আৰু শুনিলে যে ভৰতৰ বংশ অৰ্থাৎ যুধিষ্ঠিৰ আদিৰ বংশও লোপ পালে। তেওঁলোকৰ যিসকল উত্তৰাধিকাৰী—নন্দ, মৌৰ্য, শুংগ, অন্ধ্ৰ, গুপ্ত প্ৰভৃতি আৰু তাৰ পাছত পাঠান, মোগল, ইংৰাজ—এওঁলোকো ফৌত হৈছে। ভৰতৰ ৰাজ্য এতিয়া দুভাগ হৈছে। ডাঙৰ

ভাগ ভাৰতীয় গণৰাজ্য আৰু সৰু ভাগ ইছলামীয় পাকিস্তান। মহামুনিয়ে সুধিলে যে দুয়ো ভাগৰ ওপৰত এজন চক্ৰৱৰ্তী ৰজা আছেতো? উত্তৰত জানিলে যে নাই, দুখন ৰাজ্যত দুই ৰাষ্ট্ৰপতি বাহাল হৈছে— এজন দিল্লীত থাকে আৰু এজন ইছলামাবাদত। আইন অনুসাৰে এওঁলোকেই ভৰতৰ উত্তৰাধিকাৰী, গতিকে জুনুকাটো এওঁলোকৰেই পাওনা। কিন্তু মস্কিল হ'ল যে এজনক দিলে আনজনে হয় ইউ এন অ'ত নালিশ কৰিব, নহ'লে ৰোচা তুলি ক'ব, লডকে লেংগে ঝুমঝামা।

দুৰ্বাসা ক্ষণকাল ধ্যানমগ্ন হৈ ৰ'ল। তাৰ পাছত মট্ কৰি জুনুকাটো ভাঙি ক'লে যে এজনক দিম এই টেমাটো— তাৰ ভিতৰত শিলৰ টুকুৰা আছে, লৰালে কৰ্‌কৰ্ কৰিব আৰু সিজনক দিম এই নালডাল। ফুঁ দিলে পিঁ পিঁ কৰিব।

আমাৰ অশোক কাগজ কলতো দুৰ্বাসা ছলিউশ্যন প্ৰয়োগ কৰা হ'ল। কাগজৰ মণ্ড অৰ্থাৎ পাল্প হ'ব অসমত আৰু মণ্ডৰ পৰা কাগজ বনোৱা হ'ব বিহাৰত।

এইবিলাক চলি থাকোঁতে মই কলিকতালৈ বদলি হৈ গ'লোঁ। কিন্তু বিশ্বদেৱ শৰ্মাদেৱে ক'লে— আপোনাক পেৰোলতহে দিয়া হৈছে। কলিকতাতো উদ্যোগ বিভাগৰ কাম-কাজৰ লগত সংযোগ-ৰক্ষী হিচাপে থাকিব লাগিব। এই সংযোগ ৰক্ষাৰ ভিতৰত আছিল অশোক কাগজ কলৰ বৰ্ড অৱ্ ডাইৰেক্টৰ্ছৰ সদস্য হৈ থাকি, কলিকতাত তাৰ বাবে কৰণীয় কামবোৰৰ ওপৰত চকু ৰখা।

কলিকতা হাইক'ৰ্টত অশোক কাগজ কলৰ ওপৰত পাওনাদাৰসকলে মোকৰ্দমা তৰিছে। পাওনাদাৰসকলৰ ভিতৰত আছে প্ৰধান ঋণদাতা আই ডি বি আই— ভাৰতীয় ঔদ্যোগিক বিকাশ নিগম, ইউনাইটেড্ ব্যাংক। আই ডি বি আইৰ প্ৰতিনিধি এজন টি এন সেন। তেওঁৰেই উৎসাহ বেছি। অশোক কলৰ শ্যেয়াৰৰ মূল্য নতুনকৈ নিৰ্ধাৰণ কৰি অসম চৰকাৰে শ্যেয়াৰ কিনিব লাগে। ঘৰভাঙাত বাকচ নোখোলা অৱস্থাতে পাল্প তৈয়াৰী যন্ত্ৰপাতিখিনি ল'ব লাগে। এটা বৰ জটিল ব্যৱস্থাত কলটো নিলামত বিক্ৰী নকৰি চলাত উদ্যোগ কৰি ৰখাত হাইক'ৰ্টে অনুমতি দিলে। জজজনো আছিল এজন সেন। হাইক'ৰ্টৰ চূড়ান্ত হুকুমৰ দিনা অসম চৰকাৰৰ প্ৰতিনিধি হিচাপে মই উপস্থিত আছিলোঁ। এটা প্ৰশ্ন উঠিছিল যে ঘৰভাঙাৰ ব্যক্তিগত গ্যাৰাণ্টীত ইউনাইটেড্ ব্যাংকে যে ৩১ লাখ টকা ক্লীন ওভাৰড্ৰাফ্‌ট অৰ্থাৎ একো সম্পত্তি বন্ধকত নোলোৱাকৈ ধাৰ দিছিল, সেই গ্যাৰাণ্টীটো অসম চৰকাৰে এতিয়া দিব নে নাই। এইটো বিষয়ত ভীষণ 'মাথা ব্যথা' আছিল ইউনাইটেড্ ব্যাংকৰ চেয়াৰমেন বি কে দত্ত (বটু বাবু)ৰ। আমাৰ মন্ত্ৰীসকলক তেওঁ বুজালে অসমৰ কাৰণে তেওঁৰ ব্যাংকে কিমান কৰিছে। সেইটো কিছুৰ সঁচা। যিহক, চৰকাৰৰ পৰা মোলৈ নিৰ্দেশ আছিল যে গ্যাৰাণ্টীটো অসম চৰকাৰে দিব বুলি হাইক'ৰ্টক আনুষ্ঠানিকভাৱে জনাব লাগে। মই তাৰ বৰ পক্ষপাতী নাছিলোঁ। কাৰণ আগেয়েই কৈ আহিছোঁ যে কাগজ কলটোক নিলামত কিনাৰহে মই পক্ষপাতী আছিলোঁ। যিহক, চূড়ান্ত ৰায়ৰ দিনা এটা বৰ 'কমিক' ঘটনা ঘটিল। জাৰৰ দিন আছিল। মোৰ আওপুৰণি,

'সৰে ধন নীলমণি' ক'লা টেৰিলিনৰ ছুটযোৰ অসম ভৱনৰ ধোৱা জলেশ্বৰ প্ৰসাদ (ইমান তেলীয়া যে মোৰ এজন আত্মীয়ক মোৰ বিষয়ে কৈছিল যাতে মোৰ কাণত পৰে, "চাহৰতো মেৰে লিয়ে ভগ্‌বান হ্যায়।")ৰ হতুৱাই নতুনকৈ ইস্ত্ৰি কৰোৱাই পিন্ধি, মহামান্য হাইক'টত উপস্থিত হ'লোঁ। গ্যাৰাণ্টী দিয়া হৈ গ'ল। সকলোৱে মুখত হাঁহি, বিশেষকৈ টি এন সেনৰ। ক'ট ৰূমৰ পৰা ওলাই আহি বাৰাণ্ডাত থিয় হওঁতেই এজন ৰঙা উৰ্দি পিন্ধা কঁকালত তামৰ চাপ্‌ৰাশ আৰু বগা পাগুৰি পিন্ধা আৰ্দালিয়ে 'বকচিচ' খুজিলে। মই আমাৰ এজন অসমীয়া মুখ্য ন্যায়াধীশে কথা প্ৰসংগত কোৱাৰ দৰে, 'হতভস্ম' হ'লোঁ। পাছতহে কথাৰ ভেদ ভাঙিল। কণাকণি হৈছিল বোলে মযে পেপাৰ মিলটো কিনিলোঁ।

ইফালে, দুৰ্বাসাৰ জুনুকাৰ অসমৰ টুকুৰা 'পাল্প' মিলটো ক'ত হ'ব ? ডাইৰেক্টৰ ব'ৰ্ডৰ মিটিঙে ঠাই নিৰ্বাচনৰ কাৰণে তিনিজনীয়া ডাইৰেক্টৰ কমিটী কৰি দিলে। সদস্য আনন্দ দেৱ অধিকাৰী, ইউনাইটেড্ ব্যাংকৰ এ বাসু আৰু মই। মই আমিনগাঁৱৰ সপক্ষে আছিলোঁ। তাৰ কাৰণ আছিল বৃহৎ উদ্যোগত নিযুক্ত কৰ্মচাৰীসকলক এটা সামাজিক আন্তঃগাঁথনি লাগে— বিশেষকৈ কাগজ উদ্যোগৰ দৰে বিশিষ্ট উদ্যোগৰ কাৰণে। তদুপৰি আমিনগাঁও, কেঁচামাল, বাঁহ পোৱা ঠাইৰ বেছি ওচৰ। অধিকাৰীৰ পছন্দ যোগীঘোপা, কাৰণ বোধ কৰোঁ তেওঁৰ নিজৰ ঠাই লেংটিছিঙাৰ ওচৰ। যিহক, যোগীঘোপাত ঠাই নিৰ্বাচন কৰিবলৈ যাবৰ দিনাৰ ঘটনা অবিস্মৰণীয়।

গৰমৰ দিন, প্ৰচণ্ড ৰ'দ। যোগীঘোপা তেতিয়া চহৰমুৱা হ'ব ধৰা এখন গাঁও। ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা যোগীঘোপা সংযোগী পথৰ পশ্চিমফালৰ বনাঞ্চলতে স্থান নিৰ্বাচন কৰা হৈছিল। অধিকাৰী আৰু মই প্যাণ্ট বুশ্ব শ্বাৰ্ট পিন্ধা, কিন্তু বাসু চাহাব একেবাৰে ডাঠ ক'লা ৰঙৰ ছুট পিন্ধা। টাইও আছে। মোৰ হাতত এছটা বাঁহ। জংঘলৰ ভিতৰত সোমাই অধিকাৰীয়ে বুশ্ব শ্বাৰ্টৰ বুতাম খুলিলে, মই চোলাকে খুলি পেলালোঁ— কেৱল গেঞ্জী। বাসু চাহাব নিৰ্বিকাৰ, ফুল বেংকাৰৰ ড্ৰেছত একো নোকোৱাকৈ, মুখমণ্ডলৰ মাংসপেশীত বিৰক্তিৰ সামান্য আঁচোৰ নপৰাকৈ খোজ কাঢ়ি আছে। কলিকতাৰ বাঙালী মানুহ। তেনে মানুহৰ অসম পৰ্যটনৰ গল্প আছে। এজনে কলিকতালৈ ঘূৰি গৈ কোৱা বুলি প্ৰবাদ আছে যে তেওঁ অসমৰ জংঘলত ফুৰোঁতে হঠাৎ বাঘে খেদিলে, তেওঁ লৰালৰিকৈ চাহ গছ এজোপাত উঠি পৈতৃক প্ৰাণটো বচালে। মই কিন্তু সাপ-বাঘৰ গল্প কৈ বাসু চাহাবক টলাব নোৱাৰিলোঁ। পৰিদৰ্শন শেষ হ'ল। গৰিষ্ঠসংখ্যক ভোটৰ কাৰণে যোগীঘোপা নিৰ্বাচিত হ'ল।

আই ডি বি আইলৈ আৰু কেইবাৰমান মাকো মৰাৰ পাছত নতুন ঋণ মঞ্জুৰিৰ আশ্বাস পোৱা হ'ল। যোগীঘোপাত নিৰ্মাণকাৰ্য আৰম্ভ হ'ল।

এতিয়া পাল্প বনোৱা মেচ্ছিনখিনি আনুষ্ঠানিকভাৱে চমজি লোৱাৰ সময় আহিল। দিন ঠিক হ'ল। দ্বাৰভাঙালৈ যাবলৈ তিনিজন নিযুক্ত হ'ল। আনন্দ অধিকাৰী,

মই আৰু লগত মেশ্যিন ছাপ্লায়াৰ ছোজে কোম্পানীৰ ম্যানেজিং ডাইৰেক্টৰ মোছিঅ' পোলাক। দ্বাৰভাঙালৈ যোৱাৰ আটাইতকৈ ভাল উপায় হ'ল কলিকতাৰ পৰা গধূলি দিল্লী এক্সপ্ৰেছত গৈ ধলপুৱাতে মোকামা জংছনত নমা আৰু তাৰ পৰা মটৰেৰে দ্বাৰভাঙালৈ যোৱা। যোৱাৰ দিন ঠিক হ'ল। ইতিমধ্যে মই আলিয়াঁচ ফঁচেজৰ ফৰাচী স্কুলত নাম লগাই দুই-চাৰিটা ফৰাচী বাক্য ক'ব পৰা হৈছোঁ। অসমীয়া *ল'ৰা পুথি আগছোৱাত* ক, খ পঢ়াৰ দৰে 'মেথড' উঠি গৈছে। ফৰাচী আৰম্ভ কৰা হয় সৰল বাক্য শুনি তাক পুনৰুচ্চাৰণ কৰা, যেনে প্ৰথম বাক্যটো আছিল : (পৰ্দাত এটা মানুহৰ ছবি দেখুৱাই) "চে মোছিঅ' তিবো।" তাকে ৰিপিট কৰিব লাগে প্ৰত্যেক ছাত্ৰ-ছাত্ৰীয়ে   ইত্যাদি। বৰ সুন্দৰ আৰু সৰল পদ্ধতি— দুই-এমাহতে অলপ-চলপ কথা-বতৰা পাতিব পাৰি। মই সেই ঢাপটো পাইছোঁগৈ। আমি তিনিও অৰ্থাৎ পোলাক, অধিকাৰী আৰু মই মোৰ ঘৰতে গধূলি গোটি খাইছোঁ দ্বাৰভাঙা যাত্ৰা কৰিবলৈ। কথাৰ মাজতে মই ফৰাচীত কৈ উঠিলোঁ : "জে ভে আলে ও চিনেমা।" (মই চিনেমা চাবলৈ যাম।) পোলাক চাহাবৰ শুষ্ক হাস্যৰসৰ কথা আগেয়ে কৈ আহিছোঁ। তেওঁ তেওঁৰ গহ্‌গহীয়া মাতেৰে, হাঁহিৰ বিন্দুমাত্ৰও আভাস নোহোৱাকৈ লাহে লাহে ক'লে— মিচ্‌তাৰ বৰুৱা ইউ আৰু ৰিয়েলী গ'য়িং টু দি চিনেমা অৰ ইউ আৰ প্ৰেক্‌টিচিং ফ্ৰেন্স?

যিহক, আমি মোকামা পালোঁগৈ। বাটতে স্কট্‌ছ্ হুইস্কিৰ বটল লৈ কিবা এটা ঘটনা ঘটিছিল। বৰ্তমানে পাহৰিছোঁ। মনত পৰিলে কেতিয়াবা লিখিম।

অশোক পেপাৰৰ ঘৰ-দুৱাৰ দ্বাৰভাঙা চহৰৰ পৰা অলপ দূৰত আছিল। এডোখৰ বাট গাড়ীৰে যাব পাৰি, কিন্তু বাকীখিনি পদযাত্ৰা কৰিব লাগে। এজন মজদুৰ পালিনেতা আমাৰ বৰ প্ৰিয়পাত্ৰ আছিল। তেওঁ এখন গৰুৰ গাড়ী ঠিক কৰি দিলে। আনন্দ অধিকাৰী বৰ ধেমেলীয়া, বৰ স্মাৰ্ট আৰু বৰ সাহসী মানুহ। তেওঁ গাৰোৱানক একাষৰীয়াকৈ থৈ নিজেই বলদৰ নাকত বন্ধা ডোল ধৰি থিয় হৈ, হাতত এচাৰি লৈ লেংটিছিঙা গাঁৱৰ পেছাদাৰ গাৰোৱানৰ দৰে মুখেৰে "হেই, হেই, মুগা," ইত্যাদি শব্দ কৰি গাড়ী চলাবলৈ ধৰিলে।

১৯ কোটি টকাৰ যন্ত্ৰ-পাতি গৰুৰ গাড়ীত আৰোহণ কৰি গৈ আনুষ্ঠানিকভাৱে চমজি লোৱা হ'ল। সকলোবোৰ বাকচ ভিতৰতে প্যাক্‌ড্ অৱস্থাত আছিল। পাছত যে ওলাইছিল অশোক পেপাৰৰ যন্ত্ৰ-পাতিবোৰ পুৰণি, সেইটো সম্পূৰ্ণ অসত্য। অশোক কাগজ কলৰ পতনৰ কাৰণ একেবাৰে বেলেগ।

# কনছাল জেনেৰেলসকল আৰু ট্ৰেড্ কমিশ্যনাৰসকল

গৱৰ্ণৰসকলৰ কথা কৈছোঁ, মুখ্য মন্ত্ৰী আৰু অন্যান্য মন্ত্ৰীসকলৰ কথাও কৈছোঁ— ভয়ে ভয়ে। কিন্তু এখেতসকল সকলোৱে 'দেচী' মাল— কাণ্ট্ৰী লিকাৰৰ দৰে। বেছি নজমে। এইবাৰ সেইকাৰণে পাঠক প্ৰভুসকলক অলপ 'ফৰেন লিকাৰ'ৰ সোৱাদ যাচিব খুজিছোঁ— 'কাণ্ট্ৰী মেড ফৰেন লিকাৰ নহয়; আচল, খাঁটি আমদানি ফৰেন লিকাৰ।

প্ৰথমতেই মিঃ কাটাকামি, জাপানী কনছাল জেনেৰেলৰ নাম ল'ব লাগিব। সাগৰ নেদেখা কালৰ কবি দেৱকান্তৰ দৰে, মইয়ো কনছাল জেনেৰেল কেনে 'চিজ' দেখা নাছিলোঁ। গাঁৱলীয়া হাকিম, তাতে মূলতঃ নলবৰীয়া মেন। পিছত পৰিলোঁ।

কাটাকামিৰ নাম প্ৰথমেই ল'লোঁ এইকাৰণে যে ১৯৬৮ চনত মই কলিকতাত অসম চৰকাৰৰ ট্ৰেড এড্‌ভাইজাৰ (বহুতে ভুলতে ট্ৰেড কমিশ্যনাৰ বুলি কৈছিল— তেতিয়া মোৰ গাটো জিকাৰ খাই উঠিছিল।) হওঁতে বহুতো কনছাল জেনেৰেল আৰু ট্ৰেড কমিশ্যনাৰক লগ পাইছিলোঁ— তেতিয়া তেওঁলোক বাৰমহীয়া বেঙেনাৰ দৰেই অতি পৰিচিত হৈ পৰিছিল। কিন্তু কাটাকামি 'চান' (চান মানে জাপানীত 'বন্ধু'— জেমছ বণ্ডৰ কিতাপ পঢ়ি জানিছিলোঁ) মই শ্বিলঙত থাকোঁতেই মোৰ প্ৰায় বন্ধু হৈ পৰিছিল। সেই বন্ধুত্বৰ পৰাকাষ্ঠা তেওঁ দেখুৱাইছিল দুবছৰ পাছত— কলিকতাত।

শ্বিলং, ১৯৬৭। লাঞ্চ আবাৰ হ'বৰ হৈছে। অৱশ্যে 'ইন্‌ফৰ্মেল লাঞ্চ আৱাৰ'। চৰকাৰে ফৰ্মেল লাঞ্চ আবাৰ ডিক্লেয়াৰ নকৰি, (মাজে মাজে কৰাৰ দৰে) বুদ্ধিমানৰ কাম কৰিছে। নহ'লে, লাঞ্চ আবাৰৰ ফৰ্মেল আৰম্ভ যেতিয়াই হওক সেয়া প্ৰায়েই শেষ হ'লহেঁতেন 'তিন পাট্টিৰ চেশ্যন শেষ হোৱাৰ পিছত বা বৈশীয়েকৰ (যিবিলাকৰ ফৰ্মেল বৈশীয়েক আছিল) গালি খোৱাৰ আশংকা আৰম্ভ হোৱাৰ আগেয়ে।

মই শ্বিলঙৰ পাইন উড্ হোটেলত সোমাবলৈ গৈছোঁ (ভুল ভাবিছে, মদ

খাবলৈ নহয়)। অবশ্যে দুই-এটুপি ধৰা হয়, হুইস্কি বুলিলে মূৰত ঘঁহা তেল বুলি ভবা ষ্টেজটো গৈছে। কিবা এটা খবৰ ল'ব লগা আছিল। দূৰৰ পৰা দেখোঁ যে এজন চিনাকি চিনা জোকে এজন বগা, জনজাতীয় গটীয়া, সুদৃশ্য পোছাক পৰিহিত মানুহক ধৰিছেগৈ। জোকজনে আনজনক বাৰে বাৰে ইওৰ এক্সেলেঞ্চী, ইওৰ এক্সেলেঞ্চী বুলি মুহুর্মুহু হেণ্ডশ্যেক কৰি আছে। হিজ্ এক্সেলেঞ্চীক অলপ বিমূঢ় দেখা গৈছে। আৰু ওচৰ চাপি দেখোঁ যে এক্সেলেঞ্চী দেখোন চিনাকি। আগদিনা মুখ্য সচিব কিড়ৱাই চাহাবৰ ৰূমত দেখা পাইছোঁ। দেখাহে পাইছোঁ, লগ পোৱা নাই। তথাপি, বিদেশী দূত, তেওঁৰ পৰা জোকডাল এৰুওৱা মোৰ কৰ্তব্য। মই মাজতে সোমাই— " বাবু, এখেতক অলপ এৰি দিয়কচোন। মই এখেতকে লগ পাবলৈ আহিছোঁ," এইবুলি জোকে ধৰা মানুহজনক লৈ গৈ লাউঞ্জত বহিলোঁ। তেওঁ মোক তেওঁৰ কাৰ্ডখন দিলে ঃ কে, কাটাকামি, কনছাল জেনেৰেল ফৰ জাপান ঃ আমাৰ চৰকাৰী কৰ্মচাৰীৰ কাৰ্ড নাথাকে। মই মোৰ পৰিচয় দিলোঁ। কৰমৰ্দন আদি হ'ল।

কিছুদিন পাছত মই কলিকতালৈ বদলি হৈ গ'লোঁ। ট্ৰেড্ অ্যাড্ভাইজাৰ হিচাপে মোৰ পূৰ্বাধিকাৰী আছিল স্বৰ্গীয় দ্বিজেন্দ্ৰ নাথ ৰায়চৌধুৰী— সুপুৰুষ, সু-অভিনেতা আৰু প্ৰবল কলিকতাপ্ৰেমী। গোৱা মূলৰ পত্নী, এতেকেই বিচিত্ৰ ৰন্ধন পটীয়সী। ৰায়চৌধুৰীদেৱৰ দিনত এটা ভাল কাম কৰি থোৱা হৈছিল। কলিকতাত থকা সকলো বিদেশী কনছুলেট, ট্ৰেড্ কমিশ্যন, আনকি ব্ৰিটিছ ডেপুটী হাই কমিশ্যন্যাৰো পাৰ্টীলৈ আমন্ত্ৰিতব্যসকলৰ লিষ্টত অসম 'ট্ৰেড্ কমিশ্যনাৰকো (?) লিষ্টভুক্ত কৰাই থৈ গৈছিল। সেই সুবিধাকণ হেঁপাহেৰে গ্ৰহণ কৰি এই সকলোবোৰতে পাৰ্টী হ'লেই যোগ দিয়াৰ সুযোগ লৈছিলোঁ। কিছুমান দিন পিছতেই জাপানী কনছাল জেনেৰেলৰ নিমন্ত্ৰণ আহিল। বোধ কৰোঁ জাপানী সম্ৰাটৰ জন্মদিন। তাত কাটাকামি চানক আকৌ লগ পোৱাৰ সুযোগ ঘটিল। পূৰ্ব পৰিচয়ৰ নবীকৰণ হ'ল।

জাপানী পাৰ্টীৰ ডাঙৰ বৈশিষ্ট্য হৈছে দুটা ঃ তেওঁলোকে গ্ৰে'ট ইষ্টাৰ্ণ হোটেলত পাৰ্টী দিয়ে আৰু বিবিধ মদিৰাৰ লগতে জাপানী 'চাকে' ৱাইন ছাৰ্ভ কৰে। তাত চৌখিন ঘৰুৱা পাৰ্টীখোৰসকলৰ উপৰি কিছু গুণী-জ্ঞানী লোকৰ সমাগম হয়। যেনে— ডঃ সুনীতি কুমাৰ চ্যাটাৰ্জি, মানবিকীষু ভাৰতস্য জাতীয় উপাধ্যায়ঃ কলিকতাস্থ নেচনেল লাইব্ৰেৰীৰ সুদীৰ্ঘ, সুউচ্চ, চিৰিকেইটালৈ আগুৱাই গ'লেই বাঁওফালে মাৰ্বলৰ নামফলক আছিল—

কাশ্যপঃ সুনীতি কুমাৰঃ
মানবিকীষু ভাৰতস্য জাতীয় উপাধ্যায়ঃ

কাশ্যপঃ কিয়? কাৰণ সকলো চ্যাটাৰ্জিৰ গোত্ৰ কাশ্যপ। আৰু মানবিকীষু. ইত্যাদিৰ অৰ্থ National Professor of Humanities, India। সংস্কৃত হ'লেই দিগ্‌দাৰ। পৰশুৰামৰ গল্প 'ৰাম ৰাজ্য'ত এক প্ৰেতচক্ৰ অৰ্থাৎ চেয়াঁচ, য'ত মৃত ব্যক্তিক বিধিমতে আহ্বান কৰিলে তেওঁৰ প্ৰেত উপস্থিত হয়, (অৱশ্যে এজন জীৱিত 'মিডিয়াম'ৰ

মাধ্যমত) তাত দেশ জহন্নামে যাব ধৰা দেখি উপদেশ ল'বলৈ গান্ধীৰ ৰাম ৰাজ্যৰ কৰ্ণ হ্যাণ্ড খবৰৰ কাৰণে স্বয়ং শ্ৰীৰামচন্দ্ৰক আহ্বান কৰা হ'ল। তেতিয়া ভগৱান ৰামচন্দ্ৰ উপস্থিত নহৈ তেওঁৰ পৰমভক্ত মহাবীৰ হনুমানক প্ৰক্সি দিবলৈ পঠিয়ালে। হনুমানে চক্ৰধাৰীসকলক আত্মপৰিচয় দিলে এইবুলি— "অহম্মাৰুতিঃ।"

চক্ৰধাৰীসকলৰ মাজত নবীন দেশপ্ৰেমী, প্ৰবীণ দেশপ্ৰেমী-ৰ উপৰি অৱধবিহাৰী লাল বোলা এজন কাৰবাৰী দেশপ্ৰেমীও আছিল। তেওঁ কথাবাৰ শুনি আচৰিত হৈ কৈ উঠিল— "আৰে ইয়ে চীনা বোলি বোলিয়েছে।" চীনা বোলি নহয়, দেৱ ভাষা সংস্কৃতত কৈছে স্বয়ং, পৱন নন্দন হনুমানৰ আবিৰ্ভাৱ হৈছেৰে আমাৰ কাৰণেও এতিয়া সংস্কৃত 'চীনা বোলি' হৈছে। তদুপৰি হিন্দুত্বত অভিযুক্ত হোৱাৰো ভয়। পিছে ফৰাচী ম্লেচ্ছ অধ্যাপকেহে মোক সভক্তিৰে ক'লে— "লাং মেৰ দে লাং।" (ভাষাসমূহৰ জননী ভাষা)।

সুনীতি বাবু আমাৰ বাণী কাকুৰ গুৰু। তদুপৰি কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ (সুখৰ বিষয় তেওঁ 'ডক্টৰ' নাছিল।) উদগনিতে *কীৰাট জনকীৰ্তি* লিখে, যিখন কিতাপ প্ৰত্যেক অসমবাসীয়ে পঢ়া উচিত।

সুনীতি বাবু খহটা বগা ধুতি-পাঞ্জাবী পৰিহিত। মোৰ অতি স্নেহভাজন বন্ধু, সু-অভিনেতা, সুপুৰুষ, সুকণ্ঠ বসন্ত চৌধুৰীও ধুতি-পাঞ্জাবী পৰিহিত। কেৱল তেওঁৰ মিহি শান্তিপুৰী তাঁতৰ ধুতিৰ আগফালৰ কোচটো 'গিলে' কৰা। গিলে কৰাৰ কেইবাটাও মজাৰ গল্প আছে। ইয়াত কৰ প্ৰাসংগিক নহ'ব, ঠায়ো নাই। তদুপৰি, বসন্তৰ পাঞ্জাবী চোলাৰ বুটামৰ শাৰীটো আজিকালিৰ দৰে মাজত ভিতিৰ পৰা নহয়, সোঁ কান্ধৰ পৰা কঁকাললৈ একতীয়াকৈ পৰা। লেডী ৰাণু মুখাৰ্জি কলিকতাৰ তেতিয়াৰ 'কালছাৰেল জাৰিনা (REC Czarina) আৰু তেওঁৰ স্বামী ছাৰ বীৰেন মুখাৰ্জি, ইত্যাদি।

'চাকে' মদিৰা (ৱাইন) আকৌ চাউল (ভাত ?)ৰ পৰা তৈয়াৰী। অলপ কুমলীয়া গৰম অৱস্থাত খাব লাগে। হাতেৰে ধৰি গৰম কৰি খোৱাৰো গল্প আছে। নেপোলিয়নৰ প্ৰধান মন্ত্ৰী তেলেৰাঁ (Tallyrand) আৰু তেওঁৰ দিনৰ ফ্ৰান্সলৈ পঠিওৱা ম্যাক্সিকান এম্বেছেডৰৰ। পিছে ১৯৬৯ চনত মই একেবাৰে 'খোৰ' হৈ গৈছোঁ। স্কচ্ছৰ বটললৈ চিধাই চোঁচা মাৰোঁ। "When lilies rot, they smell the worst." স্বয়ং শ্বেইক্সপিয়াৰহেন চাহাবৰ কথা। ১৯৬৩ চনত লখিমপুৰৰ ব্ৰিগেড হেড্ কোৱাৰ্টাৰ্ছত বেঞ্জজিৎ সিং অব্ পোদানাৰ মালিক ব্ৰিগেডিয়াৰ শিউজিৎ সিঙক অবাক কৰি দি যি অজিৎ অসমীয়া ভূতে মদ নাখাওঁ বুলি কৈছিল, ১৯৬৮ চনত সেই অজিতে পাটীত সোমায়েই গ্ৰেট ইষ্টাৰ্নৰ বগা হাত মোজা পিন্ধা ৰুটবৃন্দাহী বেইটাৰ্ছ ('বেয়াৰা' সম্বোধনটো তেতিয়ালৈ উঠি গৈছিল)ৰ ওচৰলৈ মৌমাখি কৰুৰেখা (ইং beeline-ৰ খাৰুৱা অসমীয়া) আঁকি ঢাপলি মাৰিছিল। কথা যে তেতিয়ালৈকে কোনোদিনে 'পান

পতন' হোৱা নাছিল। পান পতন হৈছিল ছাৰ বীকেনৰ, সেই গ্ৰে'ট ইষ্টাৰ্নতে, সেই জাপানী পাৰ্টীতে। কিন্তু অন্য এদিন। পৰি গ'ল। বাঘা পুলিচ কমিছনাৰ পি কে সেন (তেওঁ আকৌ আই পি, IPS-ৰ 'এছ'টো '৪৭ৰ পাছতহে যোগ হৈ IPS হৈছিল) আৰু এই অধমে ধৰা-ধৰি কৰি লিফ্‌টত তুলি দিছিল)।

সেইবাবেই কাটাকামি চানে এটা নাভূত-নাশ্ৰুত কাণ্ড কৰিলে। পাৰ্টী শেষ হোৱাৰ পাছত মোক অকলেই পাৰ্ক ষ্ট্ৰীটৰ এখন চাইনিজ ৰেষ্টোৰাঁলৈ লাঞ্চ খাবলৈ মাতিলে। পূৰ্বোপকাৰ তেওঁ বিস্মৃত হোৱা নাছিল— সেই ষ্টিলণ্ডৰ পাহিল উডত চিনাজোক একওবাৰ মহোপকাৰ! তেওঁ মোক চপষ্টিক্ (Chopstick) ধৰিবলৈ শিকাইছিল। দুডাল উল গোঁঠা মাৰিৰ দৰে দীঘল মাৰি। তাৰে চাইনিজ ফুড খাব লাগে। মহাত্মা গান্ধীয়ে ব্যৱহাৰ কৰিছিল।

কিছুদিন পাছতেই কাটাকামি মহোদয় মস্কোলৈ বদলি হ'ল। তেতিয়া তেওঁ এটা 'ফেয়াৰৱেল' পাৰ্টী দিছিল। পৰমাশ্চৰ্য ব্যাপাৰ'! পাৰ্টীটো তেওঁৰ ঘৰত দিছিল। জাপানী আৰু ফৰাচীয়ে ঘৰত খানা খাবলৈ কেতিয়াও নামাতে। যদি মাতে, তেনেহ'লে জানিব লাগিব যে গৃহস্থই তেনে আলহীক কেৱল গতানুগতিক সৌজন্য দেখুওৱা নাই, এটা আন্তৰিক ব্যক্তিগত সম্পৰ্কৰ ইংগিত দিছে। আলহী চাৰিজন— পুলিচ কমিশ্যনাৰ পি কে সেন, গৃহস্থৰ প্ৰতিবেশী এজন মাৰোৱাৰী ব্যৱসায়ী আৰু সপত্নীক মই। গৃহকৰ্ত্ৰীক দেখা মনত নপৰে, তেওঁ বোধ কৰোঁ কলিকতাত নাছিল। সেন চাহাবৰ পৰিবাৰ আছিল বোধ কৰোঁ।

পাৰ্টীটোৰ বিশেষত্ব আছিল যে গোটেইকেইবিধ খাদ্যই জাপানৰ পৰা আমদানি কৰি অনা হৈছিল। বিশেষকৈ মাছৰ পদকেইখন। তেনেকুৱা খানা আগেয়ে খোৱা নাই, পিছতো।

কাটাকামি চাহাবৰ লগত মই শেষ সংস্পৰ্শলৈ আহিছিলোঁ খবৰ কাগজৰ এটা বাতৰি দেখি। মস্কোৰ পৰা ট'কিঅ'লৈ যাওঁতে সপত্নীক কাটাকামি চাহাবে ভ্ৰমণ কৰা উৰা জাহাজখন দুৰ্ঘটনাগ্ৰস্ত হোৱা বুলি খবৰ আছিল। লগতে ওলাইছিল যে কূটনীতিকজন সপত্নীক বাচি গৈছিল। মই তেতিয়া তেওঁলৈ এখন শুভইচ্ছা জনাই কাৰ্ড পঠিয়াইছিলোঁ।

ৰাছিয়ান কনছুলেট ৰাছেল ষ্ট্ৰীটত থকা অসম ভৱনৰ কাষতে আছিল— থিয়েটাৰ ৰ'ডত। কনছাল জেনেৰেল আছিল মিঃ ঝাৰকভ। শকত-আৱত, 'হাঁসিখুশী' আৰু অতিশয় ভড্‌কাপ্ৰিয়।

কোনোবা এবাৰ ৰাছিয়াৰ নবেম্বৰ বিভ'লিউশ্যনৰ বাৰ্ষিকী উদ্‌যাপন হৈছে। কনছুলেটৰ সন্মুখত গাড়ীৰ লাইন দুৰলৈকে বিস্তৃত। পুলিচে এটা মেগাফোনেৰে গাড়ীবিলাক মাতি আছে। ঝাৰকভ চাহাবৰ লগত মই ভড্‌কা খাই আছোঁ। ভড্‌কা যে নিৰ্জল অৰ্থাৎ পানী

নোহোৱাকৈ খাব লাগে, মই নাজানিছিলোঁ।

আমাৰ এগৰাকী বিধৱা বৰমাই নিৰ্জলা একাদশী পালন কৰিছিল। কাৰণ পুণ্য বোলে বেছি হয়। নিৰ্জলা পানৰ বহুত গল্প জানো। তাৰে এটি আগবঢ়ালোঁ।

হোষ্ট ঃ জিন অ্যাণ্ড লাইম?

গেষ্ট ঃ নো।

হোষ্ট ঃ ব্ৰাণ্ডি অ্যাণ্ড জিন্‌জাৰ এইল?

গেষ্ট (গোমোঠা মুখেৰে) ঃ নো।

হোষ্ট ঃ হুইস্কি অ্যাণ্ড ছোডা?

গেষ্ট (বিস্ফোৰক কণ্ঠেৰে) ঃ নো ছোডা।

ভড়্‌কা খোৱা গিলাচটো সৰু। আমাৰ গাঁৱৰ ডাক্তৰখানাত দণ্ডিৰামে কুইনাইন মিক্‌চাৰ খোৱা গিলাচটোৰ দৰে প্ৰায়। কিন্তু ঘাত নকটা। ধৰক, প্ৰায় আমাৰ কৰবী ফুলৰ আকৃতিৰ, কিন্তু ওপৰখন পাহ কটা নহয়, সমান। ঝাৰকভ্‌ চাহাবে মোক খাবলৈ শিকালে, কাটাকামি চাহাবে যেনেকৈ চপষ্টিক্‌ ধৰিবলৈ শিকাইছিল। প্ৰক্ৰিয়াটো এনেকুৱা— গিলাচটো ভড়্‌কাৰে ভৰ্তি কৰি দিয়া হ'ল। এতিয়া ওপৰলৈ মূৰ তুলি মুখ মেলক। তাৰ পাছত গোটেই গিলাচ ভড়্‌কা টেঁটুত পৰাকৈ টছ্ (toss) কৰি দিয়ক 'toss'-ৰ অসমীয়া *জ্যোতি ত্ৰিভাষিক অভিধান*-এ কৰিছে— 'হঠাতে (পান পাত্ৰ) দাঙি তললৈকে পি খা'। পিপাসুসকলে অনুগ্ৰহ কৰি চেষ্টা কৰি চাব। ঝাৰকভ্‌ চাহাবে পানাচাৰসিদ্ধভাৱে মোৰ গিলাচৰ লগত নিজৰ গিলাচ থং কৰি টুকুৰিয়াই, 'নৱেম্বৰ ৰিভ'লিউশ্যন' বুলি নিৰ্জলা ভড়্‌কাখিনি টেঁটুত টছ কৰি দিলে। পানাচাৰ মতে ময়ো একে আচাৰ পালন কৰিব লাগে। সেই ফেৰি কৰা হ'ল। ডিঙিৰ পৰা তললৈ এটা 'টৰ্চ লাইট প্ৰচেছন' গ'ল। তাৰ পাছত ঝাৰকভ চাহাবে 'অক্টোবৰ ৰিভ'লিউশ্যন', 'লেনিন', 'ষ্টেলিন'ৰ নামত 'টছ' কৰি গ'ল। ময়ো পুৰোহিতৰ লগত যজমানে কৰা দি কৰি গ'লোঁ। পান পতনৰ প্ৰায় উপক্ৰম হৈছিলেই। এনেতে মধুৰ সংগীতৰ দৰে কলিকতা পুলিচৰ ঘোষণা— "কাণেৰ ভিতৰ দিয়া মৰমে পশিল গো, আছাম গৰ্ভৰ্নমেণ্ট চাহাব কা গাড়ী, আছাম গৰ্ভৰ্নমেণ্ট চাহাব কা গাড়ী।" মই ভাবিলোঁ হিন্দীটো ভুল হৈছে ঃ 'কা গাড়ী', নহয়, 'কি গাড়ী', কাৰণ 'গাড়ী' শব্দটো স্ত্ৰী-লিংগ। মজ্জাগত মাষ্টৰ।

মোছিঅ' বগদানভ (ডিপ্লোমেচিৰ ভাষা ফৰাচী আছিল ঃ এতিয়াও কিছু আছে। শ্যাৰ্জে দেফাৰ (চাৰ্জ, দি এফেয়াৰ নহয়) আঁতাঁত কৰ্দিয়াল', 'পুৰ পাৰ্লে'— এই কূটনৈতিক শব্দ সমষ্টি ফৰাচী ভাষাৰ। সেয়ে, মোছিঅ') যুগোশ্লাভিয়াৰ ট্ৰেড্‌ কমিশ্যনাৰ আছিল। অফিচ ওকসদয় ৰোডত। তেওঁ মোৰ অফিচলৈ আহে। সৌজন্যমূলক সাক্ষাৎ। ময়ো যাওঁ, মোৰ অফিচ কোঠাত মই চাহ খুৱাওঁ, কাৰণ ৰাছিয়াৰ ভড়্‌কা আৰু ফ্ৰান্সৰ শ্যাম্পেইনৰ দৰে আমাৰ 'ইণ্ডিয়া, দ্যাট ইজ ভাৰত'ৰ কোনো নেচনেল ড্ৰিংক নাই।

এটা মজাৰ ঘটনা ঘটিছিল।

মই প্যাৰিছৰ ৬ষ্ঠ আৰ্কঁডিশ্যমঁ (জিলা বা ৱাৰ্ড)ত অৱস্থিত অ্যাভিন্যু দেল অবচাৰ ভেটোৱাৰথ থকা IIAP (ইং International Institute of Public Administration)-ৰ ছাত্ৰ। ফৰাচী ভাষাৰ ক্লাছ বহিছে। শিক্ষয়িত্ৰী ম্যাডমোৱাজেল মানিয়ঁ (Magnan)-ই প্ৰশ্ন কৰিছে। আমি ছাত্ৰবিলাকে উত্তৰ দিব লাগে। ভাষা শিক্ষাৰ সেইটোৱেই উৎকৃষ্ট উপায়। ছাত্ৰ-ছাত্ৰী নানা দেশীয়। গ্ৰীক, আৰব, চিৰিয়ান, কাম্বোডিয়ান, থাই, ছাউথ কোৰিয়ান, ইণ্ডোনেচিয়ান আৰু মই একমাত্ৰ এঁদিয়াঁ অৰ্থাৎ ভাৰতীয়। প্ৰশ্নোত্তৰ ছেছন এনেকুৱা—

ম্যা মানিয়ঁ ঃ মোছিঅ' মন্ পিনহা। (কাম্বোডিয়া দেশীয়) কেল্ এ ভথ্ বুৱাছোঁ নাছিও নাল? (আপোনাৰ জাতীয় পানীয় কি?)

মোঃ মন্ পিনহা ঃ লা বিয়েখ, ম্যাড্ মোৱাজেল।

ম্যা মানিয়ঁ ঃ এ ভোথ্র মোছিঅ' মাৰ্কাডো (ম্যাক্সিকান)।

মো মাৰ্কাডো ঃ লা টেকিলা, ম্যাড মোৱাজেল।

ম্যা মানিয়ঁ ঃ বঁ। এ মোছিঅ' বহুৱা।

(ঠাট্টা কৰা বুলি নাভাবিব পাঠক, ফৰাচীয়ে 'বৰুৱা' তেনেকৈয়ে উচ্চাৰণ কৰে) কেল্ এ ভথ্ বুৱাছোঁ নাছিও নাল?

মোঃ বহুৱা ঃ লো (পানী) মাড্ মোৱাজেল।

ম্যা মানিয়ঁ ঃ আ বঁ? চা মেতোন। (হয নে? মই আচৰিত হ'লোঁ।)

মোঃ বহুৱা ঃ (লৰালৰিকৈ) লো দু পুই ম্যাড্ মোৱাজেল? (গাঁতৰ পানী ম্যাড্ মোৱাজেল)।

ম্যা মানিয়ঁঃ চে ভ্ৰে? উ লা লা। (সঁচা নে? কি আচৰিত!)

মই কলিকতাত থাকোঁতে থকা যুগোশ্লাভা ট্ৰেড্ কমিশ্যনাৰ মোছিঅ' বগডানভলৈ ঘূৰি আহোঁ।

বগডানভ মহোদয়ৰ মন্দিৰত পূজাভাগ দিনতেই সামৰা হয়। কাৰণ কি ক'ব নোৱাৰিলোঁ। কোনো ৰাজনৈতিক কাৰণ থাকিব পাৰে। অন্য কোনো দেশে কিবা অজ্ঞাত কাৰণত তেওঁৰ ওপৰত চকু ৰাখিব পাৰে। ল' কাৰে (Le Carre)-ৰ চোৰাংচোৱা সাধুবোৰ যদি পঢ়িছে তেনেহ'লে জানিব। ল' কাৰে নিচাসক্ত হিচাপে মই 'The Honourable Schoolboy' কিতাপখন বিশেষভাৱে অনুমোদন কৰোঁ।

যক। বগডানভ মহোদয়ৰ গুৰুসদয় ৰোডৰ ওচৰৰ যুগোশ্লাভ ট্ৰেড কমিশ্যনৰ অফিচ। তাত তেওঁৰ 'খাচ কামৰা'ত (শুধ অসমীয়া কৰি 'ব্যক্তিগত কক্ষ' বুলি লিখিলে গোটেই 'হিউমাৰ'টোৱেই নষ্ট হৈ যাব) ট্ৰেড্ কমিশ্যনাৰ মহোদয় তেওঁৰ নিজৰ চকীত সমাসীন। টেবুলৰ ওলোটাফালে মই। টেবুলৰ মাজতে এটা 'শ্লিভাচ বিগেল'-(শ্ৰেষ্ঠতম

প্ৰাপ্তব্য স্কট্‌ছ্‌ হুইস্কি)ৰ বটল। সময় দুপৰীয়া ১২ বজা। নানা ৰকমৰ কথা চলিছে। কিন্তু কোনো চৰকাৰী কথা নাই। অসমৰ প্ৰাকৃতিক সৌন্দৰ্যৰ কথা ওলাইছে, 'মোদের গরব মোদের আশা' এশিঙীয়া গঁড়ৰ কথা ওলাইছে। মাজে মাজে গিলাচ দণ্ডা হৈছে। গল্প জমি উঠিছে। এবাৰ কিবা কথাৰ গুৰুত্বৰ ওপৰত জোৰ দিবলৈ গৈ আনুষংগিক অংগী-ভংগী কৰি মই হাত দুখন বহলাই মেলি থবোঁতে মাজতে থকা শ্যিভাচ ৰিগেলৰ বটলটোত হাত লাগি বটলটো পৰি ভাঙি গ'ল।

আশ্চৰ্য সৌজন্য, অভাবনীয় প্ৰত্যুৎপন্নমতি। এক লহমা*-ও পলম নকৰি, তড়িৎ গতিত টেবুলৰ ড্ৰয়াৰ খুলি বগডানভ্‌ মহোদয়ে শ্যিভাচ ৰিগেলৰ এটা নতুন পৰিপূৰ্ণ, অক্ষত বটল টেবুলৰ ওপৰত থ'লে।

* টোকা : 'লহমা' শব্দটো 'হেমকোষ'ত নাই, আৰবী 'লম্‌হহ' শব্দৰ পৰা আহিছে।

# জৰ্জ বাহাদুৰ

ভাৰতৰ এসময়ৰ সেনা প্ৰধান ফিল্ড মাৰ্শ্বেল চেম মানেকশ্বক সেনা জোৱানসকলে 'চেম বাহাদুৰ' বুলিছিল। হয়তো তেওঁ প্ৰথমতে গোৰ্খা ৰেজিমেণ্টত ভৰ্তি হৈছিল সেই কাৰণে, নহ'লে তেওঁৰ আচৰণ-বিচৰণ আৰু সাহসৰ কাৰণে।

আমাৰ বৰ্তমানৰ প্ৰতিৰক্ষামন্ত্ৰী জৰ্জ ফাৰ্নাণ্ডেজকো 'জৰ্জ বাহাদুৰ' বুলিব পাৰি। সিদিনা মাত্ৰ তেওঁ 'উৰণীয়া কফিন' বুলি জনাজাত মিগ-২৯ৰ পাইলটৰ আসনত বহি বাহাদুৰি কৰিলে, তাৰ আগেযে ছাবমেৰিনত উঠি পাতাল পৰিদৰ্শন কৰি আহিল। এনেকুৱা অনেক কীৰ্তি তেওঁ ৰাখি থৈছে। আকাশ-পাতাল দুয়োতে তেওঁৰ অবাধ বিচৰণ। মৰতততো কথাই নাই। সৰ্বদা পায়জামা-পাঞ্জাবী পৰিহিত— কাৰ্গিলৰ তুষাৰৰ পৰা থৰ মৰুভূমিৰ প্ৰখৰ প্ৰদাহলৈ।

কেন্দ্ৰীয় মন্ত্ৰীসকলৰ মাজত আকৰ্ষণীয় ব্যক্তিত্ব হৈছে জৰ্জ ফাৰ্ণাণ্ডেজ মহোদয়ৰ (তেওঁ কেৱল 'জৰ্জ' বুলিলেহে বোলে ভাল পায়)। অৱশ্যে চৰকাৰী বিষয়াই 'জৰ্জ' বোলাৰ প্ৰশ্ন নুঠে। এবাৰ কলিকতা বিমান বন্দৰত বিমানৰ এগৰাকী ভূমিস্থ (ভূমিষ্ঠ নহয়) স্বাচ্ছন্দ্য তত্বাৱধায়িকা অৰ্থাৎ 'গ্ৰাউণ্ড হোষ্টেছ'-এ তেওঁক 'জৰ্জ' বুলি মতা শুনি অলপ আচৰিত হৈছিলোঁ। তেৱেঁ কৈছিল (তেওঁ এতিয়া এগৰাকী অসমীয়া বোৱাৰী, শম্পা দাস) যে গুৰুত্বপূৰ্ণ কেন্দ্ৰীয় মন্ত্ৰী হ'লেও ভাল চিনাকি মানুহে ফাৰ্ণাণ্ডেজক ফাৰ্ণাণ্ডেজ নুবুলি জৰ্জ বুলিলেহে ভাল পায়। আকৰ্ষণীয় ব্যক্তিত্ব কাৰণেই বোধ কৰোঁ তেওঁ এজন 'নাৰীৰ মনুষ্যও', অৰ্থাৎ 'লেডিজ ম্যান'। চ'কচোন— মমতা ব্যানাৰ্জিকেই কেইবাৰ 'পটালে'! বংগৰ অগ্নিকন্যাক কেনেকৈ 'দপ্তৰবিহীনা তাই, দপ্তৰবিহীনা তাই, দপ্তৰবিহীনা তাই পানীকন্যা' কৰি দিলে।

১৯৭৭ চনৰ মোৰাৰজী মন্ত্ৰীসভাত জৰ্জ ভাৰতৰ উদ্যোগমন্ত্ৰী, মই অসমৰ উদ্যোগ বিভাগৰ এইবাৰ স্থায়ী ডাইৰেক্টৰ। জৰ্জ মহোদয়ৰ অসমীয়া বন্ধু বহুত— বেনাৰস হিন্দু ইউনিভাৰ্ছিটিসূত্ৰে। বেনাৰস এসময়ত লোহিয়া ছ'চিয়েলিষ্টৰ ঘাটি আছিল। তাতেই বোধ

কৰোঁ কেইবাজনো অসমীয়া বুদ্ধিজীৱীৰ লগত জৰ্জ মহোদয়ৰ বন্ধুত্ব হয়। প্ৰয়াত সাংসদ অজিত শৰ্মা, স্বনামধন্য বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, শিল্পীসত্তাৰ জনপ্ৰিয় ইমেজবাহী শিল্পী প্ৰয়াত প্ৰসেনজিৎ দুৱৰা, সমাজবাদী চাহবাগান মালিক কিৰণ বেজবৰুৱা ইত্যাদি। স্বাভাৱিকতেই কেন্দ্ৰীয় উদ্যোগমন্ত্ৰী গুৱাহাটীলৈ আহি অসমৰ উদ্যোগ ডাইৰেক্টৰক মাতি পঠিয়ালে। জৰ্জ মহোদয় আৱৰ্ত ভৱনত নাথাকে। কাৰণটো তেওঁ মোক পাছতে কৈছিল।

ইন্দিৰা গান্ধীয়ে জাৰী কৰা 'ইমাৰ্জেন্সী'ৰ সময়ত জৰ্জ মহোদয় এৰেষ্ট এৰাবলৈ পলাই ফুৰিছিল। মুম্বাইৰ হৰিজন ক'লনীৰ পৰা অসমৰ সৰ্থেবাৰীলৈ নানা মন্দ স্থানত ৰাত্ৰি যাপন কৰিছিল। কোনোৰা এঠাইত তেওঁ বিপদত পৰি চৰকাৰী চাৰ্কিট হাউছত আতিথ্য বিচাৰিবলগীয়া হৈছিল, কিন্তু নাপালে। তাৰ পাছত তেওঁ পৰাপক্ষত চৰকাৰী আতিথ্য গ্ৰহণ কৰা নাছিল। মোক যিবাৰ মাতি পঠিয়ালে, সেইবাৰ তেওঁ কিৰণ বেজবৰুৱাৰ ঘৰত আছিল।

মই পুৱাই গৈ হাজিৰ হ'লোঁ। জৰ্জ মহোদয় সৰ্থেবাৰীলৈ যাব। পলাতক অৱস্থাত তেওঁ সৰ্থেবাৰীলৈ গৈছিল আৰু তাত কৰ্মীসকলক আশ্বাস দিছিল যে তেওঁ তেওঁলোকৰ বাবে কিবা এটা কৰিবৰ চেষ্টা কৰিব।

আমি নলবাৰী পালোঁগৈ। নলবাৰী বাছ আস্থানৰ সন্মুখত হঠাতে মন্ত্ৰী মহোদয়ৰ গাড়ী ৰ'ল। মোৰখনো ৰখালোঁ আৰু নামি গৈ মন্ত্ৰী মহোদয়ৰ গাড়ীৰ ওচৰ পালোঁ। মন্ত্ৰী মহোদয়ে ইংৰাজীত ক'লে— "বৰুৱা, চাহ খাওঁ আহক।" মই ক'লোঁ নিশ্চয়, ছাৰ। চাহ দোকানৰ আগত বোধ কৰোঁ ইচ্ছা কৰিয়েই গাড়ী ৰখোৱা হৈছিল। বাটৰ কাষৰ চাহ দোকানত কাপ-প্লেট নাথাকে হয় ভাঠ কাঁচৰ পিৰ কটা গিলাচ থাকে, নহ'লে মাটিৰ 'ভাড়'। মন্ত্ৰী জৰ্জ ফাৰ্নাণ্ডেজে হঠাতে মোট সলাই জননেতা জৰ্জ হৈ মাটিৰ 'ভাড়'ত চাহৰ অৰ্ডাৰ দিলে। মোক ক'লে "মোৰ হাইজিনিক।" চাহ খাই আছোঁ, এনেতে দেখিলোঁ পশ্চিম ফালৰ পৰা জোৰেৰে দুখন জিপ গাড়ী আহিছে। ল'ম্বৰ কিন্তু, নলবাৰীৰ এছ ডি অ', অসমীয়া ডোঁৱাই, অতি অমায়িক, 'বজ্ৰাদপি কঠোৰং কোমলং কুসুমাদপি'। বজ্ৰৰ ৰূপত, কিছুদিন পাছত, অতি ন্যায্য কাৰণত, বৰ্তমানৰ এজন এডিচনেল চীফ্ ছেক্ৰেটেৰীক পিটি লম্বা কৰি দিছিল। এছ ডি অ'লৈ ৰুটিন মাফিক বেতাঁৰ বাৰ্তা গৈছিল, মন্ত্ৰী গৈ আছে বুলি। সেয়ে তেওঁ লৰালৰিকৈ আহি আছে মন্ত্ৰীক আদৰিবলৈ। মন্ত্ৰীৰ কনভয় দেখি তেওঁ গাড়ী ৰখালে। মোক সুধিলে কথাটো কি? ইন্‌স্পেক্‌চন বঙলাত মন্ত্ৰীৰ আপ্যায়নৰ বাবে কাঁটা চামোচ, পিয়লা-পিৰিচ সব ৰেডী, অথচ মন্ত্ৰীয়ে বাটৰ কাষৰ দোকানত মাটিৰ ভাৰত সৌৰভ চলিহাৰ ভাষাত 'চুমুক' দিছে? মই ক'লোঁ যে জনতা পাৰ্টীৰ গৱৰ্ণমেণ্ট, মন্ত্ৰীয়ে জনতাই য'ত খায় তাত খাই ভাল পায়। কিন্তু আৰু অলপ নিৰাশ দেখা গ'ল। মই তেওঁক আৰু ক'লোঁ যে এতিয়া তুমিতো জানাই, প্ৰ'টকল মতে মন্ত্ৰীক তোমাৰ মহকুমাৰ সীমালৈকে আগবঢ়াই দিয়া।

সৰ্থেবাৰীলৈ আগবঢ়া হ'ল। মাজতে কোনোবা এঠাইত কিবা কাৰণত, খোজ কাটিবলগীয়া হ'ল। ভুবনেশ্বৰ বৰ্মন এ'মেলে। মন্ত্ৰীৰ লগে লগে খৰ খোজ দিছে। একে পাৰ্টীৰ মন্ত্ৰী। নিজৰেই বোধ কৰোঁ মন্ত্ৰী হোৱা যেন লাগিছে। মই অলপ পিছ পৰি গৈছোঁ— পথৰুৱা আলি। বৰ্মনে কিছু ভেকাহি কিছু কৰ্তৃত্বৰ সুৰত ক'লে— "কিহে বৰুৱা, খোজ কাঢ়বা নৰে নেকি?" মই ক'লোঁ— "নক, অব্যাহ্ নাই নহয়!"

যিহক সৰ্থেবাৰীৰ ডাক বঙলাত মিটিং হ'ল, প্ৰথমতে মিটিঙৰ ৰুটিন পালন কৰা হ'ল। সভাপতিবৰণ, আদৰণী ভাষণ, স্মাৰক-পত্ৰ প্ৰদান, সমজুৱাৰ দু'ষাৰ, মন্ত্ৰী মহোদয়ৰ ভাষণ, ধন্যবাদ জ্ঞাপন। কিবা এবিধ ভাল মাছৰ জোল খোৱা হৈছিল। পাহৰিলোঁ কি মাছ।

গুৱাহাটীলৈ ঘূৰা হ'ল। কিৰণ বেজবৰুৱাদেৱৰ ঘৰতে বোধ কৰোঁ। জৰ্জ মহোদয়ে স্মাৰক-পত্ৰখন পঢ়ি চালে। সিয়ান জননেতা, তলৰ স্বাক্ষৰকাৰীসকলৰ নামো পঢ়ি চালে। মোক সুধিলে— "বৰুৱা, সকলোবিলাক দেখোন শিক্ষিত লোক, গ্ৰেজুৱেট, উকীল, শিক্ষক, ৰাজনৈতিক নেতা— তথাপি সমস্যাবিলাকৰ সমাধান কৰিব পৰা নাই কিয়?" মই ক'লোঁ— "ছাৰ শিক্ষিত কাৰণেইতো সমাধান হোৱা নাই।" (ছাৰ, বিকজ দে আৰ এডুকেটেড্) তাৰ পিছত সমস্যাটোৰ বিষয়ে আলোচনা হ'ল।

সংক্ষেপে, সমস্যাটো আছিল এনেকুৱা ঃ সৰ্থেবাৰীৰ সাজ-বাচন গধুৰ, হাতেৰে পিটি পিটি কৰা হয়। দেখিবলৈ সুন্দৰ, কাৰুকাৰ্যময়। কিন্তু উৎপাদন ব্যয় বেছি পৰে, সেয়ে দাম বেছি। তাৰ তুলনাত মোৰাদাবাদী মিলত তৈয়াৰী কাঁহৰ বাৰ্চন-বৰ্তন সস্তা। মধ্যবিত্ত গ্ৰাহকে স্বাভাৱিকতে সস্তা বস্তুটো কিনে। হস্তশিল্পৰ সৌন্দৰ্যৰ মোল বুজা গ্ৰাহকৰ সংখ্যা নগণ্য। বিদেশী পৰ্যটকে তাৰ মোল বুজে। হাতেৰে ইমান শ্ৰম কৰি উলিওৱা বুলি জানিলে গুণগ্ৰাহী চাহাব গ্ৰাহক অভিভূত হয়। প্ৰতিযোগিতাত টিকিব লাগিলে সৰ্থেবাৰীৰ বস্তুৰ উৎপাদন ব্যয় কমাব লাগিব। তাৰ কাৰণে আংশিকভাৱে হ'লেও যন্ত্ৰ-পাতিৰ ব্যৱহাৰ বঢ়াব লাগিব। সেই কাৰণে সমবায় সমিতি গঠন কৰা হৈছিল। চৰকাৰ পক্ষৰ পৰা সাহায্যও কৰা হৈছিল, এটা ৰোলিং মিল কিনিবলৈ বেংকৰ পৰা ধাৰো দিওৱা হৈছিল সমিতিক। কিন্তু সমিতিটো আচল বনুৱাৰ নিয়ন্ত্ৰণত নাথাকিল। এই শিক্ষিতসকলৰ কবলত পৰিল। সেই কাৰণে মই কৈছোঁ যে স্মাৰক-পত্ৰত চহী কৰা মানুহসকল শিক্ষিত কাৰণেই সমস্যাৰ সৃষ্টি হৈছে। ৰোলিং মিলটো বন্ধ হৈ গ'ল— ধাৰৰ বোজাত।

কিছুদিন পাছত জৰ্জ মহোদয় আকৌ আহিল। সেইবাৰ কিন্তু তেওঁ কইনাধৰা পাহাৰৰ ওপৰত থকা ১ নং গেষ্ট হাউছত আছে, যি আজিকালি মুখ্য মন্ত্ৰী তৰুণ গগৈৰ চৰকাৰী আৱাস। ইতিমধ্যে মোৰ পদন্নোতি হৈছে। মই উদ্যোগ বিভাগৰ সচিব হৈছোঁ। পদোন্নতিৰ এটা আনুষংগিক ঘটনাও আছে। ইতিমধ্যে মই অলপ 'হিল'

থকা জোতা এযোৰ কিনিছোঁ। এজন বন্ধুৱে জোতাযোৰ দেখি মন্তব্য কৰিলে— "এই বয়সত তই এই ছাগলীখুৰীয়া জোতাযোৰ কিয় পিন্ধিছ? পৰিবি কেতিয়াবা।" মোৰ প্ৰত্যুৎপন্নমতিত্বই কেতিয়াবা হঠাৎ উক দিয়ে। মই ক'লোঁ— "ওখ হ'বলৈ। তুমি শুনা নাই নেকি যে মোৰ পদোন্নতি হৈছে?" এতিয়াৰ এজন বিশিষ্ট ৰাজনীতিজীৱীয়ে ধেমালি কৰি কথাষাৰ খবৰ কাগজত তুলি দিছিল।

জৰ্জ মহোদয়ে ১ নং গেষ্ট হাউছৰ বাৰাণ্ডাত থকা এটা বেঞ্চিত হাত-মুখ ধুইছে, মই কাষত আছোঁ। তেতিয়ালৈ তেওঁৰ লগত মোৰ এটা সুসম্পৰ্ক গঢ়ি উঠিছে। ধেমালি কৰি ক'লে— "বৰুৱা, আই এম ৱাছিং মাই ফেইচ ইন্ দি ছেইম বেছিন ইন্ হুইচ্ ইন্দিৰা গান্ধী দিদ্।" মই ক'লোঁ— "ইয়েছ ছাৰ।" আৰু পেটে পেটে ভাবিলোঁ— "ইউ উইল বি স্লিপিং ইন্ দি ছেইম বেড্ ইন্ হুইচ্ ইন্দিৰা গান্ধী দিদ্।"

সেইবাৰ জৰ্জ মহোদয়ৰ মোৰ প্ৰতি সদ্ভাব বৃদ্ধি হ'ল। কেইবাৰো আলোচনা হ'ল। তাৰ ভিতৰত বেছিভাগেই অনানুষ্ঠানিক। তাৰ এখনতে কথাটো ওলাল। অসমৰ লঘু উদ্যোগৰ প্ৰধান সমস্যাটোৰ কথা। মই ক'লোঁ— "ছাৰ, আপুনি মোক সমস্যাটো এটা বাক্যতে ক'বলৈ অনুমতি দিবনে?" তেওঁ ক'লে— "গো এহেড।" মই ঠিক যেনেকৈ তেওঁক কৈছিলোঁ আৰু বহুবাৰ বহু সভা-সমিতি, ছেমিনাৰ, সাক্ষাৎকাৰ, প্ৰবন্ধ, ভাষণ, অভিভাষণ সকলোতে যথা সময়ত কৈ ফুৰিছিলোঁ, আৰু এতিয়াও সুবিধা দিলে কওঁ, সেই একেষাৰ কথা ইংৰাজীতে যেনেকৈ কৈছিলোঁ, তেনেকৈ কওঁ—

"Sir, the problem of the small scale industries in Assam is that no industrial unit can attain economy of scale within their natural marketing zone."

প্ৰথমতে অসমীয়া কৰি দিওঁ অসমৰ লঘু উদ্যোগৰ সমস্যাটোৰ এই ইংৰাজী বিৱৰণ— "মহোদয়, অসমৰ লঘু উদ্যোগৰ সমস্যাটো হৈছে এই যে তেনে কোনো উদ্যোগ গোটে তাৰ স্বাভাৱিক বজাৰ এলেকাত যি পৰিমাণ তাৰ উৎপাদিত বস্তু বিক্ৰী কৰি লাভ কৰাৰ সামৰ্থ্য লাভ কৰিব পাৰে সেই পৰিমাণৰ বিক্ৰী কৰিব নোৱাৰে।"

আচৰিত কথা, জৰ্জ চাহাবে 'ইক'নমী অব্' বস্তুটো তৎক্ষণাতে বুজি পালে। আৰু কোনো মহাজনক (VIP) মই বস্তুটো বুজাই দিব নোৱাৰিলোঁ।

এবাৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধী শিলচৰলৈ আহিব। এ কে পালিত মুখ্য সচিব। তেওঁৰ এটা ধাৰণা আছিল যে মহাজন আপ্যায়নত মই সিদ্ধহস্ত ব্যক্তি, কাৰণ কলিকতাতো মই বহু মহাজন সংসৰ্গ কৰি মোটামুটিভাৱে সফল হৈ আহিছোঁ। পালিত চাহাবে মোক মাতি পঠিয়াই ক'লে— "বৰুৱা, আপুনি শিলচৰলৈ যাব লাগিব, প্ৰাইম মিনিষ্টাৰ আহিব।" মই ক'লো— "ছাৰ, আপুনি কৈছে যেতিয়া মই যাবই লাগিব। পিছে তাত স্থানীয় অভ্যৰ্থনা বিশাৰদ দেখোন কেইবাজনো আছে। আৰু মই উদ্যোগ

সচিবহে।” তেওঁ ক'লে— “নহয়, নহয় যাওক, প্ৰাইম মিনিষ্টাৰৰ সেৱা-পূজাত যেন কোনো ত্ৰুটি নহয়!” পালিত চাহাব অলপ ভয়াতুৰ মানুহ আছিল।

সময় বৰ কম আছিল। মই সেইদিনাই মটৰেৰে ৰাওনা হৈ শিলচৰ পালোঁগৈ। দেখিলোঁ সকলো যোগাৰ-যন্ত্ৰ ঠিকেই আছে। চাৰ্কিট হাউছত মোৰ বিশিষ্ট বন্ধু পি চি (পান চিচিৰিং) মিশ্ৰও আছে। তেওঁৰ আলধৰা হিচাপে এজন কৃষি বিভাগৰ বিষয়া থকা যেন লাগিল। তেওঁৰ ৰূমৰ আগেৰে যাওঁতে দেখা পাই অতি প্ৰফুল্লচিত্ৰে (তেওঁ পি চি মানে 'পান চিচিৰিং', অৰ্থাৎ তামোল খাই থকাটো হয়েই, লগতে প্ৰফুল্ল চন্দ্ৰও), তেওঁৰ ঋষভ কণ্ঠেৰে মোক “আহক আহক বৰুৱা চাহাব” বুলি মহা সমাদৰে তেওঁৰ ৰূমৰ ভিতৰলৈ মাতি নিলে। মই প্ৰমাদ গণিলোঁ। কাৰণ তেওঁ ত্ৰিপত্ৰসিদ্ধ পুৰুষ বুলি প্ৰসিদ্ধ। ত্ৰিপত্ৰ মানে তিনি পাত তাচ। বহুদিনৰ সাধনাৰ পাছত তেওঁৰ লগত খেলাজনৰ কি তাচ আছে সেই বিষয়ে দিব্যদৃষ্টি লাভ কৰিছে বুলি প্ৰবাদ। ইতিমধ্যে আলধৰাজনক গিলাচ আনিবলৈ দিলেই। মোৰ নিৰ্ভুল গণনা। এঘণ্টামান খেলি, এশ টকা হাৰি জুবাৰী যুধিষ্ঠিৰ নিজ কক্ষলৈ প্ৰত্যাবৰ্তন কৰিলোঁ।

দুদিন পাছতে পি এম আহিব। বাৰ্তা আছিল তেওঁ কি খায়-নাখায় ইত্যাদি। পি এম আহিবৰ আগদিনা মই এয়াৰপ'ৰ্টৰ বন্দোবস্ত পৰিদৰ্শন কৰিবলৈ গ'লোঁ। দেখিলোঁ মন্ত্ৰী জগন্নাথ সিংহও আহিছে, জৰ্জ চাহাবৰ লগত। জৰ্জ চাহাবে মোক মাতি কুশল-বাৰ্তা আদি সুধিলে। সেই এটা তেওঁৰ ডাঙৰ গুণ। এয়াৰপ'ৰ্ট বন্দোবস্ত ঠিক-ঠাক দেখি গুচি আহিলোঁ। সেইবাৰেই জৰ্জ চাহাবৰ ব্যৱহাৰ অলপ বেছি সৌহাৰ্দ্যপূৰ্ণ যেন লাগিল। তাৰ কাৰণ পাছতহে গম পাইছিলোঁ।

কোনোবা এবাৰ জৰ্জ মহোদয়ে প্ৰ'ট'ক'ল সংক্ৰান্ত প্ৰশ্ন এটা মোক সুধিছিল। তেওঁ ভাৰতৰ মন্ত্ৰী হিচাপে চিৰিয়া দেশলৈ চৰকাৰী ভ্ৰমণত গৈছে। স্বাভাৱিকতে, চিৰিয়া চৰকাৰে 'মহাজন আপ্যায়ন সংহিতা' (ইযাত 'মহাজন' মানে VIP) অনুসাৰে ভাৰতৰ মন্ত্ৰীক ব্যৱহাৰৰ কাৰণে এখন যথাযোগ্য মটৰ গাড়ী দিছে। মন্ত্ৰী গাড়ীৰ ভিতৰত থাকিলে উপৰিউক্ত সংহিতা অনুসাৰে আলহী মন্ত্ৰী যি দেশৰ সেই দেশৰ আৰু যি দেশত আলহী, সেই দেশৰো ৰাষ্ট্ৰীয় পতাকা গাড়ীৰ বনেটত থকা ধ্বজত উৰুৱাব লাগে। জৰ্জ বাহাদুৰে বোলে গাড়ীৰে গৈ থাকোঁতে ফুটপাথেৰে গৈ থকা এগৰাকী চিনাকি মহিলা দেখিলে। তেওঁ তৎক্ষণাতে গাড়ী ৰখাবলৈ দিলে আৰু মহিলাগৰাকীক গাড়ীৰ ভিতৰলৈ মাতি তেওঁ নিজে বহি থকা ছিটটোত বহিবলৈ দিলে। তেওঁ বহিল। লগে লগে ড্ৰাইভাৰ নামি গৈ বনেটত থকা পতাকা খুলি দিলে।

ঘটনাটো বৰ্ণাই জৰ্জ বাহাদুৰে মোক সুধিলে— “হু বজ ৰাইট?”

মই ক'লোঁ বোলে ছাৰ দুয়োজনেই ৰাইট। আপুনি ৰাইট কাৰণ মহিলাক

শ্যিভালৰাহু ব্যৱহাৰ কৰি নিজৰ ছীটটো এৰি দিলে। ড্ৰাইভাৰো বাইট। কাৰণ ড্ৰাইভাৰৰ ছীটৰ ঠিক ওলোটা ফালে থকা পিছৰ ছীটটো ভি আই পি ছীট। মহিলাগৰাকীতো ভি আই পি নহয়। ফ্লেগ খুলি নিদিলে বাটৰ মানুহে মহিলাগৰাকীকে ভি আই পি বুলি ভাবিলেহেঁতেন।

এই ছীট লৈ হোৱা দুটা ঘটনাৰ কথা এই *স্মৃতিকথাৰ* দুটা আগৰ অধ্যায়ত কৈ অহা হৈছে। এবাৰ ৰাজ্যপাল বি কে নেহৰু আৰু কোনোবা এজনৰ (তেওঁৰ মন্ত্ৰীজন আছিল নিশ্চয়) ব'য়িং বিমানৰ আগফালৰ বাঁওফালৰ বাঁওফালৰ ছীটটো লৈ আৰু দ্বিতীয়বাৰ নগাঁও-থিং ৰাস্তাত ড্ৰাইভাৰৰ কাষৰ বাহুৰ ছীটটো লৈ এজন ই এ চি হাকিম আৰু এজন দাৰোগাৰ। আজি আৰু এটা মটৰৰ ছীটৰ খেলি-মেলিৰ ঘটনাৰ কথা কওঁ। জৰ্জ বাহাদুৰ, মহিলা আৰু ড্ৰাইভাৰৰ ঘটনাৰ অনুৰূপ। অসমৰ এসময়ৰ চীফ্ ছেক্ৰেটেৰী স্বৰ্গীয় ধৰ্মানন্দ দাসে মটৰ গাড়ীত সদায়ে আগফালে ড্ৰাইভাৰৰ কাষত বহিছিল। এবাৰ তেখেতে কলিকতালৈ আহি মোক ক'লে তেখেতে টী ব'ৰ্ডৰ চেয়াৰম্যানক দেখা কৰিব খোজে। যথাৰীতি এপইন্টমেণ্ট লোৱা হ'ল। চেয়াৰম্যানজন এজন আই চি এছ অফিচাৰ আছিল— যিমানদূৰ মনত পৰে ভগৱান সিং। দাসদেৱ তেখেতৰ নিজস্ব দস্তুৰ মতে গাড়ীৰ আগফালে ড্ৰাইভাৰৰ কাষত বহিল। ময়ো মোৰ চিৰসংগী ফাপৰে খোৱা চামৰাৰ ব্যাগ এটা লৈ পিছৰ ছীটত ড্ৰাইভাৰৰ ছীটৰ ওলোটাফালৰ ছীটত বহিবলগীয়া হ'ল। গাড়ী গৈ ব্ৰোবোৰ্ন ৰোডত থকা টি ব'ৰ্ডৰ অফিচৰ প্ৰধান দুৱাৰৰ আগত ৰ'ল। ৰোৱাৰ লগে লগে এজন ডেকা স্মাৰ্ট মানুহ আগবাঢ়ি আহি গাড়ীৰ পিছফালৰ দুৱাৰ খুলি মোৰ ফপৰা ব্যাগটো হাত দিলেই, ট্ৰেইন্‌ড্ প্ৰাইভেট ছেক্ৰেটেৰী। মই মুখেৰে একো ক'ব নোৱাৰি আঙুলিৰে কেইবাৰমান আগৰ ফাললৈ দেখুৱাই দিয়াতহে তেওঁ অলপ অপ্ৰতিভ হৈ আগৰফালৰ দুৱাৰ খুলি চীফ্ ছেক্ৰেটেৰীৰ ব্ৰিফ্‌কেছটো হাতত ল'লে। ব্ৰিফ্‌কেছ লোৱাৰ ক্ৰমৰ কাহিনীতো আগৰ কোনোবা এটা খণ্ডত কৈছোঁৱেই।

# মুগা, মেজাংকৰি আৰু মই

যোৱা মাৰ্চ সংখ্যাৰ *জিলিঙনিত* 'ৰুপিয়া আ যায়েগা' নামৰ মোৰ *স্মৃতি কথাৰ* এক অধ্যায়ত ৰাষ্ট্ৰপতিৰ শাসনকালত জোৰদাৰ দিল্লী কানেক্‌চন থাকিলেও যে ৰুপিয়া সতকাই নাহে সেই বিষয়ে লিখিছিলোঁ। কিন্তু কেতিয়াবা আহিলেও বা ৰুপিয়া থাকিলেও কাম নহয়। যদিও সৰ্বসাধাৰণৰ বিশ্বাস যে ছিলভাৰ হুইলত নচলা বস্তু নাই, আৰু ছিলভাৰ টনিকত গা টঙাব নোৱৰা মানুহ নাই।

ৰুপিয়া থাকিলেও একো উন্নতিসাধন কৰিব নোৱৰা উদ্যোগ (আমাৰ দিনলৈকে 'শিল্প' বোলা হৈছিল, দেল্লীবাসীসকলে শেষত 'অ' থকা শব্দ উচ্চাৰণ কৰিব নোৱাৰে কাৰণে 'শিল্প'ক উদ্যোগ কৰি ল'লে, আমিও গ্ৰহণ কৰিলোঁ) হ'ল আমাৰ মুগা উদ্যোগ। অত্যাশ্চৰ্য কাকতালীয় সংঘটন! মুগা পলুবোৰ উদ্যোগহীন হৈ পৰা কাৰণেই আমাৰ মেজাংকৰি উদ্যোগটো মৰিল আৰু মুগা উদ্যোগটো স্থবিৰ হৈ থাকিল। পাঠক প্ৰভুসকলে কেৱল খুহুটীয়া কথাতে ৰস পোৱা স্বাভাৱিক যদিও, মাজতে জুতি বদলাবৰ কাৰণে কিছু তত্ত্বকথা কওঁ বুলি ভাবিছোঁ। মই ভাবোঁ ৰসাল কথা আৰু তত্ত্বকথাৰ সমাহাৰ হ'লে সোৱাদো হ'ব পাৰে— 'হুইট আৰু জাবাৰ'ৰ দৰে। ইংৰাজ চাহাবসকলে আকৌ জিন আৰু টনিক মিহলাই খায়। 'টনিক' এই অৰ্থত বলবৰ্দ্ধক ঔষধ নহয়, কুইনিন মিহলোৱা পানী, তিতা।

আকৌ ৰাজ্যপালৰ শাসনকালৰ কথা। এল পি (লালন-পালন) সিং ৰাজ্যপাল। তেখেতৰ উপদেষ্টাসকল আছে, কিন্তু আজম মুলুকৰ খাচ বাতৰ বিষয়ে জানিবলৈ হ'লে খাৰখোৱা মানুহৰ প্ৰয়োজন হয়। মই উদ্যোগ ইত্যাদি বিভাগৰ সচিব। 'ইত্যাদি'ৰ ভিতৰত ৰেচম, বয়নো আছে। এতেকে মোৰ ভলাৰ পৰিল। এইবাৰ ঠিক মনত আছে শিলঙতে। কাৰণ তাৰ আঁৰত এটা সৰু ঘটনা আছে। ৰাজ্যপালক মই চুৰেটাৰ পিন্ধি সাক্ষাৎ কৰিবলগীয়া হৈছিল। মই, যি মানুহটোৱে নতুনকৈ হাকিম হোৱাত অন্য কাপোৰ নাথাকিলেও কোট-টাই নোহোৱাকৈ কাছাৰীলৈ যোৱাৰ কথা ভাবিব নোৱাৰিছিলোঁ।

ৰাজ্যপালক সাক্ষাতৰ আগনিশাও কোট আছিল। এজন বন্ধুৱে মোৰ হোটেলৰ ৰুমলৈ বটল এটা লৈ আনিছিল। তেৱেঁই প্ৰস্তাব কৰিলে তৃতীয় এজন বন্ধুৰ ঘৰলৈ যোৱা হওক। বাটতে তেওঁৰ পত্নীকো উঠাই ল'লে। তেওঁ ৰাজভৱনৰ লগত সংশ্লিষ্ট আছিল। তৃতীয়জন বন্ধুৰ ঘৰত পান ভোজন হ'ল। তাৰ পাছত আকৌ বটল অনা দ্বিতীয় বন্ধুজনৰ বটলটো খোলা হ'ল। তেতিয়াই লেঠা লাগিল। 'বটলিষ্ট' বন্ধুজনে কথা কটাকটিৰ পাছত তেওঁৰ পত্নীক প্ৰহাৰ কৰিবলৈ উদ্যত হ'ল। মই 'দ্যিভালবাচ' মানুহ। তেওঁৰ দণ্ডা হাতখনত থাপ মাৰি ধৰিলোঁ। তেওঁ বুজিলে যে মোৰ লগত যুঁজা টান হ'ব। উপায় নাপাই তেওঁ মোৰ কোটটোৰ জেপ এখন ফালি পেলালে। লণ্ডনত কিনা মোৰ 'ষ্টাইলিশ্য' কোটৰ জেপ বাহিৰত লগোৱা। সাতে-পাঁচে পাছদিনা মই ৰাজ্যপালক চুৰেটোৰ পিন্ধি দেখা কৰিব লগা হ'ল।

'ৰুপিয়া আ যায়েগা'তে মই কৈ আহিছোঁ যে ৰাইজৰ উপকাৰ কৰিবলৈ ৰাইজৰ প্ৰতিনিধিসকলতকৈ ৰাজ্যপালৰ বেছি উৎসাহ আছিল।

এইবাৰ ৰাজ্যপালৰ বিষয় আছিল মুগা। ইমান চাহিদা আছে মুগাৰ, বটম্‌লেছ মাৰ্কেট। এই বছৰৰ ভিতৰত মুগাৰ উৎপাদন ডবল কৰ দেনা হোগা।

মই মনতে ভাবিলোঁ— "কেইচে কৰোগে?" তলত কাৰণবিলাক দিলোঁ। যিমানদূৰ মনত পৰে সেই মিটিঙত ডঃ সত্যেন্দ্ৰ নাৰায়ণ চৌধুৰীও উপস্থিত আছিল— শ্ৰেষ্ঠ মুগা বিশেষজ্ঞ।

এটা বৰ আচৰিত আৰু তাত্বিকভাৱে তাৎপৰ্যপূৰ্ণ কথা এই যে মুগা সঁচ (পলুটো) বনৰীয়া আৰু তাক পোৱা যায় দক্ষিণ কামৰূপৰ গাৰো পাহাৰৰ দাঁতি-কাষৰীয়া অঞ্চলত। তাৰে এখন ঠাই হৈছে হাহিম। সঁচ (পলুটো) সম্পূৰ্ণ নিৰোগী আৰু বনৰীয়া অৱস্থাত পোৱা যায় ব্ৰহ্মপুত্ৰ উপত্যকাৰ দক্ষিণ-পশ্চিম ভাগত আৰু মুগা পালন হয় প্ৰধানকৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰ-পূব কোণত ঢকুৱাখনা-ঘিলামৰা অঞ্চলত, আকৌ মুগা কটা হয় (reeling) শুৱালকুছিত— ব্ৰহ্মপুত্ৰৰ উত্তৰ-পশ্চিম পাৰত। তদুপৰি, এটা লোকবিশ্বাস আছে যে সঁচ (পলুটো) নৈ পাৰ কৰি লৈ গৈহে ঘৰচীয়া পলুৰ লগত সংকৰ প্ৰজনন কৰাব লাগে। সৃষ্টি ৰহস্যৰ অলেখ অভিব্যক্তিৰ মাজত এই এটা পৰিঘটনাই মোক তাত্বিক আৰু আৱেগিকভাৱে বহু দিনৰ পৰা আলোড়িত কৰি আছে।

এইখিনিতে বৰ্ণসংকৰ প্ৰজনন অৰ্থাৎ hybridization-ৰ প্ৰসংগটো আহে। কেতিযাবা কেতিয়াবা লোকবিশ্বাসৰ ভেটি সম্পূৰ্ণ অভিজ্ঞতালব্ধ। কিন্তু সেই বিশ্বাস কেতিয়াবা প্ৰতীকী ভাষাত কথিত, বা প্ৰতীকী কৰ্মত প্ৰতিফলিত হয়। তাৰ উদাহৰণ অতি সূক্ষ্মদৰ্শী সাংস্কৃতিক নৃতত্বৰ পণ্ডিত আৰু আদিম ধৰ্মবিশ্বাসসমূহৰ ইতিহাস ৰচক মিৰ্চিয়া এলিয়াদে (Mircea Eliade)ৰ কিতাপবিলাকত বহুতো আছে। প্ৰসংগক্ৰমে (নে অপ্ৰাসংগিকভাৱে?) এই মিৰ্চিয়া

এলিয়াদেই হৈছে বাঙালী লেখিকা মৈত্ৰেয়ী দেৱীৰ 'ন হন্যতে' কিতাপখনৰ নায়ক। এসময়ত অসমীয়া মানুহে মৈত্ৰেয়ী দেৱীক লৈ বৰ হুলস্থূল কৰিছিল। কিতাপখন আনকি অসমীয়ালৈ অনুবাদো হৈছে। যি ঘটনাটো কিতাপখনৰ প্ৰতিবাদত 'ন হন্যতে' লিখা হৈছিল সেই কিতাপখনৰ নাম হৈছে এলিয়াডৰ 'লা ন্যুই বেংগলি' (La Nuit bengali)। এলিয়াডৰ কিতাপখন মই পঢ়িছোঁ, মোৰ আছেও। মৈত্ৰেয়ী দেৱীৰ 'ন হন্যতে'ক লৈ অসমীয়া মানুহ উত্তাল হোৱাৰ সময়ত (১৯৮৪) মই 'লা ন্যুই বেংগলি'খন অসমীয়ালৈ অনুবাদ কৰোঁ বুলিও ভাবিছিলোঁ। কাৰণ একেটা আমোদজনক ঘটনাৰে দুটা বৰ্ণনাৰ ভিতৰত মৈত্ৰেয়ী দেৱীৰ বিৱৰণটো স্পষ্টভাবেই অসত্য যেন লাগিছিল। ঘটনাটো হ'ল, এলিয়াডেই যেতিয়া মৈত্ৰেয়ীৰ বাপেকৰ ঘৰত থাকিছিল, তেতিয়া এলিয়াডেই ৰাতি মৈত্ৰেয়ীৰ শোৱনি কোঠাত সোমাইছিল নে নাই। মূল প্ৰসংগলৈ ঘূৰি আহোঁ— মুগা সঁচ সম্পৰ্কে লোকবিশ্বাস। সেই বিশ্বাস হ'ল যে মুগা সঁচ (পলুটো) লৈ পাৰ কৰি লৈ আহিব লাগে। তাৰ অৰ্থ হ'ল ঘৰতে জন্মা পলুৰ সংগম ঘটালে তাৰ পৰা জন্ম হোৱা পলু আপেক্ষিকভাৱে দুৰ্বল হয়। কিন্তু তাতকৈও ডাঙৰ কাৰণ হৈছে ভৈয়াম অঞ্চলত থকা পাৰিপাৰ্শ্বিক প্ৰতিকূলতা।

দ্বিতীয় কাৰণটো হৈছে ঘৰৰ বাহিৰত মুগা পলু পুহঠ কৰিব লাগে কাৰণে পাৰিপাৰ্শ্বিকতাৰ ওপৰত মুগা পালকৰ কোনো নিয়ন্ত্ৰণ নাথাকে। পাট পলুৰ বেলিকা (Mulberry Silkworm) কিন্তু সম্পূৰ্ণ নিয়ন্ত্ৰিত পৰিবেশৰ ভিতৰত ৰাখি সূতা উৎপাদন কৰিব পাৰি। কৰ্ণাটকত সেই কাৰণেই এইবিধ পাটৰ উৎপাদন ক্ৰমশঃ বৃদ্ধি পাই আহিছিল। ১৯৭৮ চনত মই কৰ্ণাটকৰ পাট শিল্পৰ নানা স্তৰত ক্ষেত্ৰভিত্তিক নিৰীক্ষণ কৰি মুগ্ধ হৈছিলোঁ।

এতিয়া মুগাপালনৰ লগত মোৰ কালানুক্ৰমিক ক্ৰমবৰ্দ্ধমান পৰিচয়ৰ এটা বৰ্ণনা দিওঁ। ১৯৬৩ চনৰ মাৰ্চ-এপ্ৰিল মাহত মই লখিমপুৰৰ পৰা চাউলধোৱা ঘাট, গোগামুখ, ঘিলামৰা হৈ ঢকুৱাখনালৈ যাওঁ। মোৰ যাত্ৰাৰ উদ্দেশ্য আছিল ভূ-দান আন্দোলনৰ ৰেহ-ৰূপ চোৱা, তাতোকৈ গূঢ় উদ্দেশ্য আছিল ঢকুৱাখনা অঞ্চলত বৰোধানৰ খেতিৰ লগত ভূ-দান আন্দোলনক জড়িত কৰাৰ সম্ভাৱনা সম্বন্ধে ক্ষেত্ৰভিত্তিক অভিজ্ঞতা লাভ। ঘিলামৰা আৰু ঢকুৱাখনাৰ মাজৰ এঠাইত দেখোঁ বাটৰ কাষত এজন মানুহ ধনু-কাঁড় লৈ থিয় হৈ আছে। সেই সময়ত মই নিজেই 'জীপ' গাড়ী চলাই ভাল পাইছিলোঁ। গাড়ী ৰখাই নামি গৈ সুধিলোঁ— "কি কৰিছে?" জানিলোঁ সেইখন চোমনি, তেওঁ চোম গছৰ পাত খাই থকা পলু ৰখিছে। পলুবোৰ চৰায়ে খায়— কাউৰী, চিলনীয়ে দিনতে খায়। সেয়াহি মুগা পলু পোহাৰ লগত মোৰ প্ৰথম পৰিচয়। ঘটনাক্ৰমে, তাৰ কেইমাহমান পাছতেই মই উদ্যোগ, ৰেচম আৰু বয়ন ইত্যাদি বিভাগৰ উপ-সচিব হৈ শ্বিলঙলৈ বদলি হ'লোঁ। মুগা পোহাৰ বিষয়েও ফাইল আহি হাতত পৰিবলৈ ধৰিলে। ডঃ সত্যেন চৌধুৰীৰ কিতাপ তেতিয়াও ওলোৱা নাই।

মুগা শিল্পৰ লগত লখিমপুৰত সেই প্ৰথম পৰিচয়ৰ পাছত ১৯৬৩ চনৰ পৰা ১৯৮১ চনলৈ মই তাৰ লগত প্ৰত্যক্ষভাৱে জড়িত হৈ পৰিলোঁ। ৰেচম শিল্পৰ পীঠস্থান কৰ্ণাটকলৈ গৈ কেইখনো পাট শিল্পৰ ফাৰ্ম চালোঁ। তেতিয়া কৰ্ণাটকৰ ৰেচম বিভাগৰ এজন বৰ উৎসাহী আৰু কৰ্মদক্ষ ডাইৰেক্টৰ আছিল— লক্ষ্মীনাৰায়ণ। বোধ কৰোঁ তেওঁ কেন্দ্ৰীয় ৰেচম বিভাগৰ সচিব হৈছিল। এতিয়া এইবিলাক অভিজ্ঞতাৰ ভেটিত মেজাংকৰি আৰু মুগা সম্পৰ্কে কেইটামান চুটি মন্তব্য কৰোঁ। এইবিলাকৰ বাবে আকৰ গ্ৰন্থ হৈছে পূৰ্ব-উল্লিখিত ডঃ সত্যেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গ্ৰন্থ 'Muga Silk Industry (1981)।

১। মেজাংকৰি নামৰ পাটবিধ বৰ্তমানে অবলুপ্ত। তাৰ কাৰণ হৈছে মুগা পলুৱে এতিয়া আৰু মেজাংকৰি বা আদাকৰি গছৰ পাত খাই জীয়াই থাকিব নোৱাৰে। ডঃ চৌধুৰীৰ মতে ইয়াৰ কাৰণ হৈছে মুগা পলুটোৰ জৈৱিক অৱক্ষয়। ইয়াৰ পাছতে জৈৱিক অৱক্ষয কিয় হ'ল সেই প্ৰশ্নটোলৈ যাব লাগিছিল। কিন্তু তাৰ আগেযে কেইটামান সংশ্লিষ্ট কথা আলোচনা কৰা আৱশ্যক।

২। মেজাংকৰি আৰু আদাকৰি একেজোপা গছৰ নামনে? যদি হয়, তেনেহ'লে তাৰ উদ্ভিদবিদ্যাদত্ত নাম কি?

ডঃ চৌধুৰীৰ পূৰ্ব-উল্লিখিত গ্ৰন্থ (পৃ ২৫) অনুসাৰে একেইজোপা গছ— Mejankari or Adakuri (*Litsaea citrata*) আৰু ইয়াৰ " The leaf emits a fine smell "

*হেমকোষ*— যিখন কিতাপ মই আগৰ পৰা গুৰিলৈকে দুবাৰ পঢ়িছোঁ— এখন কেৱল অভিধানেই নহয়, অসমীয়া সংস্কৃতিৰ প্ৰত্যক্ষ জ্ঞানসম্বলিত এখন তত্ত্বকোষ (চঁপা ফুল কিমানবিধ আছে নাম কওকচোন? নাজানে? কণক, খৰিকা, গাহৰি, তিতা, পান, ফুল আৰু মালভোগ চঁপা) সেইখন কিতাপৰ মতে 'আদাকৰি' হৈছে *Tetranthera quadrifolia* *হেমকোষ*ৰ উদ্ভিদ শ্ৰেণী নামকৰণ Gamble নামৰ এজন বিজ্ঞানীৰ বিভাজন মতে (বোধ কৰোঁ গৰ্ডন চাহাবৰ পৰামৰ্শ মতে)। *হেমকোষ*ৰ মতে 'মেজাংকৰি' হৈছে 'আদাকৰি গছৰ পাত খোৱা মুগা আৰু তাৰ সূতা', তদুপৰি গছজোপাৰ পাত আদাৰ দৰে গোন্ধায় কাৰণে তাৰ নাম 'আদাকৰি'।

মই ডঃ চৌধুৰীৰ মতকে অনুসৰণ কৰিছোঁ। তেনেহ'লে, মেজাংকৰি শিল্প নোহোৱা হোৱাৰ কাৰণ হ'ল, ডঃ চৌধুৰীৰ মতে, মুগা পলুৰ জৈৱিক অৱক্ষয়। আৰু এই অৱক্ষয়ৰ কাৰণ হ'ল পৰিৱেশ আৰু প্ৰাণীৰ সহ-সম্বন্ধৰ প্ৰতিকূল অৱস্থা (unfavourable ecological conditions)।

আকৌ এই প্ৰতিকূল অৱস্থাৰ এটা ডাঙৰ কাৰণ— এই মুগা পলু বাহিৰত ওখ গছত পুহিব লাগে। এই প্ৰক্ৰিয়াৰ বিৱৰণ আগেয়ে দিয়া হৈছে। ১৯৬৩ চনত লখিমপুৰৰ

পৰা ঢকুৱাখনালৈ যাওঁতে কেনেকৈ মই এজন ধনুৰ্দ্ধৰক লগ পাইছিলোঁ।

মেজাংকেৰি অৱলুপ্ত হ'ল বা প্ৰায় অৱলুপ্ত হ'ল। মুগা উৎপাদনো স্থবিৰ হৈ আছে। তলৰ তালিকাখন চাওক। তাত মুগা উৎপাদনৰ পৰিমাণ দিয়া হৈছে—

| চন | উৎপাদন (কেজি) |
|---|---|
| ১৯৩৮ | ৫৮,০০০ |
| ১৯৮১ | ৫৭,০০০ |
| ১৯৯০-৯১ | ৬৮,৫০০ |
| ১৯৯৭-৯৮ | ৬০,০০০ |

*(তথ্য : অসম ইয়েৰবুক, পৃ ৭২০)*

উল্লিখিত ৬০ বছৰত মুগা উৎপাদন স্থবিৰ হৈ থকাৰ প্ৰধান কাৰণ দুটা। প্ৰথম— মুগা পলুৰ ক্ৰমবৰ্ধমান জৈৱিক অৱক্ষয়, আৰু দ্বিতীয়— অন্য বেছি লাভজনক কৰ্মলৈ মুগা পালকৰ বৃত্তি পৰিবৰ্তন। ওপৰত দিয়া তালিকাখনৰ এটা লক্ষণীয় বৈশিষ্ট্য তাৰ তৰংগিত অৰ্থাৎ fluctuating প্ৰকৃতি; কেতিয়াবা বাঢ়ে, কেতিয়াবা টুটে। কমিলে কমিয়েই গৈ থাকে বা বাঢ়িলে বাঢ়িয়েই গৈ থাকে, এনেকুৱা নহয়। যি কৰ্ম জৈৱিক প্ৰক্ৰিয়াৰ লগত ওতপ্ৰোতভাৱে জড়িত তাৰ প্ৰকৃতি এনেকুৱা হ'বৰ বাধ্য। কাৰণ জৈৱিক প্ৰক্ৰিয়া পূৰ্বানুমেয় নহয়।

ইয়াৰ সমাধানটো তাত্ত্বিকভাৱে অতি সৰল : মুগা উৎপাদনৰ প্ৰক্ৰিয়াটো সম্পূৰ্ণৰূপে, প্ৰত্যেক পৰ্বতে, নিয়ন্ত্ৰিত কৰা। কম বয়সত, বেছি উৎসাহ থকা কাৰণে, মন উদ্ভাৱন-প্ৰৱণ হয়। মুগাৰ লগত জড়িত মোৰ চাকৰি কালত লিখি বা কথাৰ দ্বাৰা কেইবাটাও পৰামৰ্শ আগবঢ়াইছিলোঁ—

(ক) চোম গছ প্ৰায় ২০ মিটাৰমান ওখ। চাপৰ হোৱা হ'লে পলু ৰখিবলৈ উজু হ'ব। এতেকে গছজোপা প্ৰতিষ্ঠিত বৈজ্ঞানিক পদ্ধতিমতে খৰ্ব অৰ্থাৎ dwarf কৰা যাওক। কিন্তু দেখা গ'ল খৰ্ব গছৰ পাত খালে পলু যথেষ্ট স্বাস্থ্যবান নহয়। স্বাস্থ্যকামী বা সৌন্দৰ্যবাণীসকলৰ দৰে পলুকো নিৰ্ধাৰিত 'একচাৰচাইজ' লাগে। চোম গছৰ দৈৰ্ঘ্যৰ লগত মুগা পলুৰ নিৰ্জ্ঞাত জৈৱিক সম্পৰ্ক আছে।

(খ) চোম গছজোপাক নাইলন নেটৰে বোৰ্খা পিন্ধাই থোৱা যাওক— কাউৰী, বাদুলি আৰু ফেঁচাৰ পৰা পলুক ৰক্ষা কৰিবলৈ। হিচাপ কৰি দেখা গ'ল কেৰেলাতকৈ গুটি দীঘল হ'ব।

(গ) এবাৰ এজন বৃক্ষ বিশেষজ্ঞ বন্ধুৱে বুদ্ধি দিলে যে চোম গছজোপাক ৪৫° হেলনীয়াকৈ বাঢ়িবলৈ কৃত্ৰিমভাৱে 'প্ৰশিক্ষণ' দিয়া যাওক। তাকো কৰা হৈছিল বোধ কৰোঁ— পাহৰিলোঁ। কিন্তু আতেই সেই আপদীয়া জৈৱিক প্ৰক্ৰিয়াৰ ৰহস্যময় তলখুচৰীয়া সোঁত। হেলনীয়া গছত পলুৰ শাৰীৰিক ব্যায়াম পৰ্যাপ্ত নহয়। সৃষ্টি ৰহস্য সদায়ে ছলনাময়ী নাৰী— "ধৰি ধৰি ধৰিতে না পাৰি।"

[illegible]

এইবিলাক কাৰণতে মই উদ্যোগ ইত্যাদি বিভাগৰ অধ্যক্ষ আৰু পৰিচালন সঞ্চালকৰ পদত যোগ দিয়াৰ কিছু আগেয়ে পৰামৰ্শ দি আহিছিলোঁ যে মুগা 'কটা' সূতাৰ উৎপাদন যিমানত আছে সিমানতে ৰাখিব পাৰিলেই যথেষ্ট হ'ব। আমি জোৰ দিব লাগে পাট সূতাত আৰু কাপোৰত। কাৰণ পাট শিল্পক প্ৰত্যেকটো পৰ্বতে পালকৰ ঘৰ আৰু বাৰীৰ ভিতৰতে নিয়ন্ত্ৰণত ৰাখিব পাৰি। এতেকে, প্ৰথমতে শিৱসাগৰ মহকুমাত ব্যাংক সাহায্যৰ অৰ্হতাসম্পন্ন অৰ্থাৎ ব্যাংকৰ স্কিম কৰা হওক।

লেখকৰ দণ্ড মুণ্ডৰ বিধাতা পাঠক প্ৰভুসকলক সোঁৱৰাই দিওঁ যে এই প্ৰবন্ধটোৰ 'শুৰু মণ্ডলী' (ওজা-পালি গীত-নৃত্যৰ পৰিভাষা) হৈছিল ১৯৭৯-৮০ চনত অসমত ৰাষ্ট্ৰপতি শাসনকালত ৰাজ্যপালক এই লেখকে সাক্ষাৎ কৰিবলগীয়া হোৱাত। প্ৰসংগ মুগা। ৰাজ্যপালে কৈছিল এবছৰতে মুগাৰ উৎপাদন ডবল কৰ্ দেনা হোগা। মই মনে মনে ভাবিছিলোঁ— "কেইচে কৰেংগে?" মুখ ফুটাই ওপৰত লিখা দুটামান কাৰণৰ কথা থোৰতে কৈছিলোঁ। ইযাত অলপ বিস্তৃতভাৱে ক'লোঁ।

মেজাংকৰি গছৰ পাত খোৱা মুগা পলুটো কিজানি হাহিম, বা উকিযামৰ নিৰোগী সঁচ কিছুমান লৈ গৈ মেজাংকৰি (বা আদাকৰি) গছ থকা ঠাইবোৰত, যেনে মৰিয়নি আদিত সম্পৰীক্ষা কৰিব পাৰি। তেনেকুৱা সঁচ এটা পালেও কিজানি ক্ল'নিং কৰিব পাৰি। পিছে আজিকালি মোৰ উদ্ভাৱন-প্ৰৱণতা নোহোৱা হৈছে।

এটা পুৰণি ধেমেলীয়া বাংলা গান মনত পৰিছে। এই ধৰণৰ গানৰ মই ভক্ত— সকলো ধেমেলীয়া কথাৰ যেনেকৈ। প্ৰমথেশ বৰুৱাৰ 'ৰজত জয়ন্তী'ৰ গানবিলাক। মোৰ মনত পৰা গানটো হ'ল— প্ৰেমিক-প্ৰেমিকা বেলেগ বেলেগ ঠাইত থাকিব লগা হ'ল, "অ' আইকণ, তোৰ ঘৰ সিপাৰত, অ' আইকণ, মোৰ ঘৰ ইপাৰত।" এতেকে অসমীয়া প্ৰেমিকে বাটলৈ চাই থাকে। বাঙালী প্ৰেমিক 'মুচকিল আচান' বিশেষজ্ঞ, তেওঁৰ গানটো হ'ল—

"উপায় কি গো?
ওগো চিঠি লিখো"

মেজাংকৰি উদ্ধাৰৰ আশা নাই। মুগাও স্থবিৰ। উপায় কি?

উপায় কি গো?
ওগো, পদ্য লেখো!

সেয়ে মই মেজাংকৰিৰ বিষয়ে এটা পদ্য লিখিছোঁ। ছপা হৈছে। এখন দীঘল খণ্ডকাব্য দহ বছৰমান ধৰি লিখি আছোঁ। ঢকুৱাখনাৰ মুগা পালকৰ হাহিমৰ পৰা ঢকুৱাখনাৰ সঁচলৈ কৰা যাত্ৰাটোৱে মোক মাজে মাজে আচ্ছন্ন কৰে। পৰম আশ্চৰ্যময় এই যাত্ৰা, লগতে বিপদসংকুল আৰু আদিম-প্ৰতীকী আচাৰেৰে পৰিপূৰ্ণ। শব্দ-প্ৰদূষণেও সঁচটোৰ স্বাস্থ্য আৰু প্ৰজনন কাৰ্যত প্ৰভাৱ পেলায়।

চ'তমহীয়া শুকান সৰা শালপাতৰ মাজেদি যাত্ৰা আৰম্ভ হৈছে। জোনাক ৰাতি—

"মই ভালপাওঁ অৱলুপ্ত বস্তুবোৰ
শব্দৰ ধ্বনিতে যাৰ বাস।
যি থাকে নেদেখা ৰঙত
নুশুনা সুৰত, অপ্ৰকাশ্য বচনত
অকল্পনীয় সৌন্দৰ্যত!"

এইকেইশাৰী হ'ল প্ৰকাশিত পদ্যটোৰ পৰা। দীৰ্ঘ খণ্ডকাব্যখনত ঢকুৱাখনাৰ মুগাপালক হাহিমৰ পৰা অতি সন্তৰ্পণে, ভয়মিহলি ভক্তিৰে পঁচটো লৈ আহি শুক্ৰেশ্বৰৰ ঘাট পাব। তাৰ পাছত ৰাতি নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হ'ব। . পাৰ হোৱা নাই এতিয়াও। বহু বছৰ ধৰি এই যাত্ৰাটো শব্দ আৰু ছন্দত ধৰিবলৈ চেষ্টা কৰি আছোঁ। কবি হীৰেন ভট্টাচাৰ্যই কথাটো জানি তেওঁৰ স্বভাৱসিদ্ধ প্ৰত্যুৎপন্নমতিৰে কৈছিল— "ব্ৰহ্মপুত্ৰ লিখোঁতে আপুনি পূবৰ পৰা পশ্চিমলৈ যাত্ৰা কৰিছিল, এইবাৰ আপুনি ওলোটা যাত্ৰাটো আৰম্ভ কৰিছে ঃ পশ্চিমৰ পৰা পূবলৈ— হাহিমৰ পৰা ঢকুৱাখনালৈ।"

# অথ 'বেলিভিউ' হোটেল কথা

যোৱা কিছুদিন গুৱাহাটীৰ বেলিভিউ হোটেলৰ কথা কাগজত ওলাই আছে— কোনোবা বিদ্ৰোহী বা ভূতপূৰ্ব বিদ্ৰোহী সংগঠনৰ লগত হোটেলখনৰ কিবা সম্পৰ্ক আছে নে নাই সেই বিষয়ে ইংগিতময় জল্পনা-কল্পনা চলি আছে।

প্ৰথম কথা, হোটেলৰ নাম 'বেলিভিউ' নহয়। প্ৰথম, ১৯৭০ৰ দশকত হোটেলখনৰ নামটো শুনি আমাৰ বহুত অসমীয়াই গুণা-গঁথা কৰিছিল। "তেখেতসকলে নামটো এনেকৈ ইংৰাজী-অসমীয়া মিহলাই কিযবা থ'লে।" গুৱাহাটীৰ প্ৰথম বিলাসী হোটেল, তাতে অসমীয়া মানুহৰ বহুতৰে কৌতূহল জগা স্বাভাৱিক। 'বেলি' অসমীয়া শব্দ, অৰ্থাৎ সূৰ্য (sun), আৰু 'ভিউ' (view) ইংৰাজী শব্দ, অৰ্থাৎ দৃশ্য। হওঁতে হয়। তাৰ পৰা পূবলৈ চালে কুৰুৱা গাঁৱৰ ফালেদি বেলি উঠা দৃশ্য দেখি! তথাপি আমাৰ ভাষাবিদ চিন্তাগ্ৰস্ত হয়। আচলতে নামটোৰ উচ্চাৰণ বেল ভ্যু (Belle-vue) ফৰাচী শব্দদ্বয়। মানে সুন্দৰ দৃশ্য। বহুতে আকৌ 'belle' শব্দটো 'বেলে' বুলি শুদ্ধকৈ উচ্চাৰণ কৰে। নহয়, বেল এই ইংৰাজী bell, অৰ্থাৎ 'ঘণ্টা' যেনেকুৱা। প্ৰতিষ্ঠাতা দত্তচৌধুৰী ভ্ৰাতৃদ্বয় গুৰিতে বৰপেটাৰ, পাছত গুৱাহাটী আৰু শ্বিলঙৰ। চৌখিন সুৰুচিপূৰ্ণ, উদাৰ আৰু স্মাৰ্ট, যথাৰ্থ ভদ্ৰলোক।

ডাঙৰজনা দত্তচৌধুৰীৰ পৰা মই ১৯৩০ৰ দশকৰ নিবনুৱা সমস্যাৰ, শিক্ষিত নিবনুৱা সমস্যাৰ, সৰস অথচ সুৰুচিপূৰ্ণ বৰ্ণনা শুনিছিলোঁ— ১৯৬৮ চনত শ্বিলঙত। সৰুজনা দত্তচৌধুৰী আৰু তেখেতৰ অনা-অসমীয়া পত্নীয়ে তেতিয়া শ্বিলঙৰ 'পাইনউড' হোটেল চলায়। শ্বিলঙৰ চেণ্ট্ৰেল ব'ৰ্ডিং হোটেলৰ কথা এতিয়া আৰু কাৰো প্ৰত্যক্ষভাৱে মনত থকাৰ কথা নহয়। শিক্ষিত অসমীয়া নিবনুৱাৰ আশ্ৰয়স্থল। চৰকাৰৰ মুৰব্বী অসমীয়াই। কিন্তু চৰকাৰী চাকৰি দিয়াৰ চাবিকাঠীডাল তেতিয়াও

হুত কৰিব পৰা নাই। দত্তচৌধুৰী দাদাই সেই দুৰ্দিনৰ কথা সহাস্যে, অমায়িকভাৱে কৈছিল। কেতিয়াৰ পৰা দাদা বুলিবলৈ সাহস গোটাব পাৰিছিলো মনত নাই। বোধ কৰোঁ, ১৯৬৫ চনত মই উদ্যোগ বিভাগৰ অস্থায়ী ডাইৰেক্টৰ হোৱাৰ পৰা ('সঞ্চালক' মই নিলিখোঁ। শব্দটো *হেমকোষ*ত নাই। 'সঞ্চাল' আছে। অকৰ্মক ধাতু। অৰ্থ = লৰচৰ কৰ, অৰ্থাৎ নিজে নিজে লৰচৰ কৰা, অন্যক লৰোৱা নহয়। এফালৰ পৰা চালে ঠিকেই হৈছে, নিজেই লৰচৰ কৰে, অন্যক লৰচৰ কৰাব নোৱাৰে আমাৰ সঞ্চালকে)। সেই সময়তে হোটেল বেল্ ভ্যুক গুৱাহাটীত মাটি দিয়াৰ কথা উলাইছিল।

চৰকাৰী সিদ্ধান্ত লওঁতে (যদি কিবা লোৱা হয়ো) নানাধৰণৰ মেৰ-পেঁচ থাকে, অফিচ আৰু অফিচাৰৰ সংঘাত, মন্ত্ৰী আৰু মন্ত্ৰীৰ সংঘাত, মন্ত্ৰী আৰু অফিচাৰৰ সংঘাত। 'আমোলা' শব্দটো কিয় ব্যৱহাৰ হয় নাজানো। 'আমলা' শব্দটো আহিছে বাংলা ভাষালৈ আৰবী 'আমলা'ৰ পৰা। বাংলা ভাষাত তাৰ অৰ্থ হৈছে বিখ্যাত বাংলা *চলন্তিকা* অভিধান মতে কৰ্মচাৰী, কেৰাণী। *হেমকোষ*ত 'আমোলা' শব্দটো এই অৰ্থত নায়েই, আছে সঠিক অসমীয়া অৰ্থত আমোল (বি) (যাং) অৰ্থত = '...ৰাজত্বৰ কাল' আৰু 'সকৰ্মক ধাতু'স্বৰূপে = নিৰাশাত মলিন কৰ। বাংলাত কৰ্মচাৰী অৰ্থত কাৰণে অসমীয়াতো নিশ্চয় হ'ব এনে এটা যুক্তিত নিৰ্ভৰ কৰি। আচলতে ই এটা হীনমন্যতা। ফিল্ম ফেষ্টিভেল 'কাঁ'ত নহয়, 'কান' (cannes)ত হয়। কাঁ (caen) বুলি এখন বেলেগ চহৰ আছে। নাই, শুদ্ধ কৰি দিলেও আকৌ কাঁ। বাঙালী, কলিকতীয়া বাঙালীসকলৰ ফৰাচী ভাষাৰ জ্ঞান সম্পৰ্কে মই নানা ঠাইত লিখিছোঁ। এতিয়া বাঙালী পণ্ডিতম্মন্য কবি বুদ্ধদেৱ বসুৰ ফৰাচীৰ পৰা কৰা অনুবাদৰ গুণাগুণ সম্পৰ্কে লিখি আছোঁ। বাংলাত লিখো। আৰু ই কোন ওলাল?

মূল কথাৰ পৰা আঁতৰি গৈছোঁ— আমাৰ বিষয় বেলিভিউ (বেল্ ভ্যু) হোটেল আৰু গুৱাহাটীত হোটেলখনৰ চৰকাৰী মাটি পট্টন দিয়াৰ কথা। বহুতেই জানে যে গুৱাহাটীত ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে বৰ্তমান বেল্ ভ্যু আৰু ৰাজভৱন থকা পাহাৰখনৰ পৰা পূবলৈ, চন্দ্ৰপুৰৰ কলঙৰ পাৰলৈ দীঘলীয়াকৈ (পূবা-পশ্চিমাকৈ) প্ৰায় ৩২ কিঃ মিঃ আৰু পথালিয়ে ডেৰ কিলোমিটাৰ কালিৰ চৰকাৰী মাটি আছিল। এই সকলো মাটিকে সময়ে সময়ে টী গাৰ্ডেন গ্ৰাণ্ট হিচাপে ব্ৰিটিছ আমোলত প্ৰায় বিনামূল্যেই পট্টন দিয়া হৈছিল। বেছিভাগ মাটিয়েই অসমীয়া আঢ্যৱন্ত মানুহকে ব্ৰিটিছ চৰকাৰে পট্টন দি গৈছিল। তেওঁলোক সকলোৱে ৰাজভক্ত আছিল। বেল্ ভিউ য'ত অৱস্থিত, সেই পাহাৰটো চিদানন্দ চৌধুৰীক আবণ্টন দিয়া হৈছিল, তেখেতক চন্দ্ৰপুৰতো এটা চাহ বাগানৰ গ্ৰাণ্ট দিয়া হৈছিল। তাৰ পূবলৈ কৃষ্ণ চন্দ্ৰ চৌধুৰী মুন্সিফক দিয়া হৈছিল, তাৰ অন্যবহুত পূবলৈ মাটি পট্টন দিয়া হৈছিল এজন

এংলো ইণ্ডিয়ান ভদ্রলোকক। গুৱাহাটী ৰিফাইনাৰী প্ৰতিষ্ঠা কৰিবৰ সময়ত এই চুণচালি বাগানৰ বেছিভাগ মাটি অধিগ্ৰহণ কৰা হ'ল। বেল্ ভিউ এতিয়া য'ত আছে সেইখিনি মাটি চৰকাৰী কৰা হৈছিল কুৰি শতিকাৰ প্ৰথম ফালেই। উদ্যোক্তাসকলে বেল্ ভিউ হোটেলৰ কাৰণে, যিমান দূৰ মনত পৰে, ১৯৬৫ চনত এঘাৰ বিঘা মাটিৰ আবণ্টন বিচাৰিলে। মুখ্য মন্ত্ৰী বিমলা প্ৰসাদ চলিহা আৰু বিত্তমন্ত্ৰী ফখৰুদ্দিন আলি আহমদ। দুয়োজনেই পুৰণি প্ৰসিদ্ধ দেশসেৱক। উদ্যোগমন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, এই লেখক চৰকাৰৰ ডেপুটী ছেক্ৰেটেৰী, লগতে অস্থায়ী ডাইৰেক্টৰ, (সঞ্চালক নহয়, নিৰ্দেশক)— ঢোলৰ লগত টেমেকা। এতিয়া মুখ্য মন্ত্ৰী বেল্ ভিউৰ উদ্যোক্তাসকলক মাটি দিয়াৰ ফালে। কিন্তু চৰকাৰী মাটিৰ কাৰণে আবেদন কৰিলে, প্ৰিমিযাম অৰ্থাৎ এটা নিৰ্দিষ্ট নিৰিখত আগধন দিব লাগে। চৰকাৰী মাটি হ'লেও বিত্তীয় বিষয় জড়িত থকা হেতুকে বিত্ত বিভাগৰ সম্মতিক্ৰমেহে পট্টন দিব পৰা যায়। সেয়ে, ৰাজহ বিভাগে বিত্ত বিভাগৰ সম্মতি বিচাৰিলে। কিন্তু বিত্তমন্ত্ৰী ফখৰুদ্দিন চাহাব মাটি দিয়াৰ বিৰুদ্ধে। ৰাজহ বিভাগৰ পৰা অনুৰোধ আহিছিল 'প্ৰিমিযাম' নোলোৱাকৈ পট্টন দিবৰ বাবে। কাৰণ ৰাজহৰো স্বাৰ্থত হোটেলখনৰ আৱশ্যকতা আছে। কিন্তু বিত্ত বিভাগ মান্তিনহ'ল। সচিবালয়ৰ (তেতিয়া শ্বিলঙত আছিল) বুলনী অৰ্থাৎ 'কৰিড'ৰ'ৰ গুজবে সেই সময়ত গুণ্‌গুণাই আছিল যে মুখ্য মন্ত্ৰীয়ে তেতিয়া বিত্তমন্ত্ৰীক ওপৰ তলালৈ গোৰ মাৰি পঠিওৱাৰ তালত আছিল। মুখ্য মন্ত্ৰীয়ে বিচাৰে যে প্ৰস্তাৱিত হোটেলখনকে প্ৰিমিযাম নোলোৱাকৈ চৰকাৰী মাটি পট্টন দিয়া হওক, কিন্তু বিত্তমন্ত্ৰী সম্মত নহয়। উপায় কি? উদ্যোগমন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠীদেৱ তেতিয়া চৰকাৰৰ 'সংকট মোচন বিশেষজ্ঞ'। মুখ্য মন্ত্ৰীয়ে বিষয়টোত উদ্যোগ বিভাগৰ পৰামৰ্শ বিচাৰিলে। যথা সময়ত উদ্যোগ বিভাগৰ পৰামৰ্শ গ'ল। —সাধাৰণতে 'মেনুফেক্‌চাৰিং', অৰ্থাৎ কেঁচামালৰ ওপৰত শ্ৰম প্ৰয়োগ কৰি বিক্ৰীসাধ্য সামগ্ৰী তৈয়াৰ কৰাই ইণ্ডাষ্ট্ৰী, কিন্তু অসমৰ বিশেষ অৱস্থাত হোটেলকো ছাৰ্ভিচ ইণ্ডাষ্ট্ৰী বুলি ধৰিব পাৰি। তদুপৰি, বাহিৰৰ উদ্যোগকামীসকলৰ বাবে গুৱাহাটীত থাকিবৰ উপযুক্ত হোটেল নাই। অন্ততঃ তিনি তাৰকাযুক্ত হোটেল এখন নহ'লে আগ্ৰহবন্ত, বিলাসী, অনা-অসমীয়া উদ্যোগপ্ৰয়াসীক ফুচুলোৱা টান, ইত্যাদি। প্ৰস্তাৱিত হোটেলখনৰ কাৰণে গুৱাহাটীত মাটি দিয়া হৈ গ'ল।

মাটি দিয়া ঘটনা আছিল ১৯৬৫ চনত। তাৰ পাছত সময় বাগৰি গ'ল। এই লেখক তেওঁৰ সত্তাৰ গৃহ (হোম অব্ মাই স্পিৰিট) কলিকতা পালেগৈ। চন ১৯৭১। ইতিমধ্যে লুইতেদি বহুত পানী বৈ গৈছে। ন্যায়পালিকাক কাৰ্যপালিকা, অৰ্থাৎ 'এগজিকিউটিভ'ৰ পৰা বেলেগ কৰা হ'ব। আগেয়ে, কোম্পানী আৰু মহাৰাণীৰ দিনৰ পৰা এ চি এছ বিষয়াসকলেই কাৰ্যপালিকা আৰু ন্যায়পালিকা— প্ৰশাসনৰ এই দুই পালিকা চলাইছিল। এতিয়া আছাম চিভিল ছাৰ্ভিচ আৰু আছাম জুডিচিয়েল ছাৰ্ভিচ হ'ব। জুডিচিয়েল ছাৰ্ভিচত মানুহ নোলোৱালৈকে এ চি এছ বিষয়াৱেই দেৱানী গোচৰো সুধিব। মই জুডিচিয়াৰিলৈ

যাবলৈ অনুমতি বিচাৰিলোঁ। কাৰণ 'এগ্‌জিকিউটিভ'ত পদোন্নতি হোৱাৰ আশা কম। বিশ্বেশ্বৰ শৰ্মা আইন সচিব। তেওঁ ক'লে যে আইনৰ স্নাতক হ'লেহে ন্যায়িক সেৱাত নিযুক্তি দিয়া হ'ব। তৰ্কযুদ্ধ হ'ল। মই ক'লোঁ যে আমাক, ই এ চি হাকিমসকলৰ বাবে দেৱানী আদালতৰ দুৱাৰ বন্ধ কৰে কেনেকৈ? আমিয়েই মহাৰাণী আৰু কোম্পানীৰ দিনৰ পৰা দেৱানী বিচাৰো কৰিলোঁ। বৰ বেছি এই চৰ্তত আমাক লব পাৰে যে নিযুক্তিৰ তিনি বছৰৰ ভিতৰত আইনৰ স্নাতক ডিগ্ৰী ল'ব লাগিব। আইন সচিব মহোদয়ে মোক ভেঙুচি ক'লে— 'লক গৈছোন আইনৰ ডিগ্ৰী!' মোৰ এটা সুবিধা আছিল। আইনৰ স্নাতক পাঠ্যক্ৰম মই কলিকতাত চাকৰিত থাকোঁতে দ্বিতীয়বাৰ সম্পূৰ্ণ কৰি লৈছিলোঁ। জগদীশ চন্দ্ৰ মেধি গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'আইন গুৰু', অৰ্থাৎ ডীন অৱ্ ফেকাল্টী অৱ্ ল। তেখেতে ক'লে— 'ৰ'বাহে, তুমি হাপুৰ দিনতে ল কমপ্লিট কোছাৰা (কৰিছা)। এতিয়া পৰীক্ষা কেনেকৈ দিবা?'

তেতিয়া মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাপক পঞ্জীয়ক চিদানন্দ দাসৰ শৰণ ল'লোঁ। তেখেত আছিল পৰম পৰোপকাৰী, তেখেতৰ গোটেই পৰিয়ালেই। লগতে তেখেত নজিৰ, অৰ্থাৎ 'প্ৰিচিডেণ্ট' ভাণ্ডাৰ। তেখেতে ক'লে— 'আছে ৰ'বা। সেই ভৱানী বৰুৱা (প্ৰথম অসমীয়া আই জি পি)ৰ কেছটো। তেওঁ চাকৰি এৰি দি ল প্ৰেক্‌টিচ কৰিব খুজিছিল। তেওঁৰো তোমাৰ দৰে অৱস্থা। ল কৰ্ছ কমপ্লিট কৰা আছে, কিন্তু ফাইনেল পৰীক্ষা পাছ কৰা নাই। তেওঁক ক্লাছ এটেণ্ড নকৰাকৈ ফাইনেল পৰীক্ষা দিবলৈ অনুমতি দিয়া হৈছিল। তুমি এপ্লাই কৰা। হৈ যাব।'

অনুমতি আহিল। মই ল ফাইনেল পৰীক্ষা দিবলৈ আহি গুৱাহাটীৰ চাৰ্কিট হাউছৰ পুৰণি ঘৰটোৰ এটা কমত আছোঁ। কমমেট আছিল ককা নীলমণি ফুকন। তেখেতে মোৰ বংশ-পৰিচয় সকলো ল'লে। তেখেতে পুৱা উঠিয়েই বাৰাণ্ডাত বহি কবিতা লিখে— 'অচিন্ত', 'অব্যক্ত'। তেখেতে লিখাৰ পাছত ডাঙৰ ডাঙৰ মাতেৰে, জলদ গম্ভীৰ স্বৰে পঢ়ে। মই এদিন 'তেলনি' মাৰি ক'লোঁ— "ঈশ্বৰ নায়েই।" উত্তৰত এজাউৰি গালি— "তুমি ষ্টুপিড, তুমি ননছেন্স।" মই সোধোঁ— "আপুনি বিয়া নকৰালে কিয়?" ক'লে— "তোমাক সেইবোৰ কেলেই।"

সেই সময়তে এদিন দত্তচৌধুৰী দাদা মোৰ কোঠালিত ওলালহি। ক'লে— "কালি আমাৰ বেল্ ভিউ হোটেলৰ 'ইন'গুৱেচন' আছে। কেন্দ্ৰীয় পৰ্যটনমন্ত্ৰী হুমায়ুনে উদ্‌ঘাটন কৰিব। তুমি আহিবই লাগিবো।" মই নানা ৰকম অজুহাত দেখুৱালোঁ নাযাবলৈ। পৰীক্ষা আছে। যাম কেনেকৈ? পাহাৰত বিয়া নুঠে।

"মই গাড়ী পঠাই নিয়াম তুমাক। তুমি আমাৰ কাৰণে কি কৰিছা নাজনা।"

মই প্ৰথমতে বুজা নাছিলোঁ। পাছত ছাট্‌কৰে মনত পৰিল। সেই মাটি পট্টন দিয়াত হোটেলক ইণ্ডাষ্ট্ৰী বুলি ধৰিব পাৰি বুলি 'নোট' দিয়াৰ কথা।

হনুমাণ্ডায়া আহিল। কিন্তু উদ্‌ঘাটন পলম হৈ গ'ল। কিবা এটা কাৰণত এয়াৰপ'ৰ্টৰ পৰা চিধাই মন্ত্ৰী মহোদয়ক আনিব পৰা নগ'ল, খানাপাৰা হৈ ঘূৰাই আনিব লগা হ'ল। মন্ত্ৰী মহোদয়ৰ আকৌ আবেলি চাৰি বাজিলেই কিছু মিনিট খোজ কঢ়াৰ নিয়ম। একেবাৰে বান্ধা-ধৰা। খানাপাৰাৰ কৃষি দপ্তৰবিলাকৰ ওচৰতে চাৰি বাজিল। কনভয় ৰৈ গ'ল। মন্ত্ৰী মহোদয়ে কিছু মিনিট খোজ কাঢ়িলে আৰু উদ্‌ঘাটন আধাঘণ্টা পলম হ'ল।

□ □ □